# পাশ্চাত্য সাহিত্যৰ আলোক

আৰু

# অসমীয়া সাহিত্য

ড পৰাগ কুমাৰ ভট্টাচাৰ্য




জ্যোতি প্ৰকাশন
পাণবজাৰ : গুৱাহাটী—১

সুপ্ৰসিদ্ধ জ্যোতিৰ্ষী সৰবৰহী শিক্ষাবিদ
সৰু খুৰা
৺বিধুভূষণ ভট্টাচাৰ্য্যৰ সকৰুণ স্মৃতিত—

তোমাৰ মৰমৰ স্মৃতি
লালন কৰিম আজীৱন
ঠিক তোমাৰ সঙ্গৰ দৰেই

—তোমাৰ বাবা।

# পাতনি

মোৰ পাশ্চাত্য সাহিত্য সম্পৰ্কীয় আলোচনাৰ এলানি গ্ৰন্থই ইতিমধ্যে পাঠকসকলৰ সমাদৰ লাভ কৰাত উৎসাহিত হৈ সেই সাহিত্যৰ লগতে অসমীয়া সাহিত্যত তাৰ প্ৰভাৱ সম্পৰ্কে এই গ্ৰন্থখন লিখি উলিওৱা হ'ল। ইয়াত নাটক উপন্যাস আৰু গল্পৰ সন্দৰ্ভতহে এই প্ৰভাৱৰ বিচাৰ কৰা হৈছে। ইতিমধ্য প্ৰকাশিত মোৰ পাশ্চাত্য কাব্যধাৰা আৰু অসমীয়া কবিতা শীৰ্ষক গ্ৰন্থত কাব্য সাহিত্যৰ সন্দৰ্ভত ইয়াৰ প্ৰভাৱ সম্পৰ্কে আলোচনা কৰা হৈছে কাৰণে ইয়াত তেনে প্ৰবন্ধ সন্নিবিষ্ট কৰা হোৱা নাই। পাঠকসকলে গ্ৰন্থখন আদৰেৰে গ্ৰহণ কৰিব বুলি আশা কৰিলোঁ।

গ্ৰন্থখন প্ৰকাশ কৰি উলিয়াই দিয়া বাবে জ্যোতি প্ৰকাশন প্ৰতিষ্ঠানলৈ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। সদৌ শেষত কিতাপখনত বৈ যোৱা ভুল-ত্ৰুটিৰ বাবে ক্ষমা বিচাৰিছোঁ।

—পৰাগকুমাৰ ভট্টাচাৰ্য্য।

# সূচীপত্র

## প্ৰথম খণ্ড

### পাশ্চাত্য সাহিত্য



## দ্বিতীয় খণ্ড

### পাশ্চাত্য সাহিত্যৰ আলোকত অসমীয়া সাহিত্য

# আলবেয়াৰ কামুৰ উপন্যাস দি প্লেগ

## আলবেয়াৰ কামু

১৯১ চনত এইজন প্ৰতিভাবান সাহিত্যিকৰ জন্ম হয় ভূমধ্য সাগৰৰ সিপাৰৰ আলজিৰিয়াত। আলজিৰিয়া ফ্ৰান্সৰ উপনিবেশ আছিল। কিন্তু নানা কাৰণত ফ্ৰান্সৰ লগত আলজিৰিয়াৰ ফৰাচী অধিবাসীসকলৰ ধ্যান-ধাৰণাৰ যোগাযোগ আছিল খুব ঘনিষ্ঠ। লাখ লাখ ফৰাচী অধিবাসীয়ে আলজিৰিয়াত বসবাস কৰিছিল। কামুৰ দেউতাক জাতত ফৰাচী আছিল যদিও ফ্ৰান্সৰ যি অঞ্চলত তেওঁৰ জন্ম হৈছিল সেই আলচেচিয়া বহুদিন ধৰি জাৰ্মান সাম্ৰাজ্যৰ অংগ আছিল। প্ৰথম মহাযুদ্ধত জাৰ্মানী পৰাজিত হোৱাৰ ফলত ৰাইন নদীৰ পশ্চিমৰ এই আলচেচিয়া প্ৰদেশ আকৌ ফ্ৰান্সৰ অংগ হৈ পৰে। কামুৰ দেউতাক প্ৰথম মহাযুদ্ধৰ সময়ত স্বদেশৰে এজন সৈনিক হৈ জাৰ্মানসকলৰ বিৰুদ্ধে সংগ্ৰাম কৰি থকা অৱস্থাতে প্ৰাণ এৰে। সেই সময়ত কামুৰ বয়স আছিল মাত্ৰ তিনি বছৰ। সেই সময়ৰ পৰা কামুৰ জীৱনত দুখ দৈন্যৰ আৰম্ভণি হয়।

ঘৰুৱা আৰ্থিক দুৰৱস্থাৰ বাবে নানা আৰ্থিক প্ৰতিষ্ঠানৰ সাহায্যৰ ওপৰত নিৰ্ভৰ কৰি তেওঁ আলজিৰিয়াৰ ৰাজধানী আলজিয়াৰ্চত পঢ়া-শুনা আৰম্ভ কৰে। পঢ়াদিনৰ পৰা মেধাৱী এই ছাত্ৰজনে নিজৰ প্ৰতিভাৰে অলপ সময়ৰ ভিতৰত সকলোৰে দৃষ্টি আকৰ্ষণ কৰিবলৈ সমৰ্থ হৈছিল। দৰ্শনৰ ছাত্ৰ কামুৱে প্লেটিনাচৰ আৰু সন্ত আগষ্টাইনৰ ভাৱধাৰা সম্পৰ্কে তেওঁৰ নিজস্ব দৃষ্টিভঙ্গী দাঙি ধৰিছিল আৰু ইয়ে আলজিৰিয়াৰ ফৰাচী চিন্তাবিদসকলৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছিল। কুৰিছৰ মানৰ ভিতৰতে কামুৱে আলজিয়াৰ্চৰ চিন্তাবিদ আৰু সংস্কৃতিসম্পন্ন মহলত এজন বিশিষ্ট আৰু সক্ৰিয় ব্যক্তিৰূপে প্ৰতিষ্ঠা লাভ কৰে।

এই সময়ত কামুৰ বয়স পচিশতকৈ কম আছিল।

বিশ্ববিদ্যালয় এৰাৰ পাছত কামুক দেখা গৈছিল আলজিয়াৰ্চ নৱনাট্য আন্দোলনৰ এজন নায়ক ৰূপে। তেওঁ নিজে এটা সৰু কিন্তু শিক্ষিত আৰু সুসংঘবদ্ধ নাট্য সম্প্ৰদায় গঢ়ি তোলে। কামুৱে নিজে তেওঁ এই নাট্য সম্প্ৰদায়টোক পৰিচালনা কৰাই নহয় নাট অভিনয়তো অংশ গ্ৰহণ কৰিছিল। এই সময়তে কামুৱে দেশ বিদেশৰ প্ৰথম শ্ৰেণীৰ নাট্যকাৰসকলৰ নাটকবোৰ মঞ্চৰূপ দিয়াৰ উপৰিও বহুতো বিশ্ববিখ্যাত উপন্যাসৰ কাহিনীক নাট্যৰূপ দি মঞ্চস্থ কৰিছিল। এই সময়ত আন্দ্ৰে জিদ বেন জনচন আৰু দস্তয়েভস্কি কামুৰ প্ৰিয় লেখক আছিল।

দ্বিতীয় মহাযুদ্ধ আৰম্ভ হোৱাৰ আগে আগে কামুৱে আলজিৰিয়াৰ বাহিৰলৈ ফুৰিবলৈ যায়। জাৰ্মানী মধ্য ইউৰোপৰ অন্য কিছুমান দেশ ইটালী ফ্ৰান্স আদি ঘূৰি কেইবছৰ মানৰ ভিতৰতে কামু আকৌ আলজিৰিয়ালৈ উভতি আহে। এইবাৰ কামুৱে সাংবাদিকতাৰ পেশা গ্ৰহণ কৰিলে। তেওঁ আলজাৰ ৰিপাব্লিকান নামৰ জনপ্ৰিয় দৈনিক সংবাদ পত্ৰৰ এজন সহকাৰী সম্পাদক হিচাপে চাকৰি কৰিবলৈ লয়। সাংবাদিক হিচাপে তেওঁৰ সুখ্যাতি বিয়পি পৰিল। এনেতে পেৰিচৰ এখন বাতৰি কাকতৰ পৰা তেওঁক আমন্ত্ৰণ জনোৱা হ'ল তাতে কাম কৰিবলৈ। কিন্তু তাতে কেইমাহমান থকাৰ পাচতে দ্বিতীয় মহাযুদ্ধ আৰম্ভ হ'ল আৰু ফ্ৰান্সৰ জাৰ্মানীৰ হাতত পৰাজয় হ'ল। পেৰিচ অৱৰোধৰ আগে আগে তেওঁ আলজিৰিয়ালৈ ঘূৰি আহে।

এই সময়তে কামুৰ মাজত আৰম্ভ হৈছিল এক চিন্তাৰ আলোড়ন। দেশ বিদেশৰ সাহিত্য আৰু দৰ্শন পাঠৰ ই আছিল ফলশ্ৰুতি। তেওঁ সাংবাদিকতাৰ পেচা এৰি একান্ত-মনে লিখা পঢ়াত লাগিল। আলজিৰিয়ান ৰিপাব্লিক কাকতে পুনৰ তেওঁক আমন্ত্ৰণ জনাইছিল যদিও সেই আমন্ত্ৰণ তেওঁ গ্ৰহণ নকৰিলে। আৰু আলজিৰিয়াৰ পৰা কিছু দূৰৰ ওৰাণ চহৰলৈ গুচি গ'ল আৰু তাতে শিক্ষকতাৰ কামত

নিজকে নিৰিষ্ট কৰিলে। শিক্ষকতাৰ অলপীয়া দৰমহাৰে তেওঁ সাংসাৰিক জীৱন আৰম্ভ কৰিলে। তাৰ লগে লগে আৰম্ভ হ'ল সাহিত্য কৰ্মৰ গভীৰ সাধনা।

কামুৰ সাহিত্য সৃষ্টিৰ প্ৰথম কালছোৱাত চাৰ্ত্তৰ দৰ্শনে তেওঁক বিশেষভাৱে প্ৰভাৱিত কৰে। তেওঁৰ নিজস্ব দাৰ্শনিক চিন্তাৰ পুথি L Myth de Sisphe ত তেওঁৰ দাৰ্শনিক দৃষ্টিভঙ্গীসমূহ প্ৰকাশ পাইছে। এই গ্ৰন্থতে তেও প্ৰতিপন্ন কৰিছে বিশ্ব যিহেতু যুক্তিহীন ইয়াত কোনো নৈতিক অৰুণ্ড কৰ্তব্য নাই। পৃথিৱীত পাপ পুণ্য এইবোৰ শব্দবো কোনো যথাৰ্থতা নাই। ইয়াৰ উপৰিও ইয়াতেই তেওঁ আত্মহত্যাৰ প্ৰশ্নটোও উত্থাপন কৰিছে আৰু জীৱনত উগ্ৰভাৱে বাচি থকাৰ পোষকতা কৰিছে।

দুইখন গ্ৰন্থই প্ৰকাশিত হয় ফ্ৰান্স জাৰ্মানীৰ কবলৰ পৰা মুক্ত হোৱাৰ পাছত।

লাহে লাহে কামুৰ চিন্তাধাৰাৰ পৰিবৰ্তন আৰম্ভ হল আৰু তেওঁ চাৰ্ত্তৰ দৰ্শনৰ বিৰোধিতা কৰিবলৈ ললে। কামুৱে তেওঁৰ নিজস্ব দাৰ্শনিক চিন্তাধাৰাৰ নাম দিলে চেকিউলাৰ হিউমানিজিম। কিন্তু সমালোচক সকলে তেওৰ মতবাদ অস্তিত্ববাদৰ পৰা বৰ বেছি ফালৰি কাটি অহা নাই বুলি কৈছে। দি ৰিবেল গ্ৰন্থত কামুৱে তেওঁৰ নিজৰ মতাদৰ্শৰে ৰাজনৈতিক বিপ্লৱৰ তাৎপৰ্য্য ব্যাখ্যা কৰিলে। তেওঁৰ মতে বৰ্ত্তমান সময়ত মানুহৰ জীৱন এক নিদাৰুণ হতাশা তথা অবিশ্বাসৰ সোঁতৰ মাজেৰে উজাই চলিছে। কিন্তু সেয়া সফল হোৱা নাই। এই যে অৰ্থহীন অবিশ্ৰান্ত প্ৰচেষ্টা ইয়াৰ যুক্তিসঙ্গত পৰিণতি হৈছে কটাকটি মৰামৰি আদি। ইয়াৰে ব্যাপকতৰ ৰূপ হল মহাযুদ্ধ। এই অৱস্থাৰ অৱসানৰ বাবে মতবাদ গঢ়ি তোলা উচিত। কামুই আৰু কৈছে বিদ্ৰোহ বা বিপ্লৱে যেতিয়া চৰম ৰূপ লয় তেতিয়া সি কাৰ্য্যত স্বাধীনতাকেই খৰ্ব কৰি পেলায় আনকি তাক একেবাৰে নাইকিয়া কৰি পেলায়। কিন্তু সেই স্বাধীনতা অৰ্জনেই এই বিপ্লৱৰ মূল লক্ষ্য। কামুৰ

এই মতবাদ অৱশ্যে মাৰ্কচবাদ ষ্টেলিনবাদ বিৰোধী বুলি প্ৰতিপন্ন হয় আৰু ইয়ে তেওঁৰ জনপ্ৰিয়তা কিছু হ্ৰাস কৰে।

মিথ অব চিচিফাচ ত প্ৰকাশ কৰা ধাৰণাৰ পৰাও তেওঁ ফালৰি কাটি আহে পিছৰ কালৰ সৃষ্টিসমূহত। তেওঁ হৈ পৰে এজন প্ৰকৃত নীতিবাদী। এই যুক্তিহীন পৃথিৱীত নৈতিকতাৰ সাৰ্থকতাকেই তেওঁ প্ৰতিপন্ন কৰিছে তেওঁৰ পৰিণত ৰচনা দি প্লেগ ত। ডস্তয়েভস্কিয়ে কৈছিল If God does not exist then everything is permitted কামুৱে তাৰ বিৰোধিতা কৰি প্ৰতিপন্ন কৰিলে God doe not exist nd th t verything is not perm tted এই নৈতিক াৰ প্ৰসাৰে তেওঁৰ মানৱতাবাদক বিশেষ প্ৰশস্ত কৰি তোলে।

নাট্যকাৰ হিচাপেও কামুৱে বিশেষ খ্যাতি অৰ্জন কৰে। তেওঁৰ C leg l আৰু Le Mal nt ndu ই উৎকৃষ্ট নাট্যকলাৰ স্বাক্ষৰ বহন কৰিছে।

সাহিত্যকৰ্মৰ লগতে কামুৱে গভীৰ মানৱতাবাদী চিন্তাৰ দ্বাৰ উদ্বুদ্ধ হৈ নানা ধৰণৰ সংস্থাৰ লগত জড়িত হৈ পৰিছিল। তেও নিজে প্ৰতিষ্ঠা কৰা এক সংস্থা আছিল কমিটি টু এড দি ভিক্‌টিমচ অব টোটোলিটাৰিয়ান ষ্টেট। এই সংস্থাৰ জৰিয়তে তেও হিটলাৰৰ জাৰ্মানী ষ্টেলিনৰ ৰাচিয়া চালাজাৰৰ পতু গাল আৰু ফ্ৰাঙ্কোৰ স্পেনৰ পৰা বিতাড়িত অসহায় নৰনাৰীবোৰক প্ৰত্যক্ষভাৱে সহায় কৰি লৈ সমৰ্থ হৈছিল। কামুৱে বিশ্বাস কৰিছিল এক বিশ্ব চৰকাৰৰ ওপৰত তেও ভাবিছিল এনে এখন চৰকাৰ প্ৰতিষ্ঠা কৰিব নোৱাৰিলে মানৱজাতিৰ কোনো ভৱিষ্যত নাই। ১৯৪৭ চনৰ পৰা তেওঁ বিশ্ব চৰকাৰ প্ৰতিষ্ঠাৰ আন্দোলনৰ লগত যুক্ত হৈ আছিল।

১৯৫৭ চনত মাত্ৰ ৪৪ বছৰ বয়সত কামুৱে সাহিত্যৰ নোবেল বঁটা লাভ কৰে আৰু ইয়াৰ তিনিবছৰ পাছতে এক মটৰ দুৰ্ঘটনাত তেওঁৰ মৃত্যু হয়। মৃত্যুৰ সময়ত তেওঁৰ প্ৰকাশিত গ্ৰন্থৰ সংখ্যা আছিল বাৰখন। তেওঁৰ বিশেষ সাহিত্যিক শৈলীয়ে প্ৰত্যেকখন গ্ৰন্থক আধুনিক পাঠকৰ বাবে আবেদনপূৰ্ণ কৰি তুলিছে।

১৯৪৭ চনত কামুৰ প্ৰখ্যাত উপন্যাস দি প্লেগ (La Paste) প্ৰকাশ পায়। এই উপন্যাসখনত কামুৰ প্ৰজ্ঞা আৰু কলাশৈলীৰ যুগপৎ প্ৰকাশ ঘটিছে। গ্ৰন্থখনত প্লেগৰোগৰ কবলত পৰা এখন নগৰৰ মানুহৰ অসহায় জীৱনচিত্ৰ সহৃদয়ভাৱে বৰ্ণিত হৈছে।

আলজিৰিয়াৰ ঔপনিবেশিক চহৰ ওৰাণত হঠাতে আৰম্ভ হ'ল মহামাৰী প্লেগ। ইয়াৰ নাগৰিকসকল আতঙ্কিত হৈ পৰিল। চহৰৰ এজন ডাক্তৰ বাৰ্ণাৰ্ড ৰিয়ো বেমাৰৰ বাবে ব্যস্ত হৈ পৰিল। তেওঁ কেইজনমান ডাক্তৰক লগত লৈ নগৰৰ পৌৰসভাক নগৰত প্লেগ আৰম্ভ হোৱা বুলি ঘোষণা কৰিবলৈ দাবী কৰিলে। পৌৰসভাই প্ৰথমে এই কথালৈ মন কাণ নিদিলে। ইতিমধ্যে প্ৰতিদিনে দহ বাৰজনকৈ মানুহ মৰিব ধৰিলে। লাহে লাহে ইয়াৰ সংখ্যা বাঢ়িবলৈ আৰম্ভ কৰিলে। প্লেগক মহামাৰীৰূপে ঘোষণা কৰা হ'ল। লগে লগে চৰকাৰে ওৰাণ চহৰক বাহিৰৰ জগতৰ পৰা বিচ্ছিন্ন কৰি পেলালে। নগৰলৈ বাহিৰৰ পৰা মানুহ যাব পাৰিব কিন্তু ওলাই আহিব নোৱাৰে। চিঠি-পত্ৰৰ যোগাযোগো বিচ্ছিন্ন কৰি দিয়া হ'ল। টেলিগ্ৰামৰ যোগেদি দুই এটা বাৰ্তা প্ৰেৰণ কাৰ্য্য মাথো চলি থাকিল।

মানুহ নগৰৰ পৰা ওলাই যাব নোৱাৰাকৈ কটা পহৰাৰ ব্যৱস্থা কৰা হ'ল। বন্দী মানুহবোৰৰ দুৰ্দশা সঁচাকৈয়ে অবৰ্ণনীয় হৈ পৰিল। হাঁহিবলৈ মানুহে পাহৰি গ'ল। পাগলৰ সংখ্যা ক্ৰমাগতভাৱে বাঢি যাব ধৰিলে। ৰিয়োৰ সঙ্গী কেবাজনো মৃত্যুৰ গৰাহত পৰিল। প্লেগৰ এই কালছোৱাতেই ডাক্তৰৰ ওচৰলৈ খবৰ আহিল নগৰৰ পৰা আঁতৰৰ এক স্বাস্থ্যনিৱাসত চিকিৎসা চলি থকা তেওঁৰ স্ত্ৰীৰ মৃত্যুৰ বতৰা।

অৱশেষত প্লেগৰ প্ৰকোপ কমি আহিল। উপন্যাসৰ শেষত দেখা যায় প্লেগমুক্ত ওৰাণৰ সাধাৰণ মানুহৰ আনন্দ উল্লাস আৰু কোলাহল। কিন্তু ইয়াৰ মাজতে ৰিয়োই ভাবিছে এই আনন্দ হয়তো বেছিদিন স্থায়ী নহয় কাৰণ প্লেগৰ বীজাণু কেতিয়াও একেবাৰে নিঃশেষ হৈ নেযায় ই লুকাই থাকে।

উপন্যাসখনত প্লেগ এক প্ৰতীক। প্লেগক এক প্ৰতীক হিচাপেই গ্ৰহণ কৰিছে বুলি কামুই উপন্যাসৰ প্ৰথম পৃষ্ঠাত উল্লেখ কৰা ডেনিয়েল ডিফোৰ পৰা দিয়া উদ্ধৃতিৰ পৰা অনুমান কৰিব পাৰি। ডিফোই ৰবিনচন ক্ৰুচোৰ ভূমিকাত লিখিছিল—

এক ধৰণৰ বন্দীদশাৰ কথাৰে আৰু আন এক ধৰণৰ বন্দীদশা দেখুওৱা বেচ ন্যায়সঙ্গত ঠিক যেনেকৈ যাৰ বাস্তৱ অস্তিত্ব আছে সেই ধৰণৰ বস্তুৰ সাহায্যত যাৰ বাস্তৱ অস্তিত্ব নাই—এই ধৰণৰ বস্তু গঢ়ি তুলিবৰ বাবে আমি চেষ্টা কৰোঁ।

জাৰ্মানীৰ ফ্ৰান্স অৱৰোধৰ এক ৰূপকাত্মক প্ৰকাশ যদিও ইয়াক বাস্তৱধৰ্মী ৰূপত বৰ্ণনা কৰা হৈছে। মানৱীয় মৰ্য্যাদা আৰু বিশ্ব ভ্ৰাতৃত্বৰ আদৰ্শক ইয়াত সমুজ্জ্বল কৰি তোলা হৈছে। ই তেওঁৰ নৈতিকতাবাদী চেতনাৰ স্বাক্ষৰো বহন কৰিছে। ইয়াত নৈতিক প্ৰমূল্যৰ ওপৰত গুৰুত্ব দিয়া হৈছে। এই উপন্যাসৰ মুখ্য চৰিত্ৰ ৰিয়ো আৰু তেওৰ সহযোগী টাৰোৰ মাজত এই নৈতিক প্ৰমুখ্য সমুজ্জ্বল কৰি তোলা হৈছে। দুয়ো অশেষ চেষ্টা কৰি নগৰখনক ৰোগমুক্ত কৰাৰ চেষ্টা কৰিছে। ডা ৰিয়োৰ মতে মানুহখিনিক ৰোগমুক্ত কৰাৰ প্ৰশ্নটোৱে মূল নৈতিকতা। টাৰোই নিজৰ নৈতিক দায়িত্বৰ বিষয়ে ভাবিছে এনেদৰে—আমাৰ একমাত্ৰ নৈতিক কৰ্তব্য হ'ল আমি নিজকে বীজাণুৰ বাহক নকৰা। দুয়োটা চৰিত্ৰই নৈতিক আদৰ্শ লৈ কাম কৰি গৈছে আৰু ইয়াৰ বাবে ত্যাগ আৰু সাহসো অৰ্জন কৰিছে।

উপন্যাসখনৰ আন এক বৈশিষ্ট্য হ'ল ইয়াৰ বাক সংযম আৰু ক্ষুৰধাৰ ব্যঙ্গৰ প্ৰয়োগ।

## উপন্যাসৰ সংক্ষিপ্ত ৰূপ

### প্ৰথম পৰ্ব

ইং ১৯৪ ৰ ওৰাণ নগৰৰ এক অসাধাৰণ ঘটনা।

ওৰাণ আলজিৰিয়াৰ উপকূলত অৱস্থিত নগৰ। ই ফৰাচী বন্দৰ আৰু ফৰাচী বিভাগৰ অধিকৰ্তাৰ মুখ্য কাৰ্য্যালয়।

নগৰখন তেনেই আপচু। কোনো গছ-গছনি বা চৰাই-চিৰিকতি ইয়াত নাই। বসন্তৰ আগমনো ইয়াত উচ্ছ্বাসহীন। আকাশতহে কেৱল পোৱা যায় ঋতুৰ আগমনৰ উমান। গৰমকালি দেহ পুৰি নিয়া উত্তাপ। ঘৰ দুৱাৰ খিৰিকিবোৰত ধূলিৰ প্ৰলেপ। শৰৎকালতো কেউপিনে বোকাপানী। কেৱল শীতৰ বতৰহে ইয়াত মনোৰম।

এই নগৰীৰ অধিবাসীবোৰ পৰিশ্ৰমী। ধন ঘটিবৰ বাবেই তেওঁলোকে শ্ৰম কৰে। মানুহবোৰৰ প্ৰধান মনোযোগ হ'ল ব্যৱসায়। সপ্তাহৰ শনিবাৰ আৰু ৰবিবাৰৰ বাহিৰে বাকী কেইটা দিন কেৱল ধন আৰ্জনৰ। ডেকা মানুহবোৰৰ আবেগ বৰ তীব্ৰ কিন্তু ক্ষন্তেকীয়া। বয়সস্থবোৰৰ পাপ বুলিবলৈ হ'ল তেওঁলোকৰ খেলা ভোজভাত ক্লাব আৰু জুৱাখেলৰ আসক্তি সামাজিক বিশৃঙ্খলতা ইয়াত প্ৰায়ে অনুপস্থিত। অমায়িক খোলাখুলিকৈ কথা কোৱা আৰু পৰিশ্ৰমী নাগৰিকসকলৰ ভ্ৰমণকাৰীসকলৰ প্ৰতিও আছে এক শ্ৰদ্ধাৰ্হ দৃষ্টি।

এক অসাধাৰণ পটভূমিত ওৰাণ নগৰ অৱস্থিত। এক সমতল ভূমিৰ মাজভাগ তাৰ চৌকাষে পাহাৰ। উপসাগৰখন পিছফালে থকাত সি চকুত নপৰে। তাক চাবলৈহে যাব লাগে।

বসন্তকালতে নগৰৰ এই ঘটনাৰ আৰম্ভণি।

নগৰত হঠাতে আৰম্ভ হ'ল এন্দুৰৰ মহামাৰী। প্ৰখ্যাত চিকিৎসক বেৰণাৰ বিয়োই হস্পিতেলৰ পৰা ওলাই আহোঁতে প্ৰথমতে ভৰিৰ তলত পাইছিল এটা মৰা এন্দুৰ। তেও প্ৰথমতে একো সন্দেহ কৰা নাছিল। কিন্তু তাৰ কিছুদিন পাছতে তেওঁৰ ঘৰৰ চিৰিতো এদিন পুৰা তিনিটা মৰা এন্দুৰ দেখা পোৱা গ'ল। ঘৰৰ দাৰোৱান মাইকেলে এন্দুৰৰ এই অপ্ৰত্যাশিত মৰণ দশা দেখিবলৈ পাই বিচলিত হৈ এই বিষয়ে গৰাকীৰ দৃষ্টি আকৰ্ষণ কৰিলে। কিন্তু ফল একো নহ'ল।

ডাক্তৰৰ এন্দুৰৰ বিষয়ে ভবাৰ অৱকাশ কম কাৰণ তেওঁৰ পত্নী ৰুগ্না। আজি এবছৰ ধৰি পত্নীয়ে শয্যাশায়ী হৈ তেওঁক বিয়োৰত পেলাইছে। অহাকালি তেওঁৰ পত্নীক বাহিৰৰ এক স্বাস্থ্যনিবাসলৈ

লৈ যোৱাৰ কথা। যোৱাৰ আগমুহূৰ্ত্তত বিছনাত জিৰণি লৈ থকাৰ কাৰণে তেওঁ ঘৈণীয়েকক উপদেশ দিছে। তাৰ প্ৰত্যুত্তৰত ঘৈণীয়েকে এটা মৰমিয়াল হাঁহি মাৰিলে। তেওঁৰ বয়স ত্ৰিশৰ বেছি নহয়। কিন্তু বেমাৰে তেওঁক নিশকটীয়া আৰু বয়সস্থ যেন কৰি তুলিছে। তেওঁৰ মুখৰ মধুৰ হাঁহিটোৱে কিন্তু এই সকলো ক মচি পেলায়।

নগৰৰ চাৰিওফালে নিগনি মৰাৰ কথাৰে আলোচনা। ডাক্তৰে ৰোগী চাবলৈ যাওঁতে ৰোগীবোৰেও এই বিষয়ে তেওঁক প্ৰশ্ন কৰিলে। কিন্তু ইয়াৰ অৰ্থ তেও মুবুজ বুলি ক ল। ডাক্তৰে ঘৈণীয়েকক কেৱল সান্ত্বনা স্বৰূপ ক লে তুমি ঘূৰি আহাগৈ সকলো ঠিক হৈ যাব। আমি আ ৌ নতুন জীৱন আৰম্ভ কৰিম।

ঘৈণীয়েকক প্লেটফৰ্মত গাড়ীত তুলি দি উভতি আহোঁতে প্ৰবেশ পথত লগ পালে অথনক। তেওঁ পুলিচ হাকিম। তেৰো এন্দুৰৰ কথা উলিয়ালে। এনেতে কেইটামান মৰা এন্দুৰ লৈ ৰেল বিভাগৰ কমচাৰী এজন তেওঁৰ কাষেৰে পাৰ হৈ গ ল।

ৰেমণ্ড ৰেম্ব এজন সাংবাদিক। মানুহজন চুটি চাপৰ কিন্তু দৃঢ় আৰু বুদ্ধিদীপ্ত চাৱনিৰে সমুজ্জ্বল। প্যাৰীৰ কাগজ এখনত তেও কাম কৰে। কাকতখনে তেওঁক সেই নগৰীত থকা আৰৱসকলৰ জীৱনধাৰা আৰু তেওঁলোকৰ স্বাস্থ্য সম্পৰ্কীয় বা বাতৰি স গ্ৰহৰ কাৰণে পঠাইছে। ডাক্তৰে সাংবাদিক ৰেম্বক নগৰখনত ঘটা এই এন্দুৰ মৰাৰ ঘটনাও বিৱৰি ক লে।

পুতেকৰ তত্ত্বাৱধান কৰিবলৈ ডাক্তৰৰ মাক আহি পালে। তেও আহি পাবৰ দিনাখনো মাইকেলে য তে ত তে পৰি এন্দুৰ মৰি থকাৰ বাতৰি দিলে। ডাক্তৰৰ মাকে পুতেকক লগ পাই নথৈ আনন্দিত হ ল আৰু তেওঁ ক লে যে এন্দুৰে এই অৱস্থাৰ অৱসান ঘটাব নোৱাৰে।

নগৰত ক্ৰমাগতভাৱে এন্দুৰৰ মৃত্যুৰ হাৰ বাঢ়ি যাব ধৰিলে। মানুহবোৰৰ মনত ত্ৰাস আৰু সন্দেহ আৰম্ভ হ'ল। ইতিমধ্যে ইনৃফৰ মেচন ব্যুৰোই খবৰ দিলে যে এপ্ৰিলৰ দিনা ৬২৩১টা এন্দুৰ মৰিছে আৰু ৮ এপ্ৰিলত মৰিছে ৮ টা।

ডাক্তৰৰ দাৰোৱান মাইকেল হঠাতে অসুস্থ হৈ পৰিল। ডাক্তৰে মাইকেলক পৰীক্ষা কৰোঁতে ডিঙিৰ পিছফালে হাত দি চাই টেমুনা এটা পালে। লাহে লাহে মাইকেলৰ অৱস্থা বেয়াৰ ফালে ঢাল খালে। সি ভুল বকিবলৈ আৰম্ভ কৰিলে। তাক চিকিৎসাৰ বাবে হস্পিতেললৈ নিয়াৰ বাটতে মৃত্যু হ'ল। মাইকেলৰ মৃত্যুৰ লগে লগে নগৰবাসীৰ ভয় ঘনীভূত হ'ব ধৰিলে।

জ্যা টাৰো কেই সপ্তাহমান আগতে নগৰখনলৈ আহিছে। কিয় আহিছে কোনেও নেজানে। তেওঁ হোটেল এখনত থাকে। মানুহজনে তামচা স্ফূৰ্তি বেচ ভাল পায়। স্পেন দেশীয় নৰ্তক নৰ্তকী আৰু সঙ্গীতজ্ঞসকলৰ লগতে তেওঁ বেছিভাগ সময় কটাই দিয়ে।

টাৰোই নোটবুকত সেই সময়ছোৱাৰ কথা বৰ্ণনা কৰিছে। অৱশ্যে তেওঁৰ দৃষ্টিভঙ্গী সদায় শুদ্ধ নহয়। সেই সংকটময় সময়ৰ কথা বৰ্ণাবলৈ গৈ তেও সচৰাচৰ বুৰঞ্জীকাৰসকলে এৰি যোৱা কথাবোৰ তুলি ধৰিছে। এই বৰ্ণনাবোৰ বিক্ষিপ্ত ডায়েৰীৰ দৰে দেখাত সামান্য ঘটনাৰ উল্লেখেৰে ই ভৰপূৰ কিন্তু সেইবোৰ বিশেষ তাৎপৰ্য্যপূৰ্ণ।

ওৰাণ নগৰত তেওঁ প্ৰৱেশ কৰাৰ পৰা আৰম্ভ কৰি এই আপচু নগৰখন আৱিষ্কাৰ কৰাৰ এক সন্তুষ্টিৰ কথা ইয়াত বৰ্ণিত হৈছে। নগৰৰ সভাঘৰত সজ্জিত ব্ৰোঞ্জৰ সিংহৰ বৰ্ণনা দাঙি ধৰি তেওঁ ক্ৰমে বৃক্ষশূন্য এই অঞ্চলৰ আচহুৱা ঘৰ দুৱাৰ আৰু অসম্ভৱ পৰিকল্পনাযুক্ত নগৰখনৰ কথা কৈছে।

টাৰোই ৰাস্তাই ঘাটে আৰু ট্ৰামত মানুহবোৰৰ মাজত হোৱা কথোপকথনৰ যোগেদি সেই সময়ৰ এটি চিত্ৰ দাঙি ধৰিছে। দুখন ট্ৰামৰ কণ্ডাক্টৰৰ মাজত হোৱা কথা-বতৰাবোৰ তেওঁ আলেঙে-আলেঙে শুনিছিল। তেওঁলোকে কোনোবা কেম্প নামৰ মানুহ এজনৰ মৃত্যুৰ বিষয়ে আলোচনা কৰিছিল। আলোচনাটো আছিল এনে ধৰণৰ—

তুমি কেম্পক জানিছিলা নহয়নে?

কেম্প ? সেই ওখকৈ মানুহজন গোঁফ থকা ?

এৰা ।

অ মোৰ মন আছে ।

সি বেচেৰা মৰিলেই ।

কেতিয়া ?

এই এন্দুৰৰ ঘটনা ঘটাৰ পাছত ।

কি হৈছিল ?

মই ঠিকমতে নেজানো । কিন্তু তেওঁৰ এবিধ জ্বৰ হৈছিল । বোধহয় তাতেই ঢুকাল ।

কেম্পৰ মৃত্যুৰ ঘটনাৰ লগতে আন এটা দৃশ্যও টাবোই তেওঁৰ ডায়েৰীত অংকন কৰিছে । তেও থকা হোটেলখনৰ সন্মুখত এটা ঘৰৰ বাৰান্দাত ঘটা সেই দৃশ্যটো লক্ষ্য কৰি তেও আমোদ পায় । সেই ঘৰৰ বাৰান্দাত কেইবাটাও মেকুৰী শুই থাকে । ঘৰৰ বুঢ়া মানুহ এজনে সিহঁতক পুচি পুচি কৈ মৰমসনা মাতেৰে মাতি কাগজ কিছুমান ফালি উৰুৱাই দিয়ে । সিহতে তাকে ধৰিব খোজোঁতে বুঢাই সিহঁতলৈ লক্ষ্য কৰি থু পেলাই দিয়ে । যেতিয়া তেওৰ থু গৈ মেকুৰীৰ গাত পৰে তেওৰ আনন্দ লাগে ।

হোটেলত এন্দুৰৰ মৃত্যু আৱিষ্কাৰ হোৱাৰ পাছত হোটেলৰ ধন ভড়ালীয়ে হিচাপত ভুল কৰি পেলোৱাৰ কথাও টাবোই সুন্দৰভাৱে বৰ্ণনা কৰিছে । মৰা এন্দুৰৰ বিষয়ে বাতৰি কাকতবোৰেও বিভিন্ন কথা ছপাইছে । বিশেষকৈ সেইবোৰ পৰিষ্কাৰ নকৰাৰ ফলত হ ব পৰা সম্ভাব্য বিপদৰ বিষয়ে কাকতবোৰে নগৰপালিকাক সাৱধান কৰি দিছিল । এইবোৰ কথাৰ লগতে টাবোই বৰ্ণনা কৰিছে বুঢ়াৰ ঘৰৰ বাৰান্দাৰ পৰা মেকুৰীবোৰ নোহোৱা হোৱাৰ কথা । এদিন আকৌ হঠাতে ট্ৰামতে এটা মৰা এন্দুৰ ওলাল । ট্ৰাম বন্ধ হৈ গ'ল । তিনিজনী তিৰোতা জাপ মাৰি ট্ৰামৰ পৰা নামিল । এন্দুৰটো দলিয়াই বাহিৰলৈ পেলাই দিয়া হ'ল । ট্ৰাম আকৌ চলিল ।

এইবোৰ সকসুৰা ঘটনা হ লেও এইবোৰৰ গুৰুত্ব বাঢ়ি যাবলৈ ধৰিলে। কাৰণ নগৰত অ ত ত ত ভয়ঙ্কৰ জ্বৰৰ আৰম্ভণি হৈছে। মানুহৰ মাজত এই কথা লৈ বেচ আলোড়নৰ সৃষ্টি হৈছে। টাবোৰ ডায়েৰীয়ে এই সকলোবোৰকে সামৰি লৈছে।

লাহে লাহে ৰোগ বৃদ্ধি পাবলৈ ধৰিলে। প্ৰায় পঁচিশটামান এনে বেমাৰ ধৰা পৰিছে আৰু সেই বেমাৰত ৰোগীসকল মাৰাত্মকভাৱে ধৰাশায়ী হৈছে। ডাঃ ৰিয়োই বেমাৰবোৰৰ লক্ষণবোৰলৈ চাই আচুতীয়াকৈ থোৱাৰ কথা ভাবিলে আৰু এই বিষয়ে স্থানীয় চিকিৎসা সংস্থাৰ সভাপতি ৰিচাৰ্ডৰ লগত কথা-বতৰাও হ'ল কিন্তু ৰিচাৰ্ডে পোন পোটীয়াকৈ তেওঁক জনাই দিলে যে এই কাম তেওঁ কৰিব নোৱাৰে। অৱশ্যে নগৰ অধ্যক্ষক তেওঁ এই বিষয়ে জনাব। ৰিচাৰ্ডে ই সংক্ৰামক নহয় বুলি ডাক্তৰক ক লে যদিও ডাক্তৰ কিন্তু মান্তি নহ ল। তেওঁৰ মতে এই বেমাৰৰ লক্ষণবোৰ নিঃসন্দেহে অত্যন্ত ভয়াবহ।

মিউনিচিপালিটি অফিচত কাম কৰে গ্ৰেণ্ডে। বয়স পঞ্চাশমান হ'ব। তেওঁ কিছুদিনৰ পৰা তেজ চলাচল সংক্ৰান্ত বেমাৰ এটাত ভুগি আছিল। গ্ৰে গুই ডা ৰিয়োক লৈ গৈছিল কটাৰ্ড নামৰ মানুহজনৰ ওচৰলৈ। মানুহজনে আত্মহত্যা কৰিব খুজিছিল। মানুহজনক চিকিৎসা কৰি গ্ৰেণ্ডক পুলিচত খবৰ দিবলৈ ক লে। পুলিচে জেণ্ডক কটাৰ্ডৰ বিষয়ে সুধিলে। কটাৰ্ডে পুলিচ অহা দেখি ভয় খাইছিল। ডাক্তৰ ৰিয়োই তেওঁক উত্তেজিত নহ বলৈ ক লে। কিছুমান আন নীতি নিয়ম পালনৰ বাবেহে পুলিচ আহিছে।

কটাৰ্ডে ক লে যে ই সম্পূৰ্ণ অনাৱশ্যক আৰু তাৰোপৰি তেও পুলিচক বৰ বেয়া পায়।

ডাঃ ৰিয়োই কটাৰ্ডক শান্ত কৰি পুলিচক তেওঁৰ কোঠালৈ লৈ আহিল। পুলিচে দুই-এটা কথা সুধিলে।

তাৰো বেমাৰৰ কথা ওলাল। পুলিচ ইন্সপেক্টৰজনে ডাক্তৰৰ বেমাৰৰ

বিষয়ে সুধিলে। লগতে বেমাৰটোৰ কাৰণ আচৰিত ধৰণে পৰিৱৰ্তিত হোৱা বস্তুৰটো বুলি অনুমান কৰিলে।

সিদিনা গধূলিয়ে মাইকেলতকৈ বেছি ভয়াবহ লক্ষণেৰে ৰোগী এজনক দেখিবলৈ পোৱা গ'ল। মানুহজনে বিষোৱা টেমুনাটোত ধাঁৰ বমি কৰিছে আৰু জ্বৰত প্ৰলাপ বকিবলৈ আৰম্ভ কৰিছে। তাৰ পাছত নগৰৰ বিভিন্ন ঠাইৰ পৰা এনে লক্ষণযুক্ত বেমাৰীৰ খবৰ আহিবলৈ ধৰিলে ডাক্তৰৰ সহযোগী ডাক্তৰ কোষ্টল আহি তেওঁৰ ওচৰ পালে। তেওঁ ডাক্তৰ ৰিয়োক ক'লে তুমি নিশ্চয় জানা এইয়া কি?

—মই প'ষ্টমৰ্টেমৰ ৰিপোৰ্টলৈ বাট চাইছোঁ। মই কিছুদিন চীনত আছিলো।। বিশ বছৰ আগতে এনে বেমাৰ পেৰিচত আৰম্ভ হোৱা দেখিছিলোঁ। বেমাৰৰ লক্ষণবোৰে কিন্তু ইয়াক প্লেগ বুলিয়ে প্ৰতিপন্ন কৰায়।

কেষ্টল বহাৰ পৰা উঠিল আৰু দুৱাৰৰ ফালে খোজ ললে। তাৰ পাছত ক'লে নাতিশীতোষ্ণ অঞ্চলৰ পৰা এই বেমাৰ নাইকিয়া হোৱা বুলি কয়।

—নাইকিয়া হৈছে? পাহৰি নেযাব মাত্ৰ বিশ বছৰ আগতে ই পেৰিচত দেখা দিছিল।

—ঠিকেই কিন্তু ই যাতে ভয়ানক নহয় তাকেই আশা কৰিব লাগিব। কটাৰ্ডে ক'লে।

খিৰিকিৰে বাহিৰলৈ চাই ডাক্তৰে প্লেগৰ বিভীষিকাৰ কথা ভাবিলে। ইতিহাসত অজস্ৰ প্লেগ আৰু যুদ্ধৰ কথা আছে। বাৰে বাৰে ই অজস্ৰ মানুহক নিঃশেষ কৰিছে। ডাক্তৰৰ মনত পৰিল চীন এথেন্স আৰু কনষ্টান্টিনোপলত হোৱা প্লেগৰ কথা।

বাহিৰলৈ চাই থাকোঁতে তেওঁৰ কাণত পৰিল ট্ৰামৰ ঘণ্টা ধ্বনি আৰু ইয়ে যেন তেওঁৰ মনৰ মাজত যন্ত্ৰণাৰ অনুভূতিক খণ্ডিত কৰিলে। কেৱল সাগৰৰ ঢৌৰ শব্দই তেওঁৰ মনলৈ নমাই আনিলে ক্লান্তি আৰু সকলো বস্তুৰ ক্ষণস্থায়িত্ব সম্পৰ্কে অনুভূতি। উপসাগৰৰ ফালে ভুমুকি

মাৰি চাই তেওঁ মনত পেলালে—লুক্ৰেচিয়াচে কোৱা প্লেগ জুইৰ কথা। এথেনিয়ানসকলে হেনো সাগৰতীৰত এই জুই জ্বলাইছিল। ৰাতি হোৱাৰ লগে লগে মৃতসকলক তালৈ লৈ অহা হৈছিল কিন্তু তাত মৃতদেহ থ'বৰ বাবে ঠাই নোহোৱা হৈ পৰিছিল। জীৱিতবোৰে ইজনে সিজনে যুদ্ধ কৰিছিল এটুকুৰা ঠাইৰ কাৰণে য'ত তেওঁলোকৰ আত্মীয়বোৰক সংস্কাৰ কৰিব পৰা যায়। তেওঁলোকে চোৰ বুকুত আত্মীয়সকলক উটাই দিয়াৰ পৰিবৰ্তে ৰক্তক্ষয়ী যুদ্ধত লিপ্ত হৈ পৰিছিল।

ডাক্তৰে খিৰিকিখন খুলি দিয়াৰ লগে লগে উচ্চ গ্ৰামত উঠা নগৰৰ কোলাহলবোৰ তেওঁৰ কাণত পৰিল। ক'ৰবাত মেচিন চলাৰ শব্দ হৈছে। তাৰ পৰা তীক্ষ্ণ শব্দবোৰ ভাঁহি আহিল। ৰিয়োই আপোন মনে ভাবিলে যি কৰণীয় তাক কৰিবই লাগিব।

সিদিনা গ্ৰেণ্ডে আহি ডাক্তৰক খবৰ দিলেহি প্লেগত মৃত্যুৰ সংখ্যা দিনে দিনে বাঢ়ি গৈ আছে। গ্ৰেণ্ডে মিউনিচিপালিটি অফিচত জন্ম বিবাহ আৰু মৃত্যুৰ জৰীপ বিভাগৰো কাম কৰে আৰু তাতেই গম পাইছে মৃত্যুৰ হাৰ বাঢ়ি গৈ থকাৰ কথা। গ্ৰেণ্ডৰ লগত কটাৰ্ডো আছিল। ডাক্তৰে তেওঁৰো কুশল বাৰ্তা সুধিলে। তেওঁ ভালে থকা বুলিয়ে ক'লে।

বেমাৰটোক প্লেগ বুলি ঘোষণা কৰা নকৰালৈ ডাক্তৰসকলৰ মাজত বিশেষ আলোচনা হ'ল। ৰিয়োই ক'লে যদি ঘোষণা কৰা নহয় তেনেহলে আধামান জনসংখ্যা মৰি নাইকিয়া হ'ব। বিচাৰ্ডে ৰিয়োক সুধিলে তেনেহলে আপুনি নিশ্চিত যে ই প্লেগ।

আপুনি ভুলভাৱে সমস্যাটো দাঙি ধৰিছে। মই তাক কি বুলি কওঁ সেইটো ডাঙৰ কথা নহয়। গুৰুত্বপূৰ্ণ হ'ল সময়টোহে ডাক্তৰে ক'লে। যদি ই প্লেগো নহয় মই আপোনাৰ মতকে গ্ৰহণ কৰিছোঁ। প্লেগৰ বাবে আৱশ্যকীয় প্ৰতিৰোধ ব্যৱস্থা সোনকালে গ্ৰহণ কৰা হ'ব—নগৰ অধ্যক্ষই ক'লে।

এই আলোচনাৰ পাচতে জ্বৰৰ প্ৰকোপ আৰু চৰিব ধৰিলে।

ৰিয়োই লক্ষ্য কৰিলে চৰকাৰী জাননীৰে এই বেমাৰটোৰ বিষয়ে জনসাধাৰণক সজাগ কৰি তোলা হৈছে। অৰণ্যে বেছি জনসমাগম নোহোৱা ঠাইতহে জাননীবোৰ আঁৰি দিয়া হৈছে। জাননীত কোৱা হৈছে যে এবিধ ভয়াবহ জ্বৰ ওৰাণ নগৰত বিয়পি পৰিছে। কিন্তু ইয়াক সচৰাচৰ বেমাৰ বুলি এতিয়ালৈকে ক'ব পৰা হোৱা নাই। বেমাৰত লবলগীয়া সাৱধানতা সম্পৰ্কেও জাননীবোৰত উল্লেখ কৰা হৈছে।

গ্র্যাণ্ড পুনৰ ৰিয়োৰ ওচৰলৈ আহিল। বেমাৰৰ প্ৰাদুৰ্ভাৱ বাঢ়ি যোৱা সম্পৰ্কে দুয়োৰে মাজত আলোচনা হ'ল। আবেলিলৈ ডাক্তৰে কটাৰ্ডক দেখা কৰিবলৈ যাব বুলিও গ্র্যাণ্ডক ক'লে। গ্র্যাণ্ডে কটাৰ্ডৰ চাৰিত্ৰিক পৰিৱৰ্তন হোৱাৰ কথা উল্লেখ কৰি ক'লে যে মানুহজন এতিয়া খুব অমায়িক হৈ পৰিছে। তেওঁ এতিয়া সকলোৰে লগত সহজ হ'ব বিচাৰে। মাজে মাজে হেনো গ্র্যাণ্ডৰ লগত ফুৰিবলৈও ওলায়। এখন বিলাসবহুল হোটেললৈ এদিন গ্র্যাণ্ডক তেওঁ লৈ গৈছিল। এতিয়া তেওঁ ধ পাত বেচা মাইকী মানুহ এজনীৰ ওচৰলৈকো যায়। ৰাজনৈতিক বা অৰ্থনৈতিক অৱস্থা সম্পৰ্কেও তেওঁ এতিয়া সুন্দৰ ধাৰণা কৰিব পৰা হৈছে। কটাৰ্ডে সাহিত্যিক হবৰো চেষ্টা কৰিছে। কাৰণ সাহিত্যিক হ'লে বহু কথাই সহজ হৈ পৰে

ৰিযোই সিদিনা আবেলি ডাক্তৰ কেষ্টেলৰ লগতো কথা হ'ল। ওৰাণৰ হস্পিতেললৈ চীৰাম এতিয়াও আহি পোৱা নাই। তেওঁলোকে চীৰামৰ বিষয়েও কথা পাতিলে।

প্লেগৰ প্ৰসাৰে ডাক্তৰক যিমানেই আতঙ্কিত কৰিলে সিমানেই তেওঁ কটাৰ্ডক লগ ধৰাৰ প্ৰয়োজনীয়তা অনুভৱ কৰিলে। ৰিয়ো গৈ কটাৰ্ডৰ ওচৰ পালে। সন্ধিয়া লাগিছিল। এন্ধাৰত বহি কটাৰ্ডে কিবা ভাবি আছিল। ৰিয়োই কলিং বেল টিপাত কটাৰ্ড ওলাই আহিল। ৰিয়োই তেওঁ কেনে আছে বুলি সোধাত তেওঁ ক'লে যে ভালেই কিন্তু শান্তিত থাকিবলৈ দিলে তেওঁ আৰু বেছি ভালে থাকে। ডাক্তৰে তেতিয়া ক'লে যে কোনেও অকলে থাকিব নোৱাৰে।

দুয়ো বাৰান্দাত বহি কথা পাতি আছিল। ইতিমধ্যে সন্ধ্যাৰ লগে লগে ৰাস্তাৰ লাইটবোৰ জ্বলি উঠিল। সদায় অহাৰ দৰে সিদিনাও ভাঁহি আহিছে ওচৰৰ গাওঁৰ পৰা মৃদু বায়ু যত নিহিত হৈ আছে মৃদু শব্দধ্বনি। ভজা মাংসৰ গোন্ধে যেন আনন্দময় এক স্বাধীনতাৰ উল্লাস বহন কৰি আনিছে। নাতিদূৰৰ উপসাগৰৰ পাৰৰ পৰাও ভাহি আহিছে শব্দ ধ্বনি।

বাৰান্দাৰ পৰা দুয়ো কোঠাত সোমাল। কটাৰ্ডে ডাক্তৰক সুধিলে—ডাক্তৰ কওকচোন—মই অসুস্থ হৈ পৰিলে মোক আপোনাৰ ওৱাৰ্ডত ৰাখিবনে ?

কিয় নেৰাখিম ?

তাৰ পিছত কটাৰ্ডে জানিব বিচাৰিলে কেতিয়াবা হস্পিতেল বা নাৰ্চিংহোমত থকা বেমাৰীক বন্দী কৰা হয়নে ?

বিযোই ক লে যে ই নিৰ্ভৰ কৰে বেমাৰীজনৰ ওপৰত।

কথা পাতি পাতি দুয়ো ঘৰৰ পৰা বাহিৰ ওলাল। ডাক্তৰে কটাৰ্ডৰ সৈতে গাডীত উঠিল। গাড়ী ডাক্তৰে চলাইছিল। হঠাতে ল ৰা ছোৱালীৰ জুম এটাৰ ওচৰত কটাৰ্ডৰ নিৰ্দেশমতে ডাক্তৰে গাডীখন ৰখালে। সিহঁতে খেল খেলি চিঞৰ বাখৰ কৰি আছিল। তাৰ মাজৰ দুজনমান ল ৰাই ৰিয়োলৈ একেথিৰে চাই থাকিল। কটাৰ্ড গাডীৰ পৰা নামিল। ডাক্তৰৰ সৈতে কৰমৰ্দন কৰি উঠি পুনৰ বেমাৰটোৰ বিষয়ে কটাৰ্ডে সুধিলে এইদৰে—

—সকলোৱে মহামাৰীৰ কথা কয় কথাটো সচানে ডাক্তৰ ?

—মানুহে সদায় সঁচা কথাই কয়।

—সেইটো ঠিকেই কিন্তু দহজন মানুহ মৰিলে তেওঁলোকে গোটেই পৃথিৱী শেষ হোৱা বুলি ভাবে

ডাক্তৰৰ গাড়ীখন আকৌ ঘৰঘৰাই উঠিল। ডাক্তৰে গিয়াৰৰ ওপৰত হাতখন থ লে। ডাক্তৰলৈ চাই ল ৰাজনে পুনৰ হাঁহি দিলে তাৰ দাঁত কেইটা উলিয়াই।

যাবলৈ সাজু হোৱা ডাক্তৰৰ গাড়ীখনৰ দুৱাৰত ধৰি হঠাতে কটাৰ্ডে চিঞৰিব ধৰিলে ভূমিকম্প ডাক্তৰ ভূমিকম্প। ই সকলোকে ধ্বংস কৰি পেলাব।

আচলতে ভূমিকম্প অহা নাছিল। কটাৰ্ডৰ আছিল সেয়া ভ্ৰম মাত্ৰ।

পিছদিনা ডাক্তৰে অসুখ হোৱা মানুহবোৰৰ ঘৰে ঘৰে ঘূৰিব ধৰিলে। ইয়াৰ আগতে এই ব্যৱসায়ত তেওঁৰ ইমান চিন্তা আৰু উদ্বিগ্নতাৰ সৃষ্টি হোৱা নাছিল। এতিয়া তেও উপলব্ধি কৰিছে ৰোগীবোৰেও যেন তেওঁৰ লগত যোগাযোগ কৰা নাই। আগৰ দৰে সিহঁতে বিনা দ্বিধাৰে ডাক্তৰৰ ওচৰত নিজকে সপি দিয়া নাই। বৰ নিজকে যেন দূৰৈতহে ৰাখিব খুজিছে। তেওলোকৰ এই শাৰীৰিক বিকাৰক যেন এক ঔদ্ধত্যালিয়ে মেৰাই ৰাখিছে। ই যেন এক সংগ্ৰাম যাৰ সৈতে তেওঁ অ ্যস্ত নহয়। সেইদিনা ৰাতি দ'মান বৃজাত ভাগৰি জুগৰি ৰিয়োই পুৰণি এজনা ৰোগীজনৰ ওচৰ পালে।

—বেমাৰীয়ে সুধিলে—ডাক্তৰ কলেৰা হৈছে নহয়নে ?

—তুমি এইবোৰ ক ত শুনিলা ?

—ৰেডিঅ' খবৰ কাগজ সকলোৱে কৈছে।

—নহয় নহয় ই কলেৰা নহয়।

—যিয়ে নহওক—বৃদ্ধ ৰোগীজনে উত্তেজিতভাৱে চেপা হাঁহি এটা মাৰিলে।

—সেইবোৰ বিশ্বাস নকৰিবা।

ডাক্তৰে ৰোগীক পৰীক্ষা কৰিলে। লেতেৰা ষ্টুইং কমটোত তেওঁ বহি আছিল। তেও নিজেও ভয় খাইছিল। তেওঁ ক লে এই অঞ্চলত কাষলতিৰ তলত হোৱা ঘ াৰ কাৰণে বিচলিত হৈ উঠা মানুহো আছে তেওঁলোকে তেওঁৰ আগমনলৈ বৈ আছে। সেই ঘা কাটি পেলোৱাত কেইবাজনেও সুস্থ হৈ উঠা দেখা গৈছে। অৱশ্তে তাৰ বেছিভাগেই চিকিৎসালয়ত ভৰ্তি হ বলগা হৈছে।

আশীখন বিছনা থকা চিকিৎসালয় অচিৰে বেমাৰীৰে পূৰ হৈ গ'ল।

স্কুল এখন অধিগ্ৰহণ কৰি তাতো ৰোগী থোৱাৰ ব্যৱস্থা কৰা হ'ল। আৰু এখন সহায়কাৰী হস্পিটেল খোলাৰ কথাও শুনাইছে। চিকিৎসালয়ত বিয়ো বিশেষ ব্যস্ত হৈ পৰিছে। তেওঁ ৰোগীৰ টেমুনা কাটি আৰোগ্য কৰাৰ চেষ্টা কৰিছে। এন্টি-প্লেগ চীৰাম আহি পোৱালৈ উৎকণ্ঠাৰে বাট চাইছে। ডাক্তৰ কেষ্টলে পুথিভঁৰালৈ গৈ বেমাৰ সম্পৰ্কে খুব কিতাপ পত্ৰ পঢ়িবলৈ ধৰিলে।

নগৰৰ চাফ চিকুণতা বিপৰ্য্যস্ত হৈছে এন্দুৰৰ মৃতদেহেৰে। সেই মৃতদেহবোৰে হেজাৰ হেজাৰ মাখিক আকৰ্ষিত কৰিছে। পৰিস্থিতি ক্ৰমে ভয়াবহ হ'বলৈ আৰম্ভ কৰিলে। লেতেৰা নগৰত বেমাৰৰ প্ৰকোপ আৰু চৰিব ধৰিলে।

এখন প্ৰাইমাৰী স্কুলত আকৌ এখন অস্থায়ী চিকিৎসালয় খোলা হ'ল। ৰিয়োলৈ নগৰ অধ্যক্ষই নিৰ্দেশ পঠালে কথাটো সবিশেষভাৱে ঔপনিবেশিক চৰকাৰলৈ জনাব লাগে। ৰিয়োই চৰকাৰলৈ লিখিলে আৰু লগতে ডাক্তৰী পৰীক্ষাৰ ফলাফল আৰু মহামাৰীত মৰা মৃতকৰ সংখ্যাৰ লেখ এটাও পঠালে।

ইতিমধ্যে নগৰ অধ্যক্ষই নগৰত কিছুমান কঠোৰ নীতি-নিয়ম জাৰি কৰিলে। অসুস্থ মানুহ থকা অঞ্চল বন্ধ কৰি দিয়া হ'ল। ভাল সুস্থ মানুহবোৰ সেই অঞ্চললৈ যোৱাটোক বন্ধ কৰিবলৈ তেওঁ কঠোৰ নিৰ্দেশ দিলে। স্থানীয় প্ৰশাসনৰ দ্বাৰা কবৰস্থলী পৰিদৰ্শন কৰাৰ ব্যৱস্থা কৰা হ'ল।

বিমানেৰে এন্টি প্লেগ চীৰাম আহি পালে। বৰ্ত্তমানৰ কাৰণে ই সন্তোষজনক হ'লেও ভৱিষ্যতৰ বাবে জোৰা মৰাৰ কাৰণে সন্তোষজনক নহয়। নতুন যোগানৰ বাবে চেষ্টা কৰি থকা বুলি ডাক্তৰ ৰিয়োক জনাই দিয়া হ'ল।

বসন্তকালৰ পৰিৱেশ নগৰখনলৈ উভতি আহিল। ফুলৰ দোকানবোৰ ফুলৰ কুঁকিৰে পৰিপূৰ্ণ হৈ পৰিল। ট্ৰাম বাচ মানুহেৰে উপচি পৰিল। মহামাৰীৰ অলপ শাম কটা যেন দেখা গ'ল।

হঠাতে মৃত্যুৰ সংখ্যা দ্ৰুতগতিত বাঢ়ি যাব ধৰিলে। নগৰ অধ্যক্ষই ডাক্তৰ বিযোক জনাই দিলে যে বেমাৰক প্লেগ বুলি ঘোষণা কৰা হৈছে আৰু বাহিৰৰ জগতখনৰ লগত ওৰণক সম্পূৰ্ণ ৰকমে বিচ্ছিন্ন কৰি পেলোৱা হৈছে। নিষেধাজ্ঞা জাৰি কৰি নগৰৰ তোৰণ বন্ধ কৰি দিয়া হ ল।

## দ্বিতীয় পৰ্ব

নগৰৰ গেট বন্ধ কৰি ি য়াৰ লগে লগে সকলোৰে অৱস্থা একে হৈ পৰিল। প্ৰত্যেকে এই অৱস্থাৰ সৈতে খাপ খুৱাই ল ব লগা হ'ল। প্ৰিয়জনৰ পৰা আঁতৰি থাকিবলগীয়া হোৱা এক ব্যক্তিগত বেদনাৰ প্ৰত্যেকেই অংশীদাৰ হৈ পৰিল। প্ৰত্যেকে ভয়-শংকাৰে নিৰ্বাসনৰ এই দুখৰ ি নবোৰৰ অৱসানৰ বাবে বাট চাব লাগিব।

বাহিৰলৈ চিঠি লিখাও বন্ধ কৰি দিয়া হ ল। প্ৰথমতে টেলিফোন কৰিবলৈ দিয়া হৈছিল। কিন্তু মানুহৰ ি ৰ ক্ৰমাগতভাৱে বাঢি যোৱাত তাকো বন্ধ কৰা হ ল। মানুহে ে ৱল ভৰসা কৰিব লগা হ ল টেলিগ্ৰাফক। মানুহবোৰে বাহিৰৰ জ ত ৰ ল ত স যোগ স্থাপন কৰিব খুজি ব্যৰ্থ হ ল।

যিবিলাক মানুহ ইতিমধ্যে নগৰৰ পৰা ওলাই গৈছিল তেওঁলোকক আ হবলৈ অনুমাত দিয়া হ ল যদিও পুনৰ সেই নগৰ ত্যাগ কৰিব দিয়া নহ ব বুলি জনাই ি য়া হ ল। বহুতে দূৰৈত থকা আত্মীয়ক মাতি পঠাই টেি গ্ৰাম কৰিল যদিও বহুতে আকৌ এই মৃত্যুৰ সন্মুখলৈ আত্মীয়সকলক মাতি আনিব নুখুজিলে। ডাক্তৰ কেষ্টলৰ ঘৈণীয়েকে ওচৰৰ নগৰ এখনলৈ গৈছিল। কিন্তু প্লেগে তেওঁলাকক বিচ্ছেদ কৰি ৰাখিব নোৱাৰিলে। তেও ওৰাণলৈ ঘূৰি আহিল স্বা ীৰ স্নে ত। কিন্তু বহুতৰে ক্ষেত্ৰত আকৌ এই বিচ্ছেদ মহামাৰী শেষ নোহোৱালৈকে ৰ্তমান আছিল।

মহামাৰীয়ে মানুহৰ চলন শক্তি উদ্যম সকলোকে ৰহিত কৰি পেলালে। নিৰ্বাসিত এই মানুহবোৰক অতীত স্মৃতিয়ে শেলৰ দৰে বিন্ধিব ধৰিলে।

কাবোবাৰ চিনাকি পদধ্বনি শুনিবলৈ কোনোবা উভতি অহালৈ চাই তেওঁলোক আকুল হ ল। ট্ৰেইন অহাৰ শব্দ মুশুনিলে এই বিচ্ছেদ জ্বালা আৰু অসহনীয় হৈ উঠে। তেওঁলোক নিজ ঘৰতে বন্দী হৈ থাকি আকুল হৈ পৰে। তেওঁলোকৰ অতীতৰ বাহিৰে আন একো নাই। বহুতে যদিও ভৱিষ্যতত বাস কৰিব খুজিছিল সেই ভাব তেওঁলোকে তৎক্ষণাত পৰিহাৰ কৰিছিল। নৈৰাশ্যই তেওঁলোকক ভাবিবলৈ বাধ্য কৰাইছিল এই নৰক কুণ্ডৰ পৰা তেওঁ লাকে আৰু কোনোদিনে নিষ্কৃতি নেপায়।

এনেকুৱা অৱস্থাত তেওঁলোক ইমান নিৰাশগ্ৰস্ত হৈ পৰিল যে এই পৰিৱেশৰ পৰা তেওলোকে মুক্ত নেপাবই বুলি অনুভৱ কৰিলে। ভৱিষ্যতৰ পিনে চাবলৈ তেওঁলোকে এৰি দিলে। তেওলোকৰ মূৰবোৰ সদায় মাটিৰ ফালে নি দ্ধ হৈ থাকিবলৈ ললে। বাচি থকাৰ পৰিৱৰ্তে তেওঁলোকে যেন জীৱনৰ মাজেৰে উটি গৈ থাকিল।

মানুহবোৰে নিজৰ ঘৰতে বন্দী হ বলগা হৈছিল আনহাতে সাংবাদিক ৰেম্বহতৰ কথা হৈ পৰিছিল সুকীয়া। তেওঁলোক আহিছিল এই নগৰলৈ ভ্ৰমণকাৰী হৈ। কিন্তু তেওঁলোকো ইয়াৰ মাজত বন্দী হৈ আত্মীয়জনৰ পৰা বিচ্ছিন্ন হৈ পৰিছিল। তেওঁলোকৰ কষ্টই হৈ পৰিছিল সৰ্বাধিক। আটাইতকৈ দুখজনক হৈ পৰিছিল প্ৰেমিক প্ৰেমিকাসকলৰ অৱস্থা। তেওঁলোক বিভিন্ন ভাৱ অনুভূতিৰ চিকাৰ হৈ পৰিছিল। বিশেষকৈ বিমৰ্ষতাৰ। এনেকৈ সকলোৱে মুক্ত আকাশৰ শূন্যতাৰ তলত মাত্ৰ এদিনৰ বাবে জীয়াই থাকিব লগা হৈছিল। তেওঁলোক প্ৰথমবাৰৰ বাবে বতৰ সচেতন হৈ পৰিছিল। কিছুমান মানুহে ৰ দ আৰু বৰষুণৰ দাসত্ব স্বীকাৰ কৰিছিল সূৰ্য্যৰ পোহৰে তেওঁলোকৰ মনত আনন্দ আৰু বৰষুণে অন্ধকাৰ সিচি দিছিল। কেইসপ্তাহমান আগলৈ তেওঁলোক বতৰৰ ওপৰত ইমান নিৰ্ভৰশীল হৈ পৰা নাছিল। কাৰণ অকলে তেওঁলোকে জীৱনৰ সন্মুখীন হ বলগা হোৱা নাছিল। তেওঁলোকে যিবিলাক মানুহৰ সৈতে বাস কৰিছিল তেওঁলোকৰ সক পৃথিৱীখনৰ দৃশ্যমান পটত তেওঁলোক আছিল। কিন্তু এতিয়া তেওঁলোক আকাশৰ দয়াৰ ওপৰত নিৰ্ভৰশীল।

এনে এক অসহায় অৱস্থাত ওচৰ-চুবুৰীয়াৰ পৰা কোনেও সহায় আশা কৰিব নোৱাৰা হৈ পৰিছে। নিজেই নিজৰ দুখৰ বোজা কঢ়িয়াব লগা হৈছে। এই বিপদৰ সময়ত মানুহবোৰৰ মনত পৰিছিল তেওঁলোকৰ আত্মীয়সকললৈ যাক লগ পাবলৈ তেওলোক হৈ পৰিছিল উৎসুক। প্ৰেমৰ একনিষ্ঠতাই তেওঁলোকক যেন বিপদৰ পৰা মুক্ত কৰি ৰাখিছিল। এই বিপদৰ আছিল এইটোৱে ভাল গুণ। যেতিয়া কোনোবা এজনক বেমাৰে কাঢ়ি লৈ গৈছিল তাক অনুভৱ কৰাৰ আগতে স্মৃতিৰ সৈতে সংযোগ বিচ্ছিন্ন হৈ সীমাহীন নীৰৱতাৰ বুকুত সমাহিত হৈ পৰিছিল। তেওঁৰ বাবে ভবাৰ সময় নাছিল।

নগৰত যানবাহন চলাচল বন্ধ হৈ গ ল। বন্ধ হৈ গ ল বেপাৰ বাণিজ্য। কিন্তু নগৰবাসীয়ে তেওলোকৰ কি হৈছে তাক যেন ঠিকমতে ধৰিব নোৱাৰিলে। ভয় আৰু ত্ৰাসৰ অনুভূতি প্ৰত্যেকৰে মনত বিয়পি পৰিছিল যদিও ব্যক্তিগত স্বাৰ্থৰ কথাই প্ৰত্যেকৰে মনত অগ্ৰাধিকাৰ পাইছিল। বেমাৰটোৰ সম্পুৰ্ণ প্ৰকৃত ধাৰণা তেওলোকে কৰিব পৰা নাছিল। তেওলোক চিন্তান্বিত হৈছিল বিৰক্ত হৈছিল ঠিকেই কিন্তু এইবোৰেৰেতো প্লেগৰ মুখামুখি হ ব নোৱাৰি। তেওলোকে প্ৰথমতে কৰ্তৃপক্ষক দোষাৰোপ কৰিছিল। প্ৰেছত সমালোচনা হৈছিল। অৱশ্যে নগৰ অধ্যক্ষই লগে লগে ইয়াৰ উত্তৰ দিছিল। লগতে তেওঁ কাকতত সপ্তাহে সপ্তাহে প্ৰকাশ কৰিবৰ বাবে মৃতকৰ সংখ্যাৰ কথাও জনাব ধৰিলে।

প্লেগৰ আৱিৰ্ভাৱৰ তিনি সপ্তাহ পাছত মৃত্যুৰ হাৰ তিনিশ দুজনলৈ বৃদ্ধি পালে। অৱশ্যে এই মৃত্যুৰ হাৰ অস্বভাৱিক বুলি কোনেও বিচলিত হোৱা নাই। সাধাৰণ অৱস্থাতনো কিমান মৰে তাৰ কাৰো হিচাপ নাই। সেয়ে এই মৃত্যুৰ হাৰে তেওঁলোকক বিচলিত বা ভীত কৰা নাই। দৈনন্দিন কামৰ পৰাও বিৰত কৰা নাই তেওঁলোকক।

ইতিমধ্যে খাদ্য যানবাহন আদিৰ ক্ষেত্ৰত নিয়ন্ত্ৰণ আৰম্ভ হ'ল। পেট্ৰোল ৰেচনিং কৰা হ'ল। খাদ্য-সামগ্ৰী বিক্ৰীত বাধা আৰোপ কৰা হ ল। বিজুলী যোগানৰ ক্ষেত্ৰও নিয়ন্ত্ৰণ কৰা হ ল। বস্তু বাহানিবোৰ

আকাশীযানেৰে অনাৰ ব্যৱস্থা কৰা হ'ল। বিলাসৰ সামগ্ৰীবোৰৰ দোকান বন্ধ কৰি দিয়া হ'ল। চিনেমা হলবোৰ কিন্তু বেচ লাভবান হৈছে। মদৰ বিক্ৰী বাঢ়িছে। সংক্ৰমণৰ পৰা ৰক্ষাৰ উপায় ভাল মদ বুলি শ্লোগান আদি দিয়াৰ পৰা মদৰ প্ৰতি মানুহৰ আকৰ্ষণ অস্বাভাৱিকভাৱে বাঢ়ি গৈছে। মাজনিশা পানশালাৰ পৰা মদপীৰ দলে থৰক-বৰক খোজেৰে চিঞৰি আশাবাদ প্ৰকাশ কৰি গৈছিল।

ডাক্তৰ ৰিয়োই নগৰৰ দুৱাৰ বন্ধ কৰি দিয়াৰ পাছত কটাৰ্ডক লগ পালে। মানুহজনৰ মুখমণ্ডল সন্তুষ্টিৰে উজ্জ্বল। ৰিয়োই তেওঁক অভিনন্দন জনালে

এৰা ডাক্তৰ এতিয়া মই ঠিকেই আছোঁ। জীৱনত আগতে এনে সুস্থতা অনুভৱ কৰা নাছিলোঁ। পিছে এই প্লেগটো ই শক্তিশালী হৈ উঠিল। ডাক্তৰে মূৰ দুপিয়ালে। কটাৰ্ডে কৈ গ'ল—ই বন্ধ হোৱাৰ কোনো প্ৰয়োজন নাই। নগৰখন অপৱিত্ৰ হৈ পৰিছে।

কটাৰ্ডে এই প্ৰসঙ্গত এজন দোকানীৰ কাহিনী ক'লে। বেচেৰাই সময়ৰ সুযোগ লাভ কৰিবলৈ বস্তুবোৰ মজুত কৰি ৰাখিছিল পিছে বেচেৰাৰ মৃত্যু হ'ল। এনেকুৱা আৰু বহুতো কাহিনী কটাৰ্ডে জানে। এনে আন এটা কাহিনী হ'ল—এজন মানুহে গাত ভীষণ জ্বৰ লৈ ৰাস্তাৰে দৌৰি আহি এজনী তিৰোতাক পাই সাৱটি ধৰি হেনো দুখতে চিঞৰিব ধৰিলে প্লেগে পোৱা বুলি।

সিদিনাখন আবেলি গ্ৰ্যাণ্ড ডাক্তৰৰ ওচৰলৈ আহিল। ডাক্তৰৰ টেবুলত ঘৈণীয়েকৰ ফটোখন দেখি তেওঁ ডাক্তৰলৈ অনুসন্ধিৎসু চাৱনিৰে চাই ৰ'ল। ৰিয়োই গ্ৰাণ্ডক ক'লে যে সেয়া তেওঁৰ ঘৈণীয়েক। নগৰৰ বাহিৰৰ স্বাস্থ্যনিৱাস এখনত চিকিৎসাধীন হৈ আছে।

এফালৰ পৰা ই ভালে হৈছে—গ্ৰ্যাণ্ডে ক'লে। ডাক্তৰে ক'লে—ভাল অৱস্থা হৈছে। কিন্তু ডাঙৰ কথা হ'ল ঘৈণীয়েক আৰোগ্য হ'বই লাগিব।

ঠিকেই মই বুজিছোঁ গ্ৰ্যাণ্ডে ক'লে।

এই প্ৰথমবাৰৰ বাবে গ্ৰ্যাণ্ডে ডাক্তৰৰ লগত বাকপটুতাৰে কথা ক'লে। নিজৰ বিষয়ে ক বলৈ আৰম্ভ কৰি গ্ৰ্যাণ্ডে তেও কেনেকৈ জেনক বিয়া কৰাইছিল তাৰ বকলা মেলিলে। খ্ৰীষ্টমাচৰ আগে আগে ছুয়ো এবাৰ ফুৰিবলৈ গৈছিল। তাতে এখন আটোম-টোকাৰীকৈ সজোৱা দোকান দেখি জেনে তেওঁৰ হাতত খামুচি ধৰিছিল আনন্দ উলাহত আৰু সেই স্পৰ্শ ত গ্ৰ্যাণ্ড চমকিত হৈছিল আৰু বিয়াৰ প্ৰস্তাৱ দিছিল। বিয়াৰ পিছুত তেওঁলোকৰ জীৱনো অন্যৰ দৰে গতানুগতিকভাৱে চলিছিল। কামৰ ব্যস্ততাৰ কাৰ ণ ঘৈণী য়কৰ লগত তেও সম্পৰ্ক ঠিক কৰি ৰাখিব নোৱাৰা হৈ পৰিছিল। এজন অতিশয় কমব্যস্ত স্বামী। দুখ দাৰিদ্ৰ্য এক সুন্দৰ ভৱিষ্য ৰ স্বপ্নভঙ্গই জেনক যেন ক্ৰমে অতিষ্ঠ কৰি তুলিলে আৰু অৱশেষত এদিন তাই েওক এৰি থৈ গুচি গ ল। —মই তোমাক খুব ভাল পাও কিন্তু মই বৰ ক্লান্ত হৈ পৰিছোঁ। মই যাবলৈ ওলাই সুখী নহয় কিন্তু এক নতুনৰ আৰম্ভণিৰ বাবে সুখী হোৱাৰ প্ৰয়োজন নাই। —জেনে গ্ৰ্যাণ্ডলৈ লিখিছিল এনেদৰে।

গ্ৰ্যাণ্ডে বাধা পাইছিল। তেৱেঁা নতুন জীৱন আৰম্ভ কৰিব পাৰিলেহেঁতেন। কিন্তু নকৰি ল। তেওঁ বিশ্বাস হেৰুৱাই পেলাইছিল। তাইৰ কথা তেও নভবাকৈ থাকিব নোৱাৰিলে। তাইলৈ এখন চিঠি লিখিব বিচাৰিছিল নিজৰ নিদোষিতাৰ প্ৰমাণ কৰিবলৈ।

কিন্তু এইটো সহজ নহয়। —মই এই কথাটো কেবা বছৰো ধৰি ভাবিলো। আমি যেতিয়া উভয়ে উভয়ক ভাল পাইছিলো। আমাক বুজাবলৈ কথাৰ কোনো প্ৰয়োজন নাছিল। কিন্তু মানুহৰ প্ৰেম চিৰকাল নেথাকে। এটা সময় আহিছিল যেতিয়া তেওঁক কাষত ৰাখিবলৈ মই কথা বিচাৰি পোৱা উচিত আছিল। কিন্তু মই নোৱাৰিলো।

সিদিনাখনেই বিয়োই ঘৈণীয়েকলৈ টেলিগ্ৰাম কৰিলে। নগৰখন বন্ধ কৰি দিয়াৰ কথা উল্লেখ কৰি ডাক্তৰে ঘৈণীয়েকক নিজৰ স্বাস্থ্যৰ প্ৰতি নজৰ দিবলৈ লিখিলে।

নগৰ বন্ধ কৰি দিয়াৰ তিনি সপ্তাহমান পাছত ডাক্তৰে ৰেম্বক লগ

পালে বাটত। ৰেম্বে ডাক্তৰৰ সহায় বিচাৰিলে। ৰেম্বৰ স্ত্রী পেৰিচত আছে। নগৰখন বন্ধ কৰি দিয়াৰ আগে আগে তাইলৈ তেওঁ এখন টেলিগ্রাম কৰিছিল। তেতিয়া তেওঁ ভাবিছিল এনে অৱস্থা বেছি দিন নেথাকে বুলি। এতিয়া তেওঁ তাইলৈ চিঠিও পঠাব নোৱাৰে পোষ্ট অফিচ ব্যতৰি কাকত সকলোতে তেও চেষ্টা কৰি চাইছে। নগৰৰ পৰা ওলাবলৈ ডাক্তৰে তেওঁক সহায় নকৰিলে উপায় নাই। তেওঁ নগৰখনৰ পৰা বাহিৰ ওলাই যাব খোজে কিন্তু কোনোৱে তেওঁক সহায় নকৰে।

ডাক্তৰ ৰিয়োই সহায় কৰিব নোৱাৰে বুলি ক লে আৰু ৰেম্বৰ ডাক্তৰৰ ওপৰত খং উঠিল। ৰেম্বে ক লে যে ডাক্তৰে হৃদয়ৰ কথা বুজি নেপায মাথো যুক্তিৰ কথাহে বুজি পায়। তেওঁক ডাক্তৰৰ সহায় নেলাগে। তেওঁ এই নগৰ এৰিবই। ডাক্তৰৰক লগতে তেওঁ ক লে যে ডাক্তৰে ৰাজহুৱা কল্যাণৰ কথা চিন্তা কৰিছে। কিন্তু ৰাজহুৱা কল্যাণ ব্যক্তিসমূহৰ কল্যাণৰ বাহিৰে আন একো নহয়।

ডাক্তৰ যেন হঠাতে সপোনৰ পৰা ওলাই আহিল। তেওঁ ৰেম্বক ক লে যে তেওঁ ডাক্তৰক খং কৰাৰ প্রয়োজন নাই যদি তেওঁ এই আচহুৱা পৰিৱেশৰ পৰা সাৰিব পাৰে তেওঁ ভালেই পাব। কিন্তু কথা হ ল বহু কাম তেওঁ চৰকাৰী পদমৰ্য্যাদাৰ কাৰণে কৰিব নোৱাৰে।

বেমাৰৰ মাজত ডাক্তৰ ব্যস্ত হৈ পৰিল। তেওঁ বহু ৰাতিলৈকে চিকিৎসালয়ত ব্যস্ত হৈ থাকে। এদিন ৰাতি ঘৰ পাই তেওঁ বৈণীয়েকৰ পৰা অহা টেলিগ্রাম এখন পালে। মাকে সেইখন তেওঁৰ হাতত তুলি দিছিল। সেইখন লওঁতে তেওঁৰ হাতখন কঁপি উঠিছিল। কিন্তু ডাক্তৰ এজন বলিষ্ঠ মানুহ। তেওঁ সহজতে ভাগি নপৰে। তাৰোপৰি বেমাৰৰ পাছত ঘূৰোঁতে ঘূৰোঁতে তেওঁৰ সহ্য গুণ বাঢ়ি গৈছে। সদায় শোকাবহ দৃশ্যবোৰ দেখি তেওঁ মানুহজন টান হৈ পৰিছে। বেমাৰ আত্মীয় স্বজনৰ শোক বিচ্ছিন্নতা এই সকলোবোৰে তেওঁৰ মানসত

বিশেষ প্ৰভাৱ পেলাইছে। এইবোৰৰ যোগেদিয়ে তেও লাভ কৰিছে এক উদাসীনতা।

'প্লেগৰ বিৰুদ্ধে যুজিবলৈ গীৰ্জা কতৃপক্ষই অস্ত্ৰ হাতত তুলি ললে। গীৰ্জাত এসপ্তাহ জুৰি প্ৰাৰ্থনা সভাৰ আয়োজন কৰা হ'ল। ৰবিবাৰে অৱশেষে এই ধাৰ্মিক অনুষ্ঠান বন্ধ ৰাখিব লগা হ'ল। কাৰণ অনুষ্ঠানৰ পৰিচালক চেণ্টৰোজ প্লেগৰ দ্বাৰা আক্ৰান্ত হৈছে।

ধৰ্মসভাত ভাষণ দিবলৈ আহিল ফাদাৰ পেনেল। অজস্ৰ মানুহৰ সমাগম হ'ল তেওৰ ভাষণ শুনিবলৈ। ৰবিবাৰৰ দিনা এই সমাগম আৰু বেছি হ'ল। সিদিনা বেচ বৰষুণৰ বতৰ আছিল। বাহিৰত বৰষুণ আৰু ভিতৰত ধূপ আৰু মমৰ সুবাস। এনে সময়ত পেনেল আহি মঞ্চত উপস্থিত হ'ল। তেও প্লেগ সম্পৰ্কে ক'বলৈ গৈ এক্সোদাচত থকা ইজিপ্তৰ প্লেগৰ বিষয়ে উল্লেখ কৰিলে। পৃথিৱীত ইয়াক পঠিওৱা হয় শত্ৰু নাশ কৰিবলৈ। ফাৰাৱে ঈশ্বৰৰ ইচ্ছাৰ বিৰুদ্ধে থিয় দিছিল আৰু সেইবাবে প্লেগে তেওঁক আক্ৰমণ কৰিছিল। সত্যবাদী আৰু ন্যায়বান মানুহে প্লেগৰ কাৰণে চিন্তিত হোৱাৰ প্ৰয়োজন নাই। অসৎ মানুহৰ কাৰণেহে ই শংকাজনক। ই ঈশ্বৰে ব্যৱহাৰ কৰা এখন কুলাৰ দৰে। ইয়াৰে তেও ধানৰ পৰা পত্তানবোৰ জাৰি পেলায়।

তেওঁৰ কথা শুনি শ্ৰোতামণ্ডলীৰ মাজৰ পৰা কোনোবা এজনে ভাগৰুৱা যেন দৰে নাকেৰে দীঘল নিশ্বাস এৰিছিল। অলপ সময় সকলো নীৰৱ। পেনেলে পুনৰ তেওঁৰ ভাষণ আৰম্ভ কৰিলে। এইবাৰ ৰোম আদিত হোৱা প্লেগৰ বিষয়ে উল্লেখ কৰিলে। তাত এনেকুৱা হৈছিল মৃত মানুহ সমাধিস্থ কৰিব পৰাৰ জোখাৰে জীৱিত মানুহেই তাত নাছিল। সেই সময়ত এজন শুভ দেৱদূত মানুহবোৰে দেখিবলৈ পাইছিল। সেই দেৱদূতে অশুভ দেৱদূতজনক তেওঁৰ হাতত থকা বৰ্শাৰে মানুহৰ ঘৰবোৰত আঘাত কৰিবলৈ আদেশ দিছিল। সেই অশুভ দেৱদূতে এটা ঘৰত যিমানটা কোব মাৰিছিল, সিমানটা মৃতদেহ তাৰ পৰা উলিয়াই নিয়া হৈছিল।

পাদ্রীয়ে কৈ গ'ল—সেই দেৱদূতে হাতত বৰ্ষা লৈ তোমালোকৰ কাষত ৰৈ আছে। তেও তোমালোকৰ দুৱাৰৰ পিনে আঙুলিয়াই আছে। বৰ্শাই তোমালোকৰ ঘৰৰ দুৱাৰৰ পেনেল ভাঙি দিছে আৰু প্লেগ গৈ এতিয়া তোমালোকৰ শোৱনিকোঠাত তোমালোকৰ বাবে ৰৈ আছে।

ভাষণৰ সামৰণি মাৰিবলৈ গৈ পেনেলে সকলোকে প্ৰাৰ্থনা জনাবলৈ ক'লে। দুখ বেদনাৰ মাজতো মানুহে ভগৱানক প্ৰাৰ্থনা কৰিবলৈ পাহৰিব নেলাগে। তেওঁ প্ৰাৰ্থনা শুনিলে মানুহলৈ দয়াৰ দৃষ্টিৰে চকু মেলি চায়।

পেনেলৰ সেই ধৰ্মোপদেশে নগৰবাসীৰ মনত বিশেষ প্ৰতিক্ৰিয়া কৰা বুলি মনত নধৰিলে। বেছি ভাগ মানুহৰ ধাৰণা হ'ল এক নজনা দোষৰ বাবে তেওলোকক অনিৰূপিত সময়লৈকে শাস্তি দি থকা হৈছে। বহুতে এই বন্দীত্বক গ্ৰহণ কৰিছিল যদিও বহুতে আকৌ আগৰ দৰে গতানুগতিক জীৱন চলাই গৈছিল আৰু কিছুমানে কৰিছিল বিদ্ৰোহ এই বন্দীত্বৰ দশাৰ অৱসান ঘটাবলৈ।

এদিন গ্ৰ্যাণ্ডৰ সৈতে ডাক্তৰে ফুৰিবলৈ যাওঁতে বাটত লগ পালে এজন আদবলীয়াক। গ্ৰ্যাণ্ড কঁপি উঠিল। ৰিয়োই ক'লে গোটেই নগৰখনেই এতিয়া বলীয়াখানা হৈ যাব যেন পাওঁ। তেওঁ যেন কথাখিনি কৈ ক্লান্ত হৈ পৰিল। দুয়ো মদৰ দোকানত সোমাল। গ্ৰ্যাণ্ডে দোকানীক স্পিৰিট খুজি একে ঢোকে খাই পেলালে। তাৰ পাছত দুয়ো তাৰপৰা ওলাই আহিল। বাহিৰত এন্ধাৰ বৰ ডাঠ হৈ পৰিছে। দুয়ো আকৌ কথা পাতি পাতি খোজ পেলালে আগলৈ। কথা কওঁতে গ্ৰ্যাণ্ডৰ মুখৰ স্পিৰিটৰ গোন্ধ বাৰে বাৰে ডাক্তৰৰ নাকত লাগিছিল। ডাক্তৰে আমনি পাইছিল। গ্ৰ্যাণ্ডে কিন্তু আপোনমনে তেওঁৰ সাহিত্য কৰ্মৰ বিষয়ে দীঘলীয়া বক্তৃতা দি গৈছিল ডাক্তৰৰ আগত। ডাক্তৰৰ সাহিত্যত বৰ বিশেষ ৰাপ নাই। কিন্তু গ্ৰ্যাণ্ডৰ কথাৰ পৰা তেওঁ বুজি পালে গ্ৰ্যাণ্ডে এখন ডাঙৰ গ্ৰন্থ

প্ৰণয়নত হাত দিছে ইয়াক শেষ কৰিবলৈ তেওঁ যথেষ্ট কষ্ট কৰিবলগীয়া হৈছে। গোটেই আবেলিটো কেতিয়াবা আকৌ গোটেই সপ্তাহটো এটা শব্দৰ কাৰণে কাটি যায় কেতিয়াবা এটা অব্যয় পদৰ বাবে। দুযো কথা পাতি আহি গ্ৰ্যাণ্ডৰ ঘৰ পালে। ডাক্তৰ গ্ৰ্যাণ্ডৰ ঘৰত সোমাল। গ্ৰেণ্ডে তেওঁক তেওৰ পাণ্ডুলিপিটো দেখুৱালে।

গ্ৰ্যাণ্ডৰ ঘৰৰ পৰা ওলাই ডাক্তৰে বাটত দুজন মানুহ লগ পালে। গৰম আৰু প্লেগৰ কাৰণে মানুহবোৰে বলীযাৰ দৰে যেনিয়ে তেনিযে ঘূৰি ফুৰে। তাৰোপৰি ৰাতি নগৰৰ দুৱাৰ মুখৰ প্ৰহৰীক উপঢৌকন দি নগৰৰ বাহিৰলৈ ওলাই যাবলৈ মানুহবোৰে চেষ্টা কৰা বুলি গম পোৱা গৈছে। ডাক্তৰ ৰিযোই সেইবোৰে কেনে ধৰণৰ মানুহ তাক ভালদৰে ধৰিব নোবাৰিলে।

ৰেম্বই এই পৰিবেশৰ পৰা আঁতৰি যাবলৈ কৰ্তৃপক্ষৰ লগত যোগাযোগ কৰি বিৰক্ত হৈ পৰিছে। বিভিন্ন ধৰণৰ মানুহৰ সৈতে েও এই বিষয়ে যোগাযোগ কৰি আছে। কিন্তু একো ফল পোৱা নাই। ৰেম্বক এইবোৰে বিৰক্ত কৰি তুলিলে। অৱশেষত যেনিবা কতৃপক্ষৰ পৰা কেইখনমান ফৰ্ম তেওঁলৈ পঠাই দিয়া হ'ল সেইবোৰ পূৰাবলৈ গৈ ৰেম্বে দেখিলে তাত নগৰৰ পৰা ওলোৱাৰ কোনো কথা নাই। প্লেগত মৃত্যু হ'লে তেওঁৰ পৰিয়ালক জাননী দিবলৈ তেওঁৰ বেমাৰ হ'লে হস্পিটেল কপৰ্তৃক্ষই নে মিউনিচিপাল কৰ্তৃপক্ষই নে পৰিযালৰ পৰা খৰচ বহন কৰিব এইবোৰ বিষয়ৰ তথ্য বিচৰা ফৰ্মহে সেইবোৰ।

ৰেম্বে এই ধৰণৰ আশা সমূলি পৰিহাৰ কৰিলে আৰু তেওঁ উদ্দেশ্য বিহীন হৈ ঘূৰি ফুৰিব ধৰিলে। কেতিয়াবা ৰেল ষ্টেচনত বহি সময় কটায়। বাতৰি কাকত পঢ়ি আশা কৰে কেতিযাবা হয়তো এই দুৰ্যোগৰ অৱসান ঘটিব।

ফাদাৰ পেনেলে বক্তৃতা প্ৰদান কৰাৰ পাচৰে পৰা গৰমৰ উৎপাত আৰু বাঢ়িল আৰু তাৰ লগে লগে হ'ল প্লেগৰ প্ৰাদুৰ্ভাৱ। সপ্তাহত

মৃত্যুৰ সংখ্যা বৃদ্ধি পালে সাতশলৈকে। প্ৰায়বোৰ ঘৰতে শুনিবলৈ পোৱা গ'ল বেমাৰীৰ গেঙনিৰ শব্দ। মানুহে এইবোৰৰ মাজেদিয়ে স্বাভাৱিকভাৱে চলিব ধৰিলে।

ইপিনে নগৰৰ দুৱাৰ মুখত জনতাক নিয়ন্ত্ৰণ কৰিবলৈ পুলিচে গুলি কৰিব লগা হ'ল। বাহিৰ ওলাব খোজা মানুহৰ সৈতে পুলিচৰ হ'শাহত্তিত বহু মানুহৰ আঘাত হ'ল। ইতিমধ্যে বাতৰি কাকতবোৰৰ যোগেদি বাহিৰ নোলাবলৈ জনতাক সঁকিয়াই দিয়া হ'ল। কোনোবাই এই নিয়ম ভঙ্গ কৰিলে বিধান কৰা হ'ল কঠোৰ কাৰাবাসৰ। নগৰত পহৰাৰ ব্যৱস্থা কটকটীয়া কৰা হ'ল। নগৰৰ বুকুত মেকুৰীবোৰ গুলিয়াই মাৰিবলৈ আৰম্ভ কৰিলে কৰ্তৃপক্ষই। নগৰৰ অস্বাভাৱিক নীৰৱতাৰ মাজত যি কোনো শব্দধ্বনিয়ে হৈ পৰিল ভয়ানক।

আকাশ আৰু মাটিৰ গোন্ধে কঢ়িয়াই আনিলে ঋতুৰ আগমনৰ বাতৰি। কিন্তু গৰম পৰাৰ লগে লগে মানুহবোৰ আৰু বেছি আ হ্বগ্ৰস্ত হৈ পৰিল। গৰমে বেমাৰ আৰু বঢ়াই তুলিব বুলি মানুহবোৰে ভয় খালে। বৰ্ষা অহাটো স্পষ্ট হৈ পৰিছে। বজাৰত ফুলকলিৰ পৰিৱৰ্তে পোৱা গ'ল পূৰ্ণ প্ৰস্ফুটিত ফুল। বসন্তই মুঞ্জৰিত কৰা ফুলৰ পাপৰিবোৰ জঁই পৰিছে গৰম আৰু প্লেগৰ আক্ৰমণ । বৰ্ষা আহিলে মানুহৰ মন উদ্বাউল হৈ পৰিছিল। হৃদয় ভৰি উঠিছিল প্ৰাণোচ্ছ্বাসেৰে। মৃত্যুৰ পৰিৱেশেৰে আচ্ছন্ন এই নগৰৰ অধিবাসী সকলক উপকূলে আৰু নেমাতে আনন্দ কৰিবলৈ।

প্লেগত মৃত্যুৰ সংখ্যা ক্ৰমাগতভাৱে বাঢ়িব ধৰিলে। হোটেলৰ মেনেজাৰ নিৰাশ হৈ পৰিছে কাৰণ কোনো ভ্ৰমণকাৰী এতিয়া ইয়ালৈ নাহে। হোটেলত থকাবোৰো বন্ধুৰ ঘৰ বিচাৰি ওলাই গৈছে। হোটেলৰ এটা কোঠাত কেৱল টাৰো আছে। টাৰো নথকাহেঁতেন মেনেজাৰে হোটেল বন্ধ কৰি দিলেহেঁতেন মেনেজাৰে মাজে মাজে টাৰোক সোধে মহামাৰীয়ে কেতিয়ালৈ এনেদৰে তাণ্ডৱ নৃত্য চলাই থাকিব? টাৰোই ঠাণ্ডা পৰিলে বেমাৰ প্ৰশমিত হ'ব বুলি মেনেজাৰক

আশা দিয়ে। কিন্তু মেনেজাৰে ধৰি লয় বেমাৰ সহজতে প্ৰশমিত হোৱাৰ আশা নাই।

মি অথনো আছে কেতিযাবা ৰেষ্টুৰেণ্টলৈ। তেওঁৰ ঘৈণীয়েকৰ াকৰ প্লেগত মৃত্যু হৈছে। তেওঁ আগৰ গাম্ভীৰ্য্যৰেই হোটেলত সোমাল। ল বা-ছোৱালীহাল সম্মুখত লৈ বহে আৰু সিহঁতৰ উদ্দেশ্যে দুই এটা মিঠা ভাষণ দিয়ে। অথনৰ সৰু পুতেকটো একেবাৰে বাপেকৰ দৰে।

ডাক্তৰ ৰিয়োৰ লগত টাৰো যায় হাঁপানী বেমাৰীজনৰ ওচৰলৈ। তেওঁ টাৰোক মৃদু হাঁহিৰে সম্ভাষণ জনায়। তেও সমুখত দুটা মটৰৰ াটি লৈ চাই থাকে। তেও মন্তব্য কৰিলে যে মহামাৰীয়ে সকলোকে এফালৰ পৰা শেষ কৰি নিব ধৰিছে। ধৰ্মযাজকে ঠিকেই কৈছিল আমি নিজেই ইয়াক মাতি আনিছো।

হাঁপানী বেমাৰীজন এসময়ত কাপোৰৰ দোকানী আছিল। পঞ্চাশ বছৰ বয়সতে তেওঁ গোটেই জীৱনৰ কাৰণে যথেষ্ট কাম কৰি এতিয়া বিছনাত উঠিছে। অলপীয়া আয়েৰে তেওঁ চলি আছে আনন্দ মনেৰে এই পঁয়সত্তৰ বছৰ বয়সলৈ। তেও ঘড়ী ভাল নেপায়। সেয়ে তেওঁৰ ঘৰত ঘড়ী নাই। তেও সময় গণনা কৰে এক আচৰিত ধৰণেৰে। ইটো বাটিৰ পৰা সিটো বাটিত মটৰ ভৰাই ভৰাই তেওঁ সময় গণনা কৰে। সকলোৰে প্ৰতি তেওঁ উদাসীন। কলৈকো তেওঁ নলৰে। ঘৰুৱা কথাৰ কাৰণে কেতিয়াবা আলজেৰিয়ালৈ যাব লগা হ লে ওৰাণৰ পাছৰ প্ৰথম ষ্টেচনটোতে নামি পৰে আৰু প্ৰথম ঘূৰি অহা ট্ৰেইনখনতে উভতি আহে। তেও ভগৱান নাই বুলি ঘোষণা কৰে টাৰোৰ আগত। লগতে কয় যে যিহেতু ভগৱান নাই পুৰোহিতৰো কোনো প্ৰয়োজন নাই।

মহামাৰী আক্ৰান্ত ওৰাণ নগৰৰ অৱস্থা শোকলগা হৈ পৰে। নগৰৰ বাতৰি কাকতবোৰৰ পৃষ্ঠা কমিবলৈ ধৰে। নগৰখনৰ পৰা নতুনকৈ প্ৰকাশ কৰা হ ল এখন বাতৰি কাকত— দি প্লেগ ক্ৰনিকল। নতুন নতুন তথ্য এই কাগজখনে সৰবৰাহ কৰিব ধৰিলে। নগৰৰ সকলো যানবাহন

বন্ধ হৈ গ'ল। কেৱল চলি থাকিল ট্ৰামবোৰ। তাতো আকৌ মানুহ বোৰে ইজনে সিজনে পিঠিয়া পিঠিকৈ উঠে যাতে বেমাৰ সংক্ৰামিত হ'ব নোৱাৰে। হোটেল ৰেষ্টুৰেণ্টবোৰতো বিশেষ পৰিৱৰ্তন দেখিবলৈ পোৱা গ'ল। তাত প্লেগৰ পৰা ৰক্ষা পাবলৈ লোৱা প্ৰতিষেধক ব্যৱস্থা সমূহৰ কথা আঁৰি দিয়া হৈছে। কিন্তু মানুহবোৰে যেতিয়া ৰেষ্টুৰেণ্টলৈ আহি ঘণ্টাৰ পিছত ঘণ্টা কটাই দিয়ে এনে ধৰণৰ জাননীৰ কোনো প্ৰয়োজন নোহোৱা হৈ পৰে। মানুহবোৰে যেতিয়া বুজি পালে যে তেওঁলোক এই মহামাৰীৰে চিকাৰ তেওঁলোকে তামচা স্ফূৰ্তিতে বিশেষ ভাৱে মন দিলে। দিনত যি আতঙ্ক তেওঁলোকৰ মুখত প্ৰতীয়মান হৈ উঠে ৰাতি আকৌ সেই মুখবোৰতে আনন্দ বিহ্বলতাৰ চিন স্পষ্ট হৈ পৰে।

ডাক্তৰৰ ব্যস্ততা ক্ৰমাগতভাৱে বাঢ়ি যাব ধৰে। তেওঁৰ চকুৱে মুখে ক্লান্তিৰ চাপ স্পষ্ট হৈ উঠে। মাকৰ সাহচৰ্য্যত তেওঁ অলপ শান্তি পায়। পাহৰি থাকে স্ত্ৰীৰ অনুপস্থিতিৰ কথা। বেমাৰৰ ভয়াবহতাই ক্ৰমে তেওঁৰ মন-প্ৰাণ আচ্ছন্ন কৰি পেলায়। পেৰিচৰ পৰা পঠোৱা চীৰামে বিশেষ একো কাম দিয়া নাই। মৃত্যুৰ সংখ্যা উত্তৰোত্তৰ বৃদ্ধিহে পাইছে। ডাক্তৰে স্বেচ্ছাসেৱকৰ দল গঠন কৰে। তেও ভগৱানৰ ওপৰত বিশ্বাস নকৰে। ভগৱানে এই অৱস্থাৰ পৰা উদ্ধাৰ কৰিব নোৱাৰে। ভগৱানক বিশ্বাস কৰা হ'লে তেওঁ চিকিৎসা নকৰি বেমাৰীবোৰক ভগৱানৰ বাবেই থৈ দিলেহেঁতেন। তেওৰ এটাই মাত্ৰ লক্ষ্য বেমাৰীবোৰক যি কোনো প্ৰকাৰে আৰোগ্য কৰি তুলিবই লাগিব। দুৰ্গতসকলক সেৱা কৰাৰ বাবেই এই স্বেচ্ছাসেৱকৰ দল তেওঁ গঢ়ি তুলিছে। টাৰোই তেওঁক সহায় কৰিছে। তেও নগৰৰ বাসিন্দাবোৰক সহায় কৰিবৰ বাবে চেনিটাৰী স্কোৱাদ খুলিলে। গ্ৰ্যাণ্ড স্বেচ্ছাসেৱক বাহিনীৰ সাধাৰণ সম্পাদক হ'ল। ডাক্তৰ কেষ্টলো সক্ৰিয় সদস্য হৈ পৰিল। ডাক্তৰ কেষ্টলে স্থানীয়ভাৱে চীৰাম প্ৰস্তুত কৰাৰ চেষ্টা চলালে। মাজনিশা অকণমান সময়ৰ কাৰণে শুবলৈ যোৱা বিয়োই

ওৱাৰলেচ সংবাদ সেৱাৰ কাৰত অলপ বহে। বিশ্বৰ বিভিন্ন প্ৰান্তৰ পৰা মানুহে ওৰাণৰ বিপদগ্ৰস্ত মানুহলৈ সহানুভূতিৰ বাণী পঠিয়ায়। কিন্তু সেই বাণীয়ে ওৰাণৰ মানুহৰ কষ্টৰ ভাগ কাটি নিব নোৱাৰে।

টাৰোৰ নেতৃত্বত স্বাস্থ্যৰক্ষা কমিটিয়ে নগৰৰ বিভিন্ন অঞ্চল পৰিষ্কাৰ কৰাত লাগিল। এটা দলে ডাক্তৰৰ লগত ঘূৰি ফুৰিছে আৰু আক্ৰান্ত লোকসকলক অপসাৰিত কৰা হৈছে নে নাই তাক চাই ফুৰিছে। ড্ৰাইভাৰৰ অভাৱত গ্ৰ্যাণ্ডে কেতিয়াবা নিজেই বেমাৰী বা মৃতদেহ কঢ়িয়াই লৈ গৈছে। এই স্বেচ্ছাসেৱক বাহিনীৰ সেৱাত গ্ৰ্যাণ্ডৰ ভূমিকা আটাইতকৈ বেছি আছিল। গধূলি ছটাৰ পৰা আঠটালৈ তেওঁ অক্লান্তভাৱে খাটিছিল।

ডাক্তৰ ৰিয়োক উৎসাহ দিলে বাহিৰৰ পৰা অহা সহানুভূতিসূচক বাণীবোৰে। এই নিসঙ্গ বিচ্ছিন্ন নগৰলৈ বাতৰি-কাকত আৰু ৰে ডঁাৰৰ যোগেদি সহানুভূতি বৰ্ষিত হ ব ধৰিছে। গভীৰ ৰাতি যেতিয়া নগৰখন শুই পৰে ডাক্তৰে ৰেঁ ডাৰ যোগে ভাঁহি অহা হেজাৰ হেজাৰ মাইল দূৰৰ মানুহৰ কণ্ঠস্বৰবোৰ শুনে। তেওঁলোকে ওৰাণৰ মানুহৰ দুখৰ ভাগ লব নোৱাৰা অক্ষমতাক প্ৰকাশ কৰে। —ওৰাণ আমি তোমাৰ লগত আছো। সহানুভূতি কণ্ঠেৰে তেওলোকে দূৰৈৰ পৰাই এইদৰে কয় আৰু ডাক্তৰে তাত যোগ দিয়ে। কিন্তু ভাল পাবলৈ বা একেলগে মৰিবলৈ নহয়। তেওঁলোক ইয়াৰ পৰা গভীৰভাৱে বিচ্ছিন্ন।

## তৃতীয় পৰ্ব

সপ্তাহৰ পাছত সপ্তাহ ধৰি প্লেগৰ বন্দীসকলে তাৰ বিৰুদ্ধে যি পাৰে সংগ্ৰাম কৰি গ ল। বেম্বৰ দৰে মানুহে আকৌ এনেদৰে কল্পনা কৰিলে যে তেওঁলোক মুক্ত মানুহ আৰু তেওঁলোকৰ আছে নিৰ্বাচনৰ ক্ষমতা। কিন্তু ক বলৈ গ'লে আগষ্ট মাহৰ মাজভাগত প্লেগে সকলোকে

গিলি পেলাবৰ উপক্ৰম কৰিছে। ব্যক্তিগত ভাগ্য বুলি একো নাইকিয়া হৈ পৰিছিল। আছিল মাথো প্লেগে গঢ়া এক সমূহীয়া ভাগ্য। একে অনুভূতিৰ অধিকাৰী হৈছিল তেওঁলোক। আটাইতকৈ শক্তিশালী অনুভূতি আছিল নির্বাসন আৰু বঞ্চনাৰ।

এই সময়তে প্লেগ আক্ৰান্ত নগৰৰ ওপৰেৰে বৈ গ'ল এজাক প্ৰবল ধুমুহা। ব তাহক ওৰাণবাসীয়ে ভয় কৰে। কাৰণ মালভূমিত অৱস্থিত এই নগৰখনত কোনো গছ গছনিৰ প্ৰতিবন্ধক নথকাত ই ভয়ানক ৰূপ লয়। ধূলিৰ ধুমুহা ঘূৰ্ণিবতাহৰ কাৰণে পথবোৰ জনশূন্য হৈ প ৰ। দুই এজন মানুহে মুখত ৰুমাল গুজি সেই অৱস্থাৰ মাজতে কোনোমতে অহা যোৱা কৰে।

প্লেগ লাহে লাহে নগৰৰ স্নায়ুকেন্দ্ৰত সোমা পৰিল। বহুতে ধুমুহা বতাহকে ইয়াৰ বাবে জগৰীয়া কৰিলে কতৃপক্ষই কিছুমান ঠাই আচুতীয়াকৈ ৰাখি তা প্ৰৱেশ নিষিদ্ধ কৰিলে। পশ্চিমৰ প্ৰৱেশ পথৰ ফালে জুইৰ শিখা দেখা পোৱা গ'ল। অনুসন্ধা কৰি জানিব পৰা গ'ল জুইযে প্লগৰ বীজাণু ধ্ব স কৰে বুলি মানুহবাবে ঘৰত জুই জ্বলাই দিছে। বতাহৰ কাৰণে এই জুইযে ভযানক ৰূপ ধাৰণ ৰিলে। ইপিনে নগৰৰ প্ৰৱেশ দ্বাৰ প্ৰাযে কতৃপক্ষৰ লগত জন াৰ হ াহতি হ ব ধৰিলে। মানুহবোৰে নগৰৰ পৰা বাহিৰ ওলাবলৈ স গ্ৰাম কৰিছে। পুলিচে উপায নেপাই গুলি চলাইছে। কিছুমান মৰিল কিছুমান পলাই গ'ল। পহৰা আৰু বেছি কটকটীয়া কৰি এই ধৰণৰ কাৰ্য্য ৰোধ কৰা হ'ল।

জুই জ্বলাই দিযা ঘৰ োৰ লুটপাত কৰা ইত্যাদি ঘটনাবোৰ নিত্য নৈমিত্তিক ধৰণে ঘটিব ধৰিলে। এইবোৰৰ কাৰণে মিলিটাৰী শাসন জাৰি কৰিব লগা হ'ল। মিলিটাৰীৰ গুলিত দুইজনমান লুণ্ঠনকাৰী মৰিল। নগৰত সান্ধ্য আইন প্ৰৱৰ্তন কৰা হ'ল। এঘাৰ বজাৰ পৰা সম্পূৰ্ণ এন্ধাৰত ডুব যোৱা ওৰাণ নগৰক এক বৃহৎ কবৰখানা যেন দেখা গ'ল।

মানুহৰ হৃদয়বোৰো এন্ধাৰেৰে ভৰি পৰিল। প্ৰকৃত ঘটনাৰে তেওঁলোকৰ হৃদয়ক অভয় দিব পৰাকৈ খুব কমেইহে আছিল।

সংকাৰৰ ভয়াবহ কাহিনীয়ে তেওঁলোকৰ মন আচ্ছন্ন কৰি পেলাইছিল। সংকাৰকাৰ্য্য গোটেই বছৰ চলিছে আৰু ইয়াৰ প্ৰধান বৈশিষ্ট্য হ'ল দ্ৰুতময়তা। মৃতক সংকাৰৰ নিয়ম অনুশীলনবোৰ চমু কৰা হ'ল। গধূলি মৰাজনক ৰাতিটো ৰাখিছিল। আনহাতে দিনত মৰাজনক লগে লগে সংকাৰ কৰা হৈছিল। এম্বুলেঞ্চত তুলি লৈ যোৱা হৈছিল শ শ মৃত দহ। মৃতদেহ কবৰস্থ কৰাৰ ঠাই নোহোৱা হৈ পৰিছিল। অৱশেষত মৃতদেহ কঢ়িয়াবলৈ পুৰণি ট্ৰাম লাইনেৰে ট্ৰাম চলাবলগীয়া হৈছিল।

নগৰৰ পূৱ পিনে হঠাতে দুৰ্গন্ধ ধোঁৱাৰ মেঘ গোট খালে। ই কিন্তু অনিষ্টকাৰী নহয় বুলি ডাক্তৰসকলে মত দিলে। তথাপি তাৰ বাসিন্দাবোৰে ভয় খাই সেই ঠাই এৰি গুচি যাব খুজিলে। তেওঁলোকে ভাবিলে বৰষুণে হয়তো বেমাৰৰ বীজাণুবোৰ তললৈ নমাই লৈ আহিব। মানুহখিনিক সন্তুষ্ট কৰিবৰ কাৰণে সেই ধোঁৱাবোৰ আঁতৰোৱাৰ বাবে যন্ত্ৰপাতি বহুৱা হ'ল। তাৰ পাছত যেতিয়া প্ৰবল বতাহ বৈ আহিল আৰু ই পূৱৰ পৰা বোৱাই আনিলে ৰুগ্ন গোন্ধ তেতিয়া তেওঁলোকৰ মনত পৰিল যে তেওঁলোক এক নতুন ব্যৱস্থাৰ মাজত কাম কৰি আছে আৰু প্লেগে তাৰ ভাগৰ চিকাৰ ধৰি লৈ গৈ আছে।

প্লেগে মানুহৰ মানসিকতাৰ আচৰিত পৰিবৰ্তন ঘটালে। প্ৰিয়জনৰ পৰা আঁতৰি থাকিব লগা কথাটো তেওলোকে সহজভাবে লব ধৰিলে। কবলৈ গ'লে তেওঁলোক শাৰীৰিক আৰু মানসিকভাৱে অৱক্ষয়গ্ৰস্ত হৈ পৰিছিল। প্লেগৰ আৰম্ভণিৰ স্মৃতি তেওলোকৰ মনত সজীৱ হৈ আছিল। এতিয়া স্মৃতি আছে যদিও কল্পনাই কাম নকৰা হৈছে। প্লেগৰ দ্বিতীয় পৰ্য্যায়ত তেওঁলোকৰ স্মৃতিশক্তিও যেন ক্ষুণ্ণ হ'ল। প্ৰিয়জনৰ মুখবোৰ আৰু স্মৃতিৰ দাপোণত ভাহি মুঠা হ'ল। দীৰ্ঘ বিচ্ছেদে তেওঁলোকক পাহৰাই দিলে আত্মীয়সকলৰ লগত থকা আত্মীয়তা আৰু বুজাপৰাৰ স্মৃতিখিনি। প্লেগে সৃষ্টি কৰা পৰিৱেশৰ সৈতে তেওঁলোক মিলি গ'ল। বিৰক্তিকৰ অনুভূতিৰে তেওঁলোক এতিয়া ভাৰাক্ৰান্ত। দুখৰ মাজত সোমাই থাকি তাৰ দংশন যেন তেওঁলোকে

অনুভৱ কৰিব নোৱাৰা হৈ পৰিছে। এতিয়ালৈকে বিচ্ছেদগ্ৰস্তসকল সম্পূৰ্ণ অসুখী নাছিল। কাৰণ দুখ বিচ্ছেদৰ এই নিশাতো তেওঁলোকে আশাৰ পোহৰ দেখিবলৈ পাইছিল। কিন্তু এতিয়া আশাৰ বেঙনি সম্পূৰ্ণ ৰকমে মাৰ গ'ল। এতিয়া তেওঁলোকক লগ পোৱা যায় ৰাস্তাৰ কোণত কাফেত নাইবা বন্ধুৰ ঘৰত। সদায় উদাসীন এই মানুহবোৰক আৰু বেছি বিৰক্ত যেন দেখা গ'ল। গোটেই নগৰখনক ভাব হয় যেন হ এটা ৰেলৱে অপেক্ষা গৃহহে।

যিবিলাক মানুহৰ কাম আছে তেওঁলোকেও প্লেগৰ দৰে ভয়াবহতাৰে কামত লাগি গৈছে। প্ৰত্যেকেই যেন এতিয়া আশাহীন স্মৃতিহীন। বৰ্তমানৰ মুহূৰ্তৰ কাৰণেই তেওঁলোক বাচি আছে। প্লেগে মানুহৰ বুকুৰ পৰা প্ৰেম বন্ধুত্ব সকলো অনুভূতিৰ পোখা চিঙি পেলালে। প্ৰেমৰ আশ্ৰয় ভৱিষ্যত কিন্তু ইয়াত বৰ্তমানৰ মুহূৰ্তৰ বাহিৰে ভৱিষ্যত বুলিবলৈ ইয়াত একো নাই।

এতিয়া এই বিপদ সকলোৰে। প্ৰৱেশ দ্বাৰত গুলিচালনা জীৱন মৃত্যুক ছন্দায়িত কৰা ৰবৰ ষ্ট্যাম্পৰ শব্দ ফাইল আৰু জুই আতঙ্ক আৰু নীতি নিয়ম নাৰকীয় দুৰ্গন্ধ। এম্বুলেঞ্চৰ শব্দহীন যাত্ৰাৰ মাজত মানুহবোৰ বৈ আছে। অপেক্ষা কৰি আছে পুনৰ্মিলন আৰু শান্তি সুখৰ বাবে।

## চতুৰ্থ পৰ্ব

চেপ্তেম্বৰ আৰু অক্টোবৰ মাহত নগৰখন প্লেগৰ আক্ৰমণত অতিষ্ঠ হৈ পৰিল। প্লেগৰ দয়াত তাত কৰিবলগীয়া কাম একোৱে নাছিল। মানুহবোৰে কেৱল সময় গণিছিল। এই সময় যেন তেওঁলোকৰ বাবে আছিল অসীম অনন্ত। কুঁৱলী গৰম আৰু বৰষুণে নগৰৰ পথত পৰিৱৰ্তনৰ চিহ্ন আঁকি দিছিল। দক্ষিণৰ পৰা চৰাইৰ জাকবোৰ উৰি

আহিছিল। দৈত্যকায় যন্ত্ৰবোৰে ভয়ঙ্কৰ শব্দ কৰি প্ৰত্যেককে সচকিত কৰিছিল। অক্টোবৰৰ বৰষুণৰ ধাৰাই ৰাস্তা—ঘাটবোৰ পৰিষ্কাৰ কৰিলে

প্লেগৰ সৈতে যুঁজি যুঁজি ৰিযো আৰু তেওৰ সহকৰ্মীসকল ক্লান্ত হৈ পৰিল। ৰিয়োই লক্ষ্য কৰিলে তেওঁ আৰু তেওৰ সহকৰ্মীসকলৰ ক্লান্তিয়ে এক ঔদাসীন্যৰ ৰূপ পৰিগ্ৰহ কৰিছে। মানুহবোৰে আগতে প্লেগৰ বাতৰিৰ বাবে উদ্বিগ্ন হৈ আছিল। কিন্তু এতিয়া তালৈ তেওঁলোকৰ ভ্ৰূক্ষেপ নাই। ৰেম্বক এক নিষেধাজ্ঞা চকীৰ ভাৰ দিযা হৈছিল। তেও যি কোনো সময়তে তেওঁৰ অধীনত থকা মানুহবোৰৰ কথা কৈ দিব পাৰিছিল। বেমাৰৰ লক্ষণ প্ৰকাশ পোৱাৰ লগে লগে কি কৰিব লাগে সকলোবোৰ তেওঁৰ নত আছিল তেওৰ চকীত এটি প্লেগ বেজীয়ে কেনে কাম কৰিছিল তাৰ পৰিস খ্যাও দাঙি ধৰিছিল। তথাপিও তেও সপ্তাহত কিমান ৰোগী মৰিল তাক কৈ দিব নোৱাৰে। এই সকলোবোৰৰ মাজত থাকিও কিন্তু নগৰ এৰাৰ সেই স কল্প তেও ত্যাগ কৰিব পৰা নাই।

গ্ৰ্যাণ্ডে পদ্ধতিগতভাৱে প্লেগৰ পৰিস খ্যা উলিয়াই আছে। তেৰো তাক সঠিকভাৱে ক ব নোৱাৰে। ৰিযো ৰেম্ব টাৰোতকৈ গ্ৰ্যাণ্ডৰ হ্ৰ ক্ষম । কম। মিউনিচিপালটিৰ চা ৰিৰ উপৰিও তেও এতিয়া ৰিয়োৰ প্ৰাইভেট চেক্ৰেটাৰী। ক্লান্তিৰ ছাপ তেওঁৰ দেহত বিদ্যমান হৈ পৰিছে। এই সময়ত তেও আৰু বেছি অনুভূতিপ্ৰৱণ হৈ পৰি ছ আৰু সেয়ে পুনৰ তেও ডাক্তৰৰ আগত জেনৰ কথা উলিযালে। আৰু আচৰিত ধৰণে এদিন ডাক্তৰ ৰিযোযো গ্ৰ্যাণ্ডৰ আগত নিজৰ স্ত্ৰীৰ কথা উলিয়ালে।

ডাক্তৰ ৰিয়োই ঘৈণীযে ৰ টেলিগ্ৰামবোৰক বিশ্বাস কৰিব নোৱাৰা হৈ পৰিছিল। কাৰণ সেইবোৰ সদায় আশাবাদ আৰু সান্ত্বনাৰে ভৰ সেয়ে তেওঁ ডাক্তৰলৈ পোনপোটীয়াকৈ টেলিগ্ৰাম কৰিছিল। ডাক্তৰে জনালে যে তেওঁৰ অৱস্থা ভাল নহয়। ক্ৰমে বেয়াৰ ফালে গৈ আছে বেমাৰ ৰোধ কৰাৰ কাৰণে সকলো ব্যৱস্থা গ্ৰহণ কৰা হৈছে। এই সকলোবোৰ কথা ডাক্তৰ ৰিয়োই লুকাই ৰাখিছিল কিন্তু অস ৰ্ক মুহূৰ্ত্ত সেই সকলোবোৰ কথা গ্ৰ্যাণ্ডৰ আগত তেও কৈ পেলালে।

অন্যবোৰৰো অৱস্থা একে ধৰণৰ। টাৰোক এই সময়ছোৱাত বিশেষভাৱে আকৰ্ষণ কৰিছে কটাৰ্ডৰ কথাই। তেও ডায়েৰীত তাকেই লিখিছে। ডাক্তৰ ৰিয়োৰ ক্লেটলৈ তেওঁ আহিছে তেওঁ থকা হোটেল খন নিষেধাজ্ঞাৰ চকী হিচাপে অধিগ্ৰহণ কৰাৰ পাছৰ পৰা। গ্ৰ্যাণ্ড আৰু ডাক্তৰে যেতিয়া বেমাৰীৰ পৰিসংখ্যা গণনা কৰি থাকে টাৰোই তালৈ বিশেষ মনোযোগ নিদিয়ে। ওৰাণ নগৰৰ সৰুসুৰা সাধাৰণ কথাবোৰৰ বিষয়েহে তেও আলোচনা কৰে।

আটাইতকৈ বেছি ক্লান্ত হৈ পৰিছিল ডা° কেষ্টেল। তেওঁৰ এটি প্লেগ টীকাম তৈয়াৰ হৈছে আৰু প্ৰথমে তাক প্ৰয়োগ কৰাৰ চিন্তা কৰিছে অথনৰ ল'ৰাটোৰ ওপৰত। লৰাজনৰ অৱস্থা খুব বেয়া। বচাৰ আশা নাই। এই কথা টা কবলৈ আহিছিল তেওঁ ৰিয়োৰ ওচৰলৈ। পিছে ৰিয়োই যেতিয়া বেমাৰৰ শেহতীয়া পৰিসংখ্যাটো তেওঁৰ আগত দাঙি ধৰি ডাক্তৰলৈ চালে তেও দেখিলে ডাক্তৰ কেষ্টেলে চকীখনতে টোপনি মাৰিছে। তেওঁৰ যৌৱনদীপ্ত হাহিটো মুখত দেখাৰ পৰিৱৰ্তে দেখিলে তেওৰ ওঠ দুটা ফাক হৈ আছে আৰু দুই কোৱাবিৰে লেলাৱতি বাগৰি পৰিছে। ইয়ে যেন তেওৰ বয়সকেই প্ৰকাশ কৰিছে। ডাক্তৰ ৰিয়োই কণ্ঠত কিহবাই হেঁচা মাৰি ধৰা যেন পালে। ডাক্তৰ কেষ্টেলৰ এই অৱস্থাই ডাক্তৰ ৰিয়োক নিজ অৱস্থা সম্পৰ্কে সচকিত কৰি তুলিলে।

ডাক্তৰৰ অনুভূতি যেন ক্ৰমাগতভাৱে ভোটা হৈ যাব ধৰিছে। কিছুদিন ধৰি তেওঁৰ একমাত্ৰ কাম হ ল আৰোগ্য কৰা নহয় বেমাৰ নিৰূপণ কৰা। বেমাৰ ধৰা পেলোৱা তাৰ বিষয়ে বৰ্ণনা কৰা তালিকাভুক্ত কৰা এয়াই তেওঁৰ কাম। এবাৰ এজনী তিৰোতাই তেওঁৰ হাতত ধৰি চিঞৰি উঠিছিল—ডাক্তৰে তেওঁক ৰক্ষা কৰক। কৰিবনে? কিন্তু ডাক্তৰে কাকো ৰক্ষা কৰিবলৈ ইয়াত থকা নাই। তালৈ তেওঁ বেমাৰীক অপসাৰণ কৰিবলৈ আদেশ দিবলৈ গৈছিল। তেওৰ বাবে সেই ঘৃণাৰ চাৱনি কিমান যে নিৰৰ্থক আছিল।

তিৰোতাজনীয়ে আকৌ কৈছিল—ডাক্তৰ তোমাৰ অন্তৰ নাই। তাই মিছা কথা কৈছিল। কাৰণ তেওঁৰ অন্তৰ আছিল।

নগৰত যিজন মানুহ নিৰুৎসাহিত আৰু ক্লান্ত নোহোৱাকৈ আছিল—তেও হ'ল কটাৰ্ড। প্লেগে পুলিচৰ পৰা তেওঁক বচাই ৰাখিছে। টাৰোই প্ৰায়ে কটাৰ্ডৰ লগত ৰাতি ৰাতি ওলাই গৈছিল আৰু মানুহৰ ভীৰৰ মাজত সোমাই পৰিছিল। এবাৰ দুয়ো পৌৰ সভাৰ থিয়েটাৰ আৰু অপেৰা ঘৰলৈও গৈছিল তাত অভিনীত হৈছিল অৰফিউচ। বসন্ত কালতে এই থিয়েটাৰ পাৰ্টিবোৰ এই নগৰলৈ আহিছিল কিন্তু প্লেগে তেওলোকক আবদ্ধ কৰি ৰাখিলে। অপেৰা হাউচে ৰৰ লগত তেওঁলোকে চুক্তি কৰিলে সপ্তাহত এবাৰকৈ অভিনয় প্ৰদৰ্শন কৰাৰ। কেবামাহো প্ৰতি শুক্ৰবাৰে তেওলোকে অভিনয় প্ৰদৰ্শন কৰি আহিছে।

দুয়ো অভিনয় চাবলৈ সোমাই দেখিলে থিয়েটাৰ গৃহ মানুহৰে ঠাহ খাই পৰিছে। প্ৰথম দৃশ্যতে অৰফিউচে ইউৰিডাইচৰ কাৰণে দুখ কৰিলে। দৰ্শকে প্ৰশংসা কৰিলে। তাৰ পাছত এটা এটা দশ্য আগবাঢ়ি গ'ল আৰু এটা সময়ত অভিনয় শেষ হ'ল। মানুহবোৰ উঠিল। কটাৰ্ড আৰু টাৰোও বহাৰ পৰা উঠিল। সেইদিনা জীৱনত এক নাটকীয় চিত্ৰ তেওলোকে যেন লক্ষ্য কৰিলে। প্লেগেই যেন মঞ্চত মুকবাকৰ ভাঁৱৰীয়া আৰু আসনত বিলাসী পুতলাবোৰ যিযে পাহৰি পেলাই গৈছে বিলাসী আসনত বিছনি ফিটা আৰু চাদৰ।

চেপ্তেম্বৰ মাহৰ পৰা ৰেম্বে ৰিয়োৰ লগত কাম কৰিবলৈ ল'লে। কেৱল গঞ্জেলোক লগ ধৰিবৰ দিনাখন কেইঘণ্টামানৰ অব্যাহতি বিচাৰিলে। গঞ্জেলোৰ লগত মাৰ্চেল আৰু লুইচ নামৰ ল'ৰা দুজনক লগ ধৰাৰ কথা। দুয়ো গৈ ল'ৰা দুজনক লগ ধৰিলে। সিহঁতে ৰেম্বক নগৰৰ পৰা ওলাই যোৱাত সহায় কৰিব। অহা সপ্তাহত সিহঁতৰ পহৰাৰ পাল। গতিকে ৰেম্বে অহা সপ্তাহলৈ অপেক্ষা কৰিব লাগিব। কথা বতৰা পাতি চাৰিওজনে বন্দৰৰ ফালে খোজ ল'লে।

নগৰৰ বন্দৰৰ সীমাতে প্ৰৱেশ পথৰ ওচৰত মাৰচেল আৰু লুই থাকে এটি পুৰণি স্পেনিচ ঘৰত। মাকজনীয়ে খোৱাৰ ব্যৱস্থা কৰিলে। এনেকুৱা আকালৰ দিনত ভাতৰ ব্যৱস্থা কৰা দেখি গঞ্জেলো অলপ আচৰিতেই হ'ল। তাত ৰেম্বে পেট পূৰাই খাই কেৱল অহা সপ্তাহৰ কথাই ভাবিলে।

পহৰাৰ সময় বঢ়োৱাত ৰেম্ব আৰু পোন্ধৰ দিনলৈ অপেক্ষা কৰিব লগীয়া হ'ল। এই পোন্ধৰ দিনে ৰেম্বে দেহে কেহে খাটিব ধৰিলে। ৰাতি পলমকৈ শুবলৈ যোৱা কৰিলে। আলসুৱা জীৱনক এনে কৰ্মব্যস্ত কৰি তোলাত তেওঁ যেন শক্তিহীন আৰু চিন্তাহীন হৈ পৰিব ধৰিলে। এদিন গধূলি তেও মদ খাব সোমাল বহুদিনৰ মূৰত। কিন্তু তাৰ পাছতে তেও অনুভৱ কৰিলে তেওঁৰ শৰীৰত যেন এটা টেমুনা উঠিছে আৰু প্লেগৰ আগমনি তেওৰ শৰীৰত প্ৰকাশি উঠিল—তেওৰ এনে ভাবেই হ'ল। এক আচৰিত অনুভূতিৰে তেওৰ মন ভৰি পৰিল। তেও নগৰখনৰ ওপৰ ভাগলৈ উঠি গ'ল য'ৰ পৰা সুন্দৰ বিশাল আকাশৰ এটা অংশ ভালকৈ দেখা যায়। তেও যেন তাৰ পৰা ঘৈণীয়েকক ডাঙৰ ডাঙৰকৈ চিঞৰি মাতিব খুজিলে। ঘৰলৈ উভতি আহি প্লেগৰ লক্ষণবোৰ তেও যেতিয়া দেখা নেপালে তেও তেনে নকৰাৰ বাবে গৌৰৱ অনুভৱ কৰিলে।

হঠাতে ৰিয়োৰ মনত পৰিল অথনে ৰেম্বৰ বিষয়ে সোধা কথাটো। অথনে কৈছে যে ৰেম্ব যাতে চোৰাং কাৰবাৰীৰ লগত সঙ্গী নহয়। ডাক্তৰৰ কথা শুনি ৰেম্বে হাহিলে। ডাক্তৰে ৰেম্বক সোনকালে কামটো কৰিবলৈ উপদেশ দিলে। ৰেম্বে এনে উপদেশ দিয়াৰ কাৰণ কি বুলি সোধাত ডাক্তৰে ক'লে যে তেওঁ সুখী হোৱাটো বিচাৰে।

ৰবিবাৰে ৰেম্ব পুনৰ সেই স্পেনীয় ঘৰটোলৈ গ'ল। দুই ভায়েক তেতিয়াও ঘৰলৈ ভাত খাবলৈ উভতি অহা নাই। ঘৰত মাকজনী আছিল। এজনী ক্ষীণ তিৰোতা গাৰ সাজ পোছাকবোৰ কলা। মৌৰ দৰে সদা ব্যস্ত। মুখখন বাদামী ৰঙৰ আৰু চুলিবোৰ উজ্জ্বল কলা।

যদিও তেওঁ কথা বৰ বেছি নকয় কেৱল বেম্বৰ চকুৱে চকুৱে পৰিলে হাঁহে।

এবাৰ তেওঁ সুধিলে ঘৈণীয়েক প্লেগৰ দ্বাৰা আক্ৰান্ত হ'ব বুলি বেম্বে ভয় নকৰেনে? বেম্বে ক'লে যে তেও যদি এই নগৰতে থাকিবলগীয়া হয় তেনেহলে ইজনে সিজনক দেখাই নেপাব কিজানি।

তেও বাৰু ধুনীয়া ন? তিৰোতাগৰাকীয়ে সুধিলে।

খুব ধুনীয়া।

তিৰোতাজনীয়ে পুনৰ ক'লে যে বেম্ব যেনে তেনে ঘৈণীয়েকৰ ওচৰলৈ ঘূৰি যোৱাটোহে ঠিক হ'ব।

সন্তৰ্পণে ৰুমটোত ঘূৰি বেম্বে দিনটো কটালে। গধূলি ল'ৰা দুজন উভতি আহিল। সি তে এতিয়াও সময় হোৱা নাই বুলি চমুকৈ কৈ থ'লে। দুয়ো খাই লৈ গীটাৰ বজাবলৈ ধৰিলে। বেম্ব চিন্তাৰ মাজ হেৰাই গ'ল।

বুধবাৰে মাৰ্চেলে ক'লে যে আজি মাজৰাতিয়ে পলোৱাৰ প্ৰশস্ত সময়। গতিকে বেম্ব যা' সাজু হৈ থাকে। তাৰ লগত যি দুজন প্ৰহৰী থকা কথা আছিল তাৰ এজনৰ প্লেগ হৈছে আৰু আনজন সেই একেটা ৰুমতে থাকিব। বেমাৰী সম্পৰ্কে তাকো নিৰীক্ষণ কৰি থকা হৈছে। গ'িকে দুই তিনি দিন মানৰ কাৰণে মাৰ্চেল আৰু লুহ অকলে থাকিব দুৱাৰ মুখত। ৰাতি সিহতে গোটেইখিনি ঠিকঠাক কৰিব। আৰু বেম্বে সিহ ৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰ কৰিব পাৰে।

বেম্বে সিহতক ধন্যবাদ জনালে। সন্তুষ্ট হৈছানে? লুইহঁতৰ মাকে সুধিলে। চিন্তিত বেম্বে চমুকৈ কৈ থ'লে—হৈছোঁ।

পিছদিনা আছিল যথেষ্ট গৰম। মৃত্যুৰ সংখ্যা হঠাতে বাঢি গ'ল। কিন্তু স্পেনীয় এই তিৰোতা গৰাকীয়ে তেওৰ মুখৰ নিৰুদ্বিগ্নতা হেৰুৱালে। বেম্ব কোঠাত সোমাই আছিল। লগত মাৰ্চেল আৰু লুই। বন্ধ কোঠাৰ ভিতৰত তিনিওটাৰে দেহ ঘামত তিতি পালিচ কৰা মেহগনি কাঠ যেন হৈ পৰিছিল। পিঞ্জৰাবদ্ধ পশুৰ দৰে বেম্বে কোঠাৰ ইমুৰৰ পৰা

সিমুৰলৈকে ঘূৰি ফুৰিছিল। প্ৰায চাৰিটামান বজাত ৰেম্ব গুলাই গ'ল। মাৰ্চেলে মাজৰাতি অহাৰ কথা পুনৰ সোঁৱৰাই দিলে।

ৰেম্ব পোনে পোনে ডাক্তৰৰ ওচৰলৈ গ'ল। তেও ডাক্তৰৰ ওচৰত প্ৰকাশ কৰিলে যে তেও এই নগৰ এৰি নেযায়। ডাক্তৰৰ লগতে তেও কাম কৰি যাব।

সিদিনা মাজৰাতি টাৰো আৰু ডাক্তৰ ৰিয়োই তত্ত্বাৱধান লবলগীয়া অঞ্চলৰ মেপখন তেওঁ হাতত তুলি দিলে।

অক্টোবৰৰ শেষৰ ফালে ডাক্তৰ কেষ্টেলৰ এন্টি চীৰাম তৈয়াৰ হ'ল আৰু তাক প্ৰথমবাৰৰ বাবে প্ৰযোগ কৰি চোৱা হ'ল। অথনৰ ল'ৰাৰ প্লেগ আৰম্ভ হৈছে। গতিকে অথনৰ ঘৰখন আচুতীয়া কৰা হ'ল। ডাক্তৰ ৰিযো আহিল বেমাৰী চাবলৈ। বেমাৰীক বেলেগকৈ ৰাখিবলৈ দিয়া হ'ল। মিচেচ অথন আৰু ছোৱালীজনীক হস্পিটেলৰ এটা কোঠাতে থাকিব দিব পৰা যাব। অথন থাকিব লাগিব আচুতীয়া শিবিৰত।

অথনৰ ল'ৰাজনক সহায়কাৰী চিকিৎসালয়লৈ নিয়া হ'ল। তাৰ অৱস্থা এতিয়া খুব বেয়া। তাৰ কোমল অঙ্গত টেমুনাবোৰ বেচ বেদনা দায়ক হৈ পৰিছে। এই অৱস্থাত কেষ্টেলৰ চীৰামৰ পৰীক্ষা কৰি চোৱাৰ বাহিৰে অন্য উপায় নাই। ৰাতি ল'ৰাৰ শৰীৰত চীৰাম প্ৰয়োগ কৰা হ'ল।

ফাদাৰ পেনেল অথনৰ ল'ৰাৰ খবৰ লবলৈ আহিল। তেওঁ বৰ বেছি আহত হৈ পৰিছিল তাৰ অৱস্থা দেখা পায়। ক্ৰমাগতভাৱে মৃত্যুৰ দুৱাৰদলিলৈ আগবাঢ়ি গৈ থকা ল'ৰাজনলৈ অসহা ভাৱে প্ৰত্যেকে চাই থাকিল। ল'ৰাটোৰ যন্ত্ৰণা কাতৰতা দেখি তেওঁলোকে ভগৱানক প্ৰাৰ্থনা কৰিলে—হে প্ৰভু! এই শিশুটোক ৰক্ষা কৰা।

লাহে লাহে তাঁৰ কণ্ঠস্বৰ ক্ষীণ হৈ পৰিল। এখন শেষ হৈ যোৱা যুদ্ধ ধ্বনিৰ দৰে কণ্ঠ ধ্বনি ক্ষীণ হৈ আহিছে ল'ৰাজনৰ। তাৰ দুগালেৰে চকুপানী বৈ আহিল। পেনেলে তাৰ ওচৰ চাপি গৈ তাক আশীৰ্বাদ কৰিলে।

ৰিয়ো ক্লান্ত হৈ পৰিছিল। পেনেল তেওৰ কাষত বহিল তেওঁ খুব বিচলিত হৈ পৰিছে। লৰাটোৰ চকুজোৰ বন্ধ হৈ গৈছে। দাঁতবোৰ সি কামুৰি ধৰিছে। লৰাটোৰ অৱস্থা দেখি পেনেল কিছু অপ্ৰস্তুত হ'ল। তেওঁ কিবা ক'ব খুজিছিল কিন্তু পিছ মুহূৰ্তত নীৰৱ হৈ পৰিল। ডাক্তৰৰ পৰা তেওঁ বিদায় লব খুজিলে। তেওঁৰ চকুজোৰ চ চলীয়া হৈ পৰিছিল। পেনেল যেতিয়া যাবলৈ ওলাল চিন্তাত বিভোৰ ৰিয়ো হঠাতে উঠি তেওৰ ফালে খোজ ল'লে। তাৰ পাছত তেও পেনেলক অতিক্ৰম কৰি আঁতৰি স্কুলৰ পথাৰখনৰ মাজেৰে খোজ পেলালে। এডাল চুটি চাপৰ গছৰ তলত থকা বেঞ্চখনতে তেও বহি লৈ কপালৰ ঘামবোৰ মচিব ধৰিলে। গছৰ অসংলগ্ন ডালবোৰলৈ অনুজ্জ্বল আকাশখনলৈ চাই চাই ৰিয়োই যেন ক্লান্তি আঁতৰ কৰাৰ চেষ্টা কৰিলে।

এনেতে তেও পিছফালে কাৰোবাৰ মাত শুনিলে। পিছফালে মুখ কৰি তেও দেখিলে পেনেলক। পেনেলে আকৌ মুক্তিৰ কথা উলিয়ালে। ডাক্তৰ ৰিয়োই ক'লে— মুক্তি মোৰ বাবে এটা বৰ ডাঙৰ শব্দ। মোৰ ইমান দূৰলৈ লক্ষ্য নাই। মোৰ প্ৰথম লক্ষ্য হ'ল মানুহৰ স্বাস্থ্য। মই এইলৈয়ে উদ্বিগ্ন।

পেনেলে চিন্তা কৰা যেন দেখা গ'ল। ডাক্তৰ তেও আৰম্ভ কৰি পুনৰ বৈ গ'ল। তেওৰ মুখমণ্ডলৰ পৰা ঘামৰ টোপালবোৰ নিগৰিব ধৰিছে। সৰু সৰুকৈ তেও ক'লে—তেনেহলে আজিৰ কাৰণে বিদায়। তেওঁৰ চকুজোৰ চলচলীয়া হৈ পৰিল তেও যাবলৈ ওলোৱাৰ লগে লগে চিন্তাগ্ৰস্ত ডাক্তৰ বহাৰ পৰা উঠিল আৰু তেওৰ ফালে আগবাঢ়ি গ'ল। পেনেলে তেওলৈ হাতখন আগবঢ়াই দিলে। পেনেলে ডাক্তৰৰ লগত লগ হৈ বেমাৰৰ বিৰুদ্ধে যুঁজাৰ সংকল্প প্ৰকাশ কৰিলে। ডাক্তৰৰ লগ চিকিৎসালয় আৰু প্লেগ আক্ৰান্ত অঞ্চলবোৰ ঘূৰিব ধৰিলে।

অথনৰ লৰাৰ মৃত্যুৰ পাছত পেনেলৰ মানসিক পৰিৱৰ্তন ঘটিল। মৃত্যুৰ চিন্তা তেওৰ সমস্ত মুখমণ্ডলত স্পষ্ট হৈ উঠিল। তেও দ্বিতীয় ভাষণ দিয়াৰ ঠিক কৰিলে। সিদিনা বতাহ বৰ বেয়া ধৰণেৰে

বলিছিল। মানুহৰ সমাগম বিশেষ নহ'ল। কাৰণ মানুহবোৰৰ মন অন্ধবিশ্বাসেৰে ভৰি পৰিছিল। পেনেলে গম্ভীৰ আৰু চিন্তাযুক্তভাৱে এইবাৰ তেওঁৰ ভাষণ দাঙি ধৰিলে। তোমালোকৰ পৰিবৰ্তে আমি বুলি ভাষণত উল্লেখ কৰিলে। তেওঁ ক'লে যে প্লেগৰ কথা আগতে আমি শুনিছিলো এতিয়া দেখিছো প্লেগ আমাৰ চৌকাষে। ই আমাৰ প্ৰিয়জনক কাঢ়ি নিছে। তেওঁৰ ভাষণত প্লেগৰ নিদাৰুণ হাতে এক অবোধ শিশুক নিৰ্মমভাৱে কাঢ়ি নিয়াৰ কথাটো বাৰে বাৰে প্ৰকাশ পালে। অৱশেষত তেওঁ এইদৰে মোখনি মাৰিলে—

ভাইসকল ঈশ্বৰ প্ৰেম এক কঠিন প্ৰেম। ই বিচাৰে সম্পূৰ্ণ আত্মসমৰ্পণ আৰু আমাৰ মানৱীয় ব্যক্তিত্বৰ প্ৰতি অনীহা। কিন্তু ইয়ে আমাক সকলো কষ্ট সহ্য কৰাৰ আনকি শিশুৰ মৃত্যুকো সহাৰ মহাশকতি দিয়ে।

ইযাৰ কিছুদিন পাছত পেনেল অসুস্থ হৈ পৰিল। ডাক্তৰ ৰিযো আহিল আৰু পেনেলক পৰীক্ষা কৰি দেখিলে প্লেগৰ লক্ষণ তেওঁৰ শৰীৰত নাই। হাঁওফাঁও আক্ৰান্ত হৈছে। তথাপি ডাক্তৰে পেনেলক আচুতীযাকৈ ৰখাৰ কথা ঘোষণা কৰিলে। কাৰণ ৰোগ সম্পৰ্কে তেওঁ সম্পূৰ্ণ নিশ্চিত নহয়। পেনেলক চিকিৎসালয়ত ভৰ্তি কৰা হ'ল। ডাক্তৰৰ চিকিৎসা তেওঁ নিৰ্বিবাদে গ্ৰহণ কৰিলে। তেওঁৰ বেমাৰ ক্ৰমে সন্দেহযুক্ত হৈ পৰিল। জ্বৰ আৰু কাঁহ উত্তৰোত্তৰ বাঢ়িব ধৰিলে। তাৰ পাছদিনা পেনেল ঢুকাল তেওঁৰ মৃতদেহৰ ওপৰত নিৰ্দেশপত্ৰ আঁৰি দিয়া হ'ল—তাত লিখা আছিল— সন্দেহযুক্ত মৃত্যু।

প্লেগৰ প্ৰসাৰৰ লগে লগে জনসাধাৰণে খাদ্য সামগ্ৰীৰ নাটনিৰ দ্বাৰা ভাবাক্ৰান্ত হ'ল। লাভখোৰবোৰে প্ৰয়োজনীয় সামগ্ৰীৰ চোৰা কাৰবাৰ আৰু হৰণভগুকি আৰম্ভ কৰিলে। দুখীয়া পৰিয়ালবোৰক ইয়ে বৰকৈ ক্ষতিগ্ৰস্ত কৰিলে।

টাৰো আৰু ৰিয়োই এই পটভূমিত নিজা কম লৈ ব্যস্ত হৈ আছে। এদিন টাৰোই ৰিয়োৰ আগত অতীত জীৱনৰ কথা বৰ্ণাই ক'লে যে

প্লেগ এই নগৰলৈ অহাৰ আগতে তেওঁৰ জীৱনলৈ আহিছিল। তেওঁ তেতিয়া সৰু আছিল। তেওৰ দেউতাক আছিল ৰাজহুৱা অভিযোজন সঞ্চালক। তেও আছিল এজন সৎ স্বভাৱৰ আৰু সৰল মানুহ। মাকজনীও আছিল খুব সহজ সৰল। মাকক তেও খুব ভাল পাইছিল। দেউতাকৰ এটা চখ আছিল—ৰেল বিভাগৰ নির্দেশনাৰ কিতাপ এখন তেওঁ সততে লগত ৰাখিছিল। দেউতাকৰ লগত তেও ৰেলেৰে ভ্ৰমণ কৰিছিল আৰু তেতিয়া দেখিছিল ৰেলৱে ষ্টেচন মাষ্টৰবোৰতকৈ তেওৰ দেউতাকে ৰেলৰ বেছি খবৰ জানে। তাৰ বা ব তেও বেচ গৌৰৱো অনুভৱ কৰিছিল।

টাৰোৰ সোতৰ বছৰমান বয়স হওতে দেউতাকে প্ৰায়ে তেওক েওঁৰ অফিচলৈ লৈ গৈছিল। তেওৰ চাকৰিৰ প্ৰতিপত্তি দেখুৱাই পুতেকক াৰ প্ৰতি আকর্ষিত কৰিবৰ বাবে হয়তো তেও এইদৰে চেষ্টা কৰিছিল। কিন্তু সেইবোৰে তেওৰ মনত বৰ বিশেষ ক্ৰিয়া কৰিব পৰা নাছিল এটা কথা তেওৰ মন¯ বৰ দকৈ লাগি আছিল আৰু সেয়া আছিল দেউতাকে বিচাৰ কৰা আচামী এজনৰ মুখ এখন। তেওঁৰ সন্দেহ হৈছিল সেই মানুহজন দোষী নহয় বুলি। তাক এটা হালধীয়া ফেচা যেন দেখা গৈছিল যিয়ে পোহৰক ভয় কৰিছিল। টাইডাল মাৰোঁতে সি ভুল কৰিছিল আৰু হাতেৰে নখ এটা কামুৰি আছিল। এই মানুহজনক মাৰি পেলোৱা হ ব। তেও তাৰ প্ৰতি বিশেষভাৱে সহানুভূতিশীল হৈ পৰিছিল। দেউতাকেই তাক মৃত্যুদণ্ডৰ আদেশ দিয়াত তেও বৰ বেছি আর্ত হৈ পৰিছিল আৰু সেইবাবেই দেউতাক ওচৰৰ পৰা আঁতৰি গ ল। পিতাকে মাতি পঠোৱাত অৱশেষত তেওঁ কৈছিল—তেও উভতি অহাতকৈ আত্মহত্যাকেই বৰণ কৰিব। টাৰোই অনুভৱ কৰিছিল মৃত্যুদণ্ডক কেন্দ্ৰ কৰিয়ে সামাজিক শৃঙ্খলা বৈ আছে আৰু ইয়াৰ বিৰুদ্ধে যু জি তেও প্ৰচলিত নীতিৰ বিৰুদ্ধে বিক্ষোভ কৰিব।

টা ৰাই ফাযাৰ স্কোৱাদৰ দৃশ্যও দেখিছে। এই সকলোবোৰে তেওৰ মনত প্লেগৰ অনুভূতিৰ জন্ম দিছে বহুদিনৰ আগতে। সেয়ে

এই প্লেগে তেওৰ মনত নতুন একো অনুভূতিৰ জন্ম দিব পৰা নাই। কিন্তু ইযে তেওঁক ৰিয়োৰ লগত এক লগ হৈ যুজাৰ কাৰণে পণ লোৱাইছে। প্ৰত্যেকৰে মাজতে প্লেগ আছে আৰু কোনো ইয়াৰ পৰা মুক্ত নহয।

ডিচেম্বৰ মাহ পৰিল। কতৃপক্ষই ভাবিছিল ঠাণ্ডাৰ লগে লগে বেমাৰৰ উপশম হ ব। কিন্তু বেমাৰ নিৰাময়ৰ কোনো লক্ষণ দেখা গ ল। বৰদিনৰ সময় লৈ প্লেগৰ আক্ৰমণ পূৰ্ণমাত্ৰাই চলি থাকিল। এইখিনি সময়তে ৰেম্বে ৰিযোক খবৰ দিলে যে প্ৰহৰীৰ অলক্ষিতে তেও ঘৈণীযেকলৈ চিঠি পঠাই উত্তৰো পাইছে। ৰেম্বে ডাক্তৰকো তেনেকৈ স্বাস্থ্যনিৱাসত থকা ঘৈণীযেকলৈ চিঠি পঠোৱাৰ দিহা দিলে। প্ৰথ বাৰৰ বাবে ডাক্তৰে চিঠি লিখিবলৈ বহিল। কি যে এক বিৰক্তিকৰ কাৰবাৰ। চিঠিখন লিখি অৱশেষত তেও পঠালে। তাৰ উত্তৰো আহিল কিন্তু পলমকৈ।

এই সময়তে গ্ৰ্যাণ্ড অসুস্থ হৈ পৰিল। ৰিযোই আনি তেওক ি ছনাত শুৱাই দিলে। মানু জে শাহ লওতে বৰ কষ্ট পাইছিল। গ্ৰ্যাণ্ডে কিবা ক ব খোজে াতে ডাক্তৰে তেওক হাক দিলে। কিন্তু গ্ৰাণ্ডে নামানিলে। ডাক্তৰক তেও মাতি আনি তেও লিখা কিতাপখন হাতত তুলি দিলে। প্ৰায ৫ পৃষ্ঠামানৰ কিতাপখনত প্ৰায়ে একে কথাকেই বাৰে বাৰে লিখা হৈছে। শেষৰ পাতটোত লিখা আছে—মৰমী জেনলৈ। আজি বৰদিন—মাত্ৰ এই কেইটা শব্দ।

গ্ৰ্যাণ্ডৰ জ্বৰ বাঢিব ধৰিলে মুৰটো লৰাই তেও চটফটাব ধৰিলে। গ্ৰ্যাণ্ডৰ কাৰণে সময় চমু চাপি আহিছে তাৰ পাছত তেও ডাক্তৰক ক লে তেও লিখা কাগজবোৰ পুৰি পেলাবলৈ। ৰিয়োই গ্ৰ্যাণ্ডৰ কথা পেলাব নোৱাৰি অৱশেষত কাগজবোৰ জুইত জাপি দিলে।

গ্ৰ্যাণ্ডক ডাক্তৰে চীৰামৰ বেজী দি টাৰোক গোপনে ক লে— গ্ৰাণ্ডৰ অৱস্থা ভাল নহয়। ৰাতিটো থকাও টান। গোটেই ৰাতি ৰিয়োই গ্ৰ্যাণ্ডৰ মৃত্যুৰ কথা চিন্তা কৰি কটালে। পিছদিনা ডাক্তৰে

গ্ৰ্যাণ্ডক দেখি কিন্তু চমকি উঠিল। গ্ৰ্যাণ্ড সুস্থ হৈ বিছনাত উঠি বহিছে। জ্বৰো কমি গৈছে। সাধাৰণ দুৰ্বলতাৰ বাহিৰে তেওঁৰ দেহত বেমাৰৰ কোনো উপসৰ্গ নাই।

গ্ৰ্যাণ্ড ক'লে মই বৰ দৌৰাদৌৰি কৰিলো। কিন্তু মই পুনৰ আৰম্ভ কৰিম। মোৰ প্ৰতিটো শব্দই মনত আছে।

টাৰোলৈ সন্দেহপূৰ্ণ চাৱনিৰে চাই ডাক্তৰে ক'লে—আমি অপেক্ষা কৰিবই লাগিব।

ইয়াৰ লগতে আন এটা আশ্চৰ্য্যজনক ঘটনা ঘটিল। হস্পিতেললৈ অনা হ'ল আন এজনী প্লেগত আক্ৰান্ত ছোৱালী। তাইকো প্ৰয়োগ কৰা হ'ল এই চীৰাম। বিয়োই ভাবিবই পৰা নাছিল প্ৰলাপ বকা এই ছোৱালীজনী ভাল হ'ব বুলি। কিন্তু তায়ো সুস্থ হৈ উঠি বহিল।

সপ্তাহৰ শেষৰ ফালে ডাক্তৰ আৰু টাৰো হাপানী ৰোগীজনৰ ওচৰলৈ গৈছিল। উত্তেজনাত বেমাৰীজন বিহ্বল হৈ পৰা দখা গৈছিল। তেও ডাক্তৰৰ উদ্দেশ্যে ক'লে—বিশ্বাস কৰিবনে? সিহঁত আকৌ ওলাইছে।

কোন?

কিয় সেই এন্দুৰবোৰ।

কোনোৱেতো জীৱন্ত এন্দুৰ এতিয়ালৈকে দেখা নাই। আপুনি বিশ্বাস কৰক ডাক্তৰ সিহঁত দৌৰি ফুৰিছে। ওচৰৰ মানুহবোৰেও এন্দুৰৰ খচমচনি শুনিছে আৰু দুই এটা দেখিবলৈও পাইছে। বিয়োই আগ্ৰহেৰে অপেক্ষা কৰিলে সাপ্তাহিক মৃত্যুৰ হাৰৰ বাতৰি শুনিবলৈ।

মৃত্যুৰ হাৰ কমিছে।

## পঞ্চম পৰ্ব

প্লেগৰ প্ৰাদুৰ্ভাৱৰ পৰা লাহে লাহে নগৰখন মুক্ত হ'ব ধৰিলে। মানুহবোৰৰ মনত আশা সজীৱ হৈ উঠিল। প্লেগ আৰম্ভ হোৱাৰ পৰা যি জীৱনৰ ছন্দ হেৰাই গৈছিল সি যেন পুনৰ মূৰ্ত হৈ উঠিব ধৰিলে। সকলোৱে অনুভৱ কৰিলে অতীতৰ সকলো সা সুবিধা তৎক্ষণাত ফিৰাই

পাব নোৱাৰি। ধ্বংস পুনৰ প্ৰতিষ্ঠাতকৈ সহজ আৰু দ্ৰুতবেগী প্ৰক্ৰিয়া। ইতিমধ্যে খাদ্য যোগান পৰিস্থিতিৰ কিছু উন্নতি হোৱাত সৰ্বসাধাৰণ মানুহৰ অলপ সকাহ হৈছে।

বেমাৰে আশা কৰাতকৈ বেছি শীঘ্ৰে তাৰ কবলৰ পৰা নগৰখনক মুক্তি দিব ধৰিলে। কেষ্টেলৰ চীৰামে লাহে লাহে ভাল কাম দিব ধৰিলে। আৰু ইযাৰ লগে লগে সাপ্তাহিক মৃত্যুৰ হাৰ কমি গ ল। মানুহৰ মুখত হাঁহি বিৰিঙি ওলাল। জুম বান্ধি তেওঁলোকে ফুৰিব ধৰিলে।

প্লেগৰ প্ৰকোপ কমিল যদিও নগৰ অধ্যক্ষই আৰু দুসপ্তাহৰ বাবে নগৰৰ দুৱাৰ মুখ বন্ধ কৰি ৰখাৰ কথা ঘোষণা কৰিলে। ৰাস্তাৰ লাইটবোৰ পুনৰ জ্বলোৱাৰ আদেশ দিয়া হ ল। পোহৰেৰে চৌত উজ্বল হৈ পৰা ৰাস্তাত মানুহবোৰ ঘূৰি ফু ৰিব ধৰিলে। আনন্দোল্লাসেৰে ভৰি পৰিল। বন্ধ ঘৰৰ ভিতৰত থকাবোৰেও এই উল্লাসধ্বনি শুনিবলৈ পালে।

টাৰো ৰিয়ো আৰু ৰেম্বেও নিশা ফুৰিবলৈ ওলাল। শূন্য উপপথ আৰু বন্ধ ঘৰবোৰ এৰি তেওঁলোক মূল আলিবাটত উঠিল। দূৰৈৰ আনন্দ উল্লাসৰ ধ্বনি শুনি টাৰো হঠাতে বৈ গ ল। তেওঁলোকৰ সম্মুখেৰে সেৰেঙা নোমেৰে এটা জন্তুৰ আকৃতি পাৰ হৈ গ ল। তিনিও ভালকৈ চাই দেখিলে এটা মেকুৰী। বসন্ত কালৰ পাছত তেওলোকে এই প্ৰথম মেকুৰী দেখা পালে।

ৰাস্তাৰ মাজত মেকুৰীটো ৰ ল আৰু ভৰি এখন চেলেকিব ধৰিলে। তাৰ পাছত সোঁহাতেৰে পাৰ হৈ অদৃশ্য হৈ গ ল। টাৰোই নিজে নিজেই হাঁহিলে। বাৰান্দাত থকা বুঢাজনেও নিশ্চয় আনন্দিত হ ব।

প্লেগ বহিৰ্ভাগৰ পৰা অন্তৰ্হিত অৱস্থালে যোৱা এই সময়ত আটাইতকৈ যিজন মানুহ বেছি উদ্বিগ্ন হ ল সেইজন হ ল কটাড।

টাৰোৰ লক্ষ্য আছিল সেই বুঢাজনৰ ওপৰত যিয়ে মেকুৰীক লৈ ব্যস্ত আছিল। তেওঁ প্ৰায়ে বুঢা থকা ঠাইলৈ চাইছিল। মহামাৰীৰ সময়তো বুঢাৰ কথা প্ৰায়ে তেওঁৰ মনত পৰিছিল। অৱশ্যে সেই সময়ত তেওঁ বুঢাৰ খবৰ কৰিব পৰা নাছিল। মহামাৰী শাম কটাত

মেকুৰীবোৰক দেখিয়ে বোধহয় তেওঁৰ বুঢ়ালৈ মনত পৰিছিল বেছিকৈ। ৰাস্তাৰ চুকটোতে তেওঁ থিয় হৈ আছিল আৰু সেই সময়ত নাতিদূৰত মেকুৰীবোৰে ৰ দ লৈ থকা তেওঁ দেখা পাইছিল। কিন্তু এইখিনি সময়তো বুঢ়াৰ কোঠাৰ দুৱাৰ বন্ধ। টাৰোই ভাবিলে বুঢ়া হয়তো মৰিছে নাইবা এইবোৰৰ দ্বাৰা বিৰক্ত হৈ পৰিছে। বিৰক্ত হোৱাৰ কাৰণ হ ব পাৰে যে তেওঁ ভাবিবলৈ এৰা তেও স ় আৰু প্লেগে তেওক ভুলত পতিত কৰিলে। যদি মৰিল তেনেহলে প্ৰশ্ন হ ব পাৰে তেও এজন সিদ্ধ পুৰুষ আছিল নেকি? টাৰোই কিন্তু তেনেকৈ ভাবিব নোৱাৰে।

টাৰোই মাকৰ চাৰিত্ৰিক বৈশিষ্ট্যসমূহো ভালদৰে নিৰীক্ষণ কৰিছিল। প্লেগ সম্পৰ্কে সেই মহিলা গৰাকীয়ে কৰা অভিমত যে আন ধৰণৰ আলোচনা বিলোচনাবোৰৰ বিষয়েও টাৰোই তেওঁৰ ডায়েৰীত উল্লেখ কৰিছিল। ৰিযোৰ মাকে তেওঁৰ নিজৰ মাকলৈ মনত পেলাই দিি ল।

মহামাৰী কমি যোৱাৰ পাছতে কটাড ৰিয়োৰ ওচৰলৈ গৈছিল বিভিন্ন চেলু লৈ। তেও ৰিয়োৰ পৰা জানিব বিচা ৰছিল এই মহামাৰীৰ গতি সম্পৰ্কে তেও সুধিলে মহামাৰী হঠাতে এনেকৈ বন্ধ হৈ যাব বুলি ডাক্তৰে ভাবেনে? এই বিষয়ে কটাৰ্ডৰ বেচ সন্দেহ আছিল। ৰিয়োই আশাসূচক উত্তৰ দিলে। কিন্তু কটাডে ভাল পোৱা নাছিল। তেওলোক এ য়া বিপদমুক্ত বুলি ডাক্তৰে এদিন কটাৰ্ডৰ আগত ঘোষণা কৰিলে।

কটাৰ্ডে ভপৰাই ক'লে এই বিষয়ে কোনেও সঠিক নেজানে। ই আকৌ আৰম্ভ হ ব পাৰে।

হ ব পাৰে কিন্তু এইটোও সম্ভৱ যে ইয়াৰ আশু উন্নতিও হ ব পাৰে।

কটাডৰ পৰিৱৰ্তন সকলোৰে লক্ষণীয় বিষয় হৈ পৰিল। নগৰৰ গেট খোলাৰ কটাৰ্ডে যেন যন্ত্ৰস্থ াৰে লক্ষ্য কৰিব ধৰিলে। লাহে লাহে কটাৰ্ডে বহিৰ্জগতৰ লগত যেন সম্পৰ্ক ছিন্ন কৰিবলৈ ওলাল। নিজৰ কোঠাতে সোমাই থাকিবলৈ ভাল পোৱা হ ল। হোটেল ৰেষ্টুৰেণ্টলৈ যাবলৈ এৰি দিলে। খোৱা বস্তু হোটেলৰ পৰা তেওঁ অনাই লয়। কেৱল

অইন কিবা বস্তু কিনিবলৈ কোঠাৰ পৰা ওলাইছিল আৰু মনে মনে এন্ধাৰ ৰাস্তাত ঘূৰি ফুৰিছিল। টাৰোই এদিন ৰাস্তাত এদিন ঘূৰি ফুৰা দেখিবলৈ পালে। কটাডে যেতিয়া টাৰোক তেওঁক আগবঢাই দিবলৈ কলে টাৰোই প্ৰথমতে আপত্তি কৰিলে তেওঁ বৰ ভাগকৰা হৈ পৰা কাৰণে। কটাডে কিন্তু নেৰিলে। কটাডক বৰ উত্তেজিত দেখা গল। কিন্তু সিদিনা তেওঁ ডাঙৰ ডাঙৰকৈ কথা পাতিছিল। তেওঁ টাৰোক সুধিছিল মহামাৰী শেষ হোৱা বুলি কৰ্তৃ ক্ষই জানি দিছে ই সঁচাই শেষ হৈছেনে?

চৰকাৰী নিদেশনাই প্লেগ বন্ধ কৰিব নোৱাৰে। কিন্তু আপাতদৃষ্টিত ই শেষ হোৱা যেন লাগিছে। দুৰ্ঘটনা নহলে ই সোনকালে শেষ হব।

দুৰ্ঘটনা ঘটিবই। নঘটিব নে? কটার্ডে কলে। টাৰোই কলে যে এনে আশঙ্কা কৰিয়ে আৰু এসপ্তাহলৈ নগৰৰ দুৱাৰ মুখ বন্ধ কৰি ৰখাৰ আদেশ দিছে কৰ্তৃপক্ষই।

তেওলোক বেচ সজ্ঞানী। কটার্ডে উত্তেজিত কণ্ঠস্বৰেৰে কৈ গল কিন্তু তেওলোক ভুল বুলি প্ৰমাণিত হব। টাৰোই এই কাৰ্য্যত সম্মতি দিলেও কলে যে আমি দুবাৰ খোলালৈ বাট চাব লাগিব আৰু অদূৰ ভৱিষ্যতৰ সম্পৰ্কে জীৱ লৈ যাত্ৰা নে অপেক্ষা কৰিব লাগিব।

ঠিক আছে। কিন্তু স্বাভাৱিক জীৱন যাত্ৰা মানে আপুনি কি বুজাব খুজিছে?

টাৰোই হাঁহি মাৰি কলে—চিনেমা হলত নতুন চিনেমা।

কটার্ডে কিন্তু নেহাহিলে। তেওঁ কলে যে প্লেগে নগৰখনৰ একো পৰিৱতন সাধন কৰিব পৰা নাই নে? কিন্তু টাৰোই ভাবে যে প্লেগে এই নগৰত আমূল পৰিৱতন সাধন কৰিছে। ই মানুহৰ হৃদয়ত নিশ্চয় এক গভীৰ চাপ বহুৱাইছে।

কথা পাতি পাতি তেওঁলোক আহি কটার্ড থকা ঘৰৰ ওচৰ পালে। এন্ধাৰ হলঘৰটোৰ পৰা দুজন মানুহ ওলাই আহিল। টাৰোই শুনিলে কটার্ডে সৰসৰকৈ তেওঁক সুধিছে—ইহঁত দুটাই কি বিচাৰিছে? চৰকাৰী কৰ্মচাৰী যেন লগা মানুহ দুজন হঠাতে তেওঁলোকৰ ওচৰত বৈ

গ'ল আৰু তেওঁ কটার্ড নেকি সুধিলে। কটাডে ঘূৰি এন্ধাৰৰ মাজত অদৃশ্য হৈ গ'ল। মানুহ দুজন আৰু টাৰোই আচৰিত হৈ কটার্ড যোৱা ফালে চাই থাকিল আৰু এটা সময়ত মানুহ দুজনে কটার্ডক অনুসৰণ কৰিলে।

আচৰিত ধৰণে আৰম্ভ হ'ল টাৰোৰ প্লেগ বেমাৰ। ৰিয়োই তেওঁৰ ঘৰতে ৰাখি টাৰোৰ চিকিৎসা আৰম্ভ কৰিলে। গোটেই ৰাতি মাক আৰু ডাক্তৰ ৰিয়োই টাৰোৰ বিছনাৰ ওচৰত বহি পহৰা দিলে। টাৰোই বেমাৰৰ লগত সংগ্ৰাম চলাই গ'ল। তেও বেচ কষ্টেৰে উশাহ লব লগা হৈছে। চকু মেলি তেও বন্ধুলৈ চাই আছে নিবিষ্টভাৱে। লাহে লাহে যেন ডাক্তৰৰ মুখখন তেওঁৰ বাবে চিনিব নোৱাৰা হৈ পৰিল। ডাক্তৰৰ দুচকু চকুপানীৰে পৰিপূৰ্ণ হৈ পৰিল। তাই ভালকৈ লক্ষ্য কৰিব নোৱাৰিলে কেতিয়া টাৰোই মুখখন ঘূৰালে আৰু মৃত্যুই আহি তেওক স্পৰ্শ কৰি থৈ গ'ল। টাৰোই শান্তি পাইছিল নে নাই ডাক্তৰে নেজানে কিন্তু ডাক্তৰে বুজিলে তেওৰ কাৰণে এতিয়া শান্তি সুদূৰপৰাহত।

ৰাতি ডাক্তৰৰ নিঃসঙ্গতাৰ মাজত বাৰে বাৰে মনত পৰিছিল তেওঁৰ ঘৈনীয়েকলৈ। কিন্তু পিছ মুহূৰ্তত তাক মাৰিও পেলাইছিল। মাক তেওঁৰ কাষতে আছিল। মাকে পুতেকক ভাগৰি পৰিছে নেকি সুধিছিল। ৰিয়োই কৈছিল নাই পৰা বুলি। ৰিয়োই ভাবিছিল মাকে তেওঁক ভাল পায় বাবেই চিন্তিত হৈ পৰিছিল। কিন্তু ভাল পোৱাতো সাধাৰণ কথা। ইয়াক প্ৰকাশ কৰাৰ উপযুক্ত ভাষা বিচাৰি পোৱাতো কঠিন। মাক আৰু তেওঁ ইজনে সিজনক গভীৰভাৱে ভাল পায়। কিন্তু এদিনাখন তেও অথবা মাকে হয়তো মৃত্যুক আঁকোৱালি লব লাগিব। প্ৰেম আৰু বন্ধুত্ব পৰিপূৰ্ণ নোহোৱাৰ আগতেই টাৰো যেনেকৈ আঁতৰি গ'ল তেওৰ ওচৰৰ পৰা। টাৰোই প্লেগত হাৰিল কিন্তু তেওঁ জানো জিকিল? জীৱন আৰু প্লেগৰ যুদ্ধত মানুহে জ্ঞান আৰু স্মৃতিকে হয়তো লাভ কৰিব পাৰে আৰু ইয়াকে টাৰোই খেল জিকা বুলি কৈছিল।

মাকে ডাক্তৰ ৰিয়োক পুনৰ জিৰণি লোৱাৰ কথা ক'লে। ডাক্তৰে মাকক শলাগি থ'লে।

পিছদিনা মাকে দৌৰাদৌৰিকৈ টেলিগ্ৰাম লৈ আহিল ৰিয়োৰ ওচৰলৈ। টেলিগ্ৰাম পুতেকৰ হাতত দি তেওঁ টেলিগ্ৰাম লৈ অহা লৰাজনক কিবা এটা দিবলৈ গৈছিল। ঘূৰি আহি দেখিলে পুতেকে টেলিগ্ৰামখন দুহাতেৰে মেলি লৈ আছে। তেওঁ পুতেকৰ মুখলৈ চালে। কিন্তু তেওঁৰ চকুহাল কঠোৰভাৱে খিৰিকিৰ ফালে নিবদ্ধ হৈ আছিল। মুখখনত পৰিছিল ৰাতি পুৱাৰ সূৰ্য্যৰ উজ্জ্বল পোহৰ।

বার্ণার্ড মাকে ৰিয়োক মাতিলে।

ডাক্তৰে মুখখন ঘূৰাই মাকলৈ চালে যেন অপৰিচিতা কোনোবা এজন তেওঁৰ চকুৰ আগত থিয় দি আছে।

টেলিগ্ৰাম—মাকে উৎসুক হৈ সুধিলে।

এৰা এসপ্তাহ আগতে ঢুকাল তেও।

ৰিয়োৰ মাকে খিৰিকিৰ ফালে মুখখন ঘূৰালে। ৰিয়োই মনে মনে ৰ'ল। তাৰ পাছত মাকক তেওঁ অনুৰোধ কৰিলে বোৱাৰীয়েকৰ কাৰণে নেকান্দিবলৈ। এ কৈ কৈ তেওঁ কষ্ট নিবাকৰণ কৰিব নোৱাৰিলে, যি কষ্ট তেও কেবামাহো ধৰি অনুভৱ কৰি আহিছে।

আনুষ্ঠানিকভাৱে নগৰৰ দুৱাৰ মুখ মুকলি কৰা হ'ল। দিন আৰু ৰাতি বিস্তৃত কাৰ্য্যসূচীৰে এই উৎসৱ পালনৰ ব্যৱস্থা কৰা হ'ল। নাগৰিক জীৱনৰ গতানুগতিকতাৰ মাজত মানুহবোৰ ব্যস্ত হৈ পৰিল। আনন্দ স্ফূৰ্তি পূৰ্ণগতিত চলিব ধৰিলে। ডাক্তৰ ৰিয়োই মানুহৰ মাজত বিয়পি পৰা এই আনন্দ আৰু স্ফূৰ্তি লক্ষ্য কৰিলে।

ট্ৰেইন চলিবলৈ আৰম্ভ কৰিলে আৰু প্ৰিয়জনৰ লগত হোৱা বিচ্ছেদৰ সামৰণি পৰিল। বেম্বৰ ঘৈণীয়েক আহি বেম্বক সাৱটি ধৰিলে। তাই কান্দি পেলালে। বেম্বে বুজি নেপালে এই চকুপানী বৰ্তমান আনন্দৰ নে ইমানদিনে চেপি ৰখা অৱদমিত বেদনাৰ।

ৰাস্তাৰ চকবোৰত মানুহে আনন্দত নাচিব ধৰিলে। মটৰ গাড়ীবোৰ

পূৰ্ণ গতিত চলিব ধৰিলে। গোটেই আবেলি গীৰ্জা ঘৰবোৰ ঘন্টা ধ্বনিৰে মুখৰ হৈ পৰিল। সেই আনন্দমুখৰ পৰিবেশৰ মাজেৰে ৰিয়োৰ খোজ কাঢ়ি গৈ থাকিল নগৰৰ উপকণ্ঠলৈ। নগৰখনত মাংস ভজা গোন্ধ আৰু স্পিৰিটৰ গোন্ধ ভাহি ফুৰিছে। আনন্দোচ্ছল মানুহবোৰে আকাশলৈ চাই উন্মনা হৈ পৰিছে। মতা তিৰোতা উভয়ে উজ্জ্বল মুখেৰে ইজনে সিজনক আঁকোৱালি লৈছে।

এটা প্লেগ শেষ হ'ল ত্ৰাসেৰে ভাগৰুৱা হাতবোৰে বুজি পাইছে। প্লেগ মানে কি—নিৰ্বাসন আৰু বঞ্চনা। এয়াই ইয়াৰ গভীৰ অৰ্থ।

প্লেগৰ সময়ত ডাক্তৰ ৰিয়োই গৰৰ প্ৰায়ভাগ মানুহৰ সান্নিধ্য লাভ কৰিছিল আৰু তেওলোকৰ মতামতবোৰ শুনিছিল। সেয়ে প্লেগৰ সময়ৰ বৰ্ণনা দিবলৈ তেৱেঁ আছিল উপযুক্ত ব্যক্তি।

আনন্দোচ্ছল সেই দিনতে ৰিয়োক বাটতে পুলিচে আগচি ধৰিলে। তেওঁ কটাৰ্ড আৰু গ্ৰ্যাণ্ড থকা ঠাইখিনিলৈ যাব খুজিছিল। ডাক্তৰ আচৰিত হ'ল।

—দুখিত ডাক্তৰ। মই আপোনাক যাব দিব নোৱাৰো। এজন মানুহ বলীয়া হৈছে আৰু হাতত বন্দুক লৈ থাকে তাকে গুলিয়াবলৈ ধৰিছে।

এনেতে গ্ৰ্যাণ্ড ডাক্তৰৰ ফালে আগবাঢ়ি অহা দেখিবলৈ পালে। পুলিচে গ্ৰ্যাণ্ডকো ৰখালে। গ্ৰ্যাণ্ডে নেজানে কি হৈছে। তেওঁ থকা ঘৰৰ ফালৰ পৰাই গুলিবোৰ আহিছে। দুয়ো ভালদৰে নিৰীক্ষণ কৰি দেখিলে বহুতো পুলিচৰ মানুহে অঞ্চলখিনি ঘেৰি ধৰিছে। গ্ৰ্যাণ্ডৰ ঘৰৰ দুৱাৰবোৰ বন্ধ কৰি দিয়া হৈছে। কেৱল দ্বিতীয় মহলাৰ দুৱাৰ এখন খাল খাই আছে এটা কজাৰ ওপৰতে সেইখন ওলমি আছিল। ৰাস্তাত কোনো শব্দ শুনিবলৈ পোৱা নগৈছিল যদিও মাজে মাজে গানৰ সুৰ ভাহি আহিছিল। দুটা গুলিৰ শব্দ ভাহি আহি পুনৰ ঠাইখিনি নিজম হৈ পৰিল। গোটেই পৰিবেশটো ডাক্তৰ ৰিয়োৰ বাবে কিবা এক অস্বাভাৱিক যেন লাগিল। তেওঁ যেন সপোনৰ মাজতহে থিয় দি আছে।

সেইখন দেখোন কটাডৰ কোঠাৰ খিৰিকি। গ্ৰ্যাণ্ডে চিঞৰি উঠিল — মই বুজিবই পৰা নাই মই ভাবিছিলো। যে তেওঁ নাইকিয়া হৈছে।

সিহঁতে কিয় গুলিয়াই আছে ৰিয়োই পুলিচজনক সুধিলে।

কেবল নিজকে ব্যস্ত ৰাখিবলৈ। আমাৰ মানুহবে সৈতে ভানখন অহালৈ আমি বাট চাই আছোঁ। আমাৰ লগত মানুহ কম আছে। সন্মুখ দুৱাৰেদি কোনোবা সোমাব খুজিলেই মানুহজনে গুলিয়াব। তেও আমাব মানুহ এজনক ধৰিছে।

কিন্তু তেও গুলিয়াইছে কিয় ?

মানুহবোৰে তেওৰ ঘৰৰ সন্মুখত ৰাস্তাত স্ফুৰ্তি কৰি আছিল আৰু তেও তেওলোকলৈ টোৱাই গুলি কৰিছিল। তেও গুলি মৰাৰ লগে লগে মানুহবোৰৰ মাজত চিঞৰ বাখৰ লাগিল। এজন মানুহৰ আঘাত হ'ল। বাকীবোৰ পলাল। নিশ্চয় মানুহজন বলীয়া হৈছে।

পুলিচৰ মানুহবোৰ সাজু হৈ মেচিন গান চলাব ধৰিলে আৰু অলপ পাছত কৌশলেৰে ক্ষীণ মানুহজনক আয়ত্ত কৰিলে আৰু পুলিচৰ মানুহ দুজনমানে নাকে মুখে কেইটমান ঘোচা সোধাই দিলে।

এয়া কটাড —বেচেৰা বলীয়া হ'ল। গ্ৰ্যাণ্ডে চিঞৰি উঠিল।

ৰিয়োই কটাডক ধৰি লৈ যোৱা দলটোৰ ফালে চাই থাকিল। ইতিমধ্যে এন্ধাৰ গাঢ় হৈ পৰিছে। গ্ৰ্যাণ্ডৰ সৈতে ডাক্তৰে খোজ ললে সন্মুখলৈ। কটাডৰ এই ঘটনাই ওচৰ চুবুৰীয়াক যেন কঁপাই দিলে। গ্ৰ্যাণ্ডৰ ঘৰৰ দুৱাৰ মুখ পাই ডাক্তৰৰ পৰা বিদায় ললে আৰু লগতে ডাক্তৰক জানিব দিলে যে জেনলৈ তেওঁ যোগাযোগ কৰিছে আৰু নিজকে সুখী অনুভৱ কৰিছে।

ৰিয়োই কিন্তু একান্তমনে কটাৰ্ডৰ কথাহে ভাবি আছিল। বিশেষকৈ পুলিচে তেওৰ মুখত কৰা আঘাতবোৰৰ কথা মনত পৰাত তেওৰ আৰু বেয়া লাগিল। বোধহয় এজন মৰা মানুহতকৈ দোষী মানুহৰ কথা ভবাটো বেছি বেদনাদায়ক।

গধূলিৰ লগে লগে ডাক্তৰ গৈ হাপানী বেমাৰীজনৰ ওচৰ পালে।

বুঢাই আগৰ দৰে মটৰবোৰ এটাৰ পাছত এটাকৈ গণিব ধৰিছে। তেও ডাক্তৰৰ বন্ধু টাবো কেনে আছে সুধিলে। ডাক্তৰে ক'লে যে টাবোৰ মৃত্যু হৈছে।

বুঢা-মানুহজন স্তব্ধ হ'ল।

—তেওঁ প্লেগত মৰিল। ডাক্তৰে কথাখিনি কোৱাৰ লগে লগে বুঢা বেমাৰীজনে ক'লে যোৱাসকলৰ কাৰণে মঙ্গলেই। এয়েইতো জীৱন। কিন্তু সেই মানুহজনে কি বিচাৰিছিল তেও জানিছিল।

আপুনি কিয় তেনেকৈ ক'লে—ডাক্তৰে ষ্টেটিচকোপটো সামৰি থৈ সুধিলে।

কোনো বিশেষ কথা নহয়। সকলো মানুহেই কৈছে—এৰা প্লেগ "আমাক প্লেগে আগুৰি ধৰিছে। কিন্তু প্লেগ মানেনো কি? জীৱনৰ বাহিৰে ই আন একো নহয়।

মনত ৰাখিব আপুনি সদায় ঠিকমতে উশাহ ল'ব। ডাক্তৰে ক'লে।

মোৰ কাৰণে ডাক্তৰ চিন্তা নকৰিব। মই জানো কেনেকৈ জীয়াই থাকিব লাগে। হাহি এটা মাৰি বুঢা বেমাৰীজনে ক'লে। অদূৰৰ পৰা ভাহি অহা এক উল্লাস ধ্বনি বুঢাৰ গৌৰৱৰ প্ৰতিধ্বনি যেন লাগিল ডাক্তৰৰ।

ডাক্তৰে চাদৰ ফালে খোজ ললে। আগতে তেও টাৰোৰ সৈতে সেই চাদত বহি বেমাৰৰ কথা পাতিছিল। প্লেগৰ কথা পাহৰি আছিল। অদূৰৰ সাগৰৰ ঢৌৰ শব্দ যেন দুগুণ জোৰেৰে প্ৰতিধ্বনি হৈ উঠা ডাক্তৰে শুনিবলৈ পালে। নগৰৰ পৰা ভাঁহি অহা উল্লাস ধ্বনিৰ তেতিয়াও অন্ত পৰা নাই। আজি নিশা নতুনকৈ জন্মা এই স্বাধীনতাৰ যেন সীমা নাই আৰু তাৰেই চিঞৰে ৰিয়োৰ কৰ্ণকুহৰ ভেদ কৰিছে।

ৰিয়োই দেখিলে এন্ধাৰ বন্দৰৰ পৰা প্ৰথম আতচবাজী ওপৰলৈ উঠিছে। নগৰ কৰ্তৃপক্ষই আনন্দ উৎসৱ প্ৰকাশ কৰিবলৈয়ে এই আতচ বাজীৰ মেলা কৰিছে। ৰিয়োই তালৈ চাই চাই মনে মনে ভাবিলে— তেওঁ ভালপোৱা কটাৰ্ড টাৰো সকলো হেৰাই গ'ল। হেৰাই গ'ল

তেওঁৰ প্ৰিয় নাৰী আৰু পুৰুষবোৰ। সকলো এতিয়া বিস্মৃতিৰ গৰ্ভত। এই এন্ধাৰ চাদত বহি বহি ডাক্তৰে ঠিক কৰিলে এই মহামাৰীৰ ইতিহাস তেওঁ ৰচনা কৰিব।

ৰিয়োই জানে তেওঁৰ কাহিনী চৰম জয়ৰ কাহিনী নহয়। ই হব পাৰে কি কৰা হৈছিল নাইবা ত্ৰাসৰ বিৰুদ্ধে কৰা সংগ্ৰামৰ বিৱৰণী। জয়ধ্বনি কৰা মানুহবোৰৰ কথা ভাবি ডাক্তৰ ৰিয়োৰ বেয়া লাগিল। কাৰণ এই মানুহবোৰে নেজানে যে প্লেগৰ বীজাণুবোৰ কেতিয়াও নমৰে নাইবা চিৰকালৰ কাৰণে ই অন্তৰ্হিত নহয়। ই বছৰৰ পাছৰ বছৰ ধৰি সাজ—সৰঞ্জামৰ মাজত আত্মগোপন কৰি থাকে আৰু এদিন এন্দুৰবোৰক জগাই দিয়ে আৰু কোনোবা সুখী মহানগৰত মৰিবলৈ পঠিয়াই দিয়ে।

———

## আৰ্ণেষ্ট হেমিংওৱেৰ উপন্যাস দি ওল্ড মেন এণ্ড দি চী

### আৰ্ণেষ্ট হেমিংওৱে

১৮৯৯ চনত ইলিয়েনচৰ ওক পাৰ্কত হেমিংওৱেৰ জন্ম হয়। তেওৰ দেউতাক আছিল এজন ডাক্তৰ। তেওৰ মাক আছিল এগৰাকী গায়িকা। গীৰ্জাৰ লগত আধ্যাত্মিকতাৰ সূত্ৰেৰেও তেওঁ জড়িত আছিল। স্কুলীয়া জীৱনৰ পৰা হেমি ওৱে আছিল সকলো দিশতে পাৰ্গত। তেও ভাল ফুটবল খেলিছিল সাঁতোৰ স ঘৰ সদস্য আছিল বক্সিং খেলতো আছিল নিপুণ। তেও তৰ্ক প্ৰতিযোগিতাত অংশগ্ৰহণ কৰিছিল আৰু অভিনয়ো কৰিছিল স্কুলীযা আলোচনীতো তেওঁ গল্প কবি। লিখিছিল।

১৯১৭ চনত মহাযুদ্ধৰ পদধ্বনি শুনি তেওঁ যুদ্ধত যোগদান কৰিব খুজিলে কিন্তু সেযা হৈ নুঠিল। তেওঁ অৱশেষত খবৰ কাকতৰ বাতৰি যাগনিয়াৰ হ বলৈ ঘৰ এৰিলে। তেও এজন অপৰাধ বিভাগৰ সংবাদদাতা হৈ পৰিল। ১৯১ চনত তেওঁ ৰেডক্ৰচৰ এম্বুলেঞ্চৰ ড্ৰাইভাৰ হৈ ইটালীৰ ৰণাঙ্গনলৈ ৰাওনা হল। তাতে তেও বোমাৰ আঘাতত বীভৎস হৈ পৰা মানুহৰ জীৱনৰ ৰূপ দেখি চমকিত হল তেও নিজকে বিলাই দিলে উদ্ধাৰ আৰু শুশ্ৰূষা কাৰ্য্যত

যুদ্ধৰ এহ প্ৰ ায় হেমি ওৱেৰ ব্যক্তিগত জীৱনত বাৰুকৈয়ে পৰিছিল। এবাৰ সৈন্যবাহিনীৰ মাজত চকলে বিলাই থাকোঁতে ট্ৰেঞ্চ মৰ্টাৰে তেওঁৰ ভৰিত গুৰুতৰ আঘাত হানে। তেওঁ এনেভাৱে জখম হল যে এবাৰ দুবাৰকৈ তেওঁ বাৰবাৰ তেওৰ ভৰি অপাৰেচন কৰিব লগা হল। কিছু আৰোগ্য হোৱাৰ পাছত কতৃপক্ষই তেওঁক নিয়োগ কৰিলে সেনা-বাহিনীত।

১৯১৯ চনত হেমি ওৱে আমেৰিকালৈ উভতি আহে। তেওঁ কাকতত

চাকৰি কৰাৰ কথা ভাবিলে। এতিয়াৰ পৰা তেওঁ ষ্টাৰ উইকলি কাকতত নিয়মিয়াকৈ লিখিবলৈ লয় এই সময়তে তেওঁৰ লেখাই বিভিন্ন দিশত পৰিপূৰ্ণতা লাভ কৰে। ১৯২ চনত তেওঁ চিকাগোলৈ যায় এখন আলোচনীৰ সহকাৰী সম্পাদক হৈ। ইয়াৰ পাচত ডেইলি ষ্টাৰ কাকতৰ সংবাদদাতা হিচাপে তেও পেৰিচ পালে। ক্ৰমে সাংবাদিকতা আৰু লেখাৰ অনুশীলন তেওঁলৈ কঢ়িয়াই আনিব ধৰিলে খ্যাতি আৰু অৰ্থ। আৰ্থিক নিৰাপত্তাৰ লগে লগে লেখাৰ ক্ষেত্ৰত তেওঁ একান্তভাৱে মনে নিবেশ কৰাৰ সুবিধা পালে। এই সময়তে তেওঁৰ সম্পৰ্ক ঘটে প্ৰখ্যাত ঔপন্যাসিক জেমচ জয়চ আৰু কবি এজৰা পাউণ্ডৰ সৈতে। ১৯৩৬ চনত হেমি ওৱে স্পেইনলৈ আহে। তাত তেতিয়া গৃহযুদ্ধ আৰম্ভ হৈছে। এই গৃহযুদ্ধই তেওঁৰ মানসত যি প্ৰভাৱ পেলায় তাৰ ফলশ্ৰুতি হ ল Th fifth C l mn নাটক আৰু যুগান্তকাৰী উপন্যাস F r Wh m th Bell T ll

দ্বিতীয হাযুদ্ধৰ সময়ত সা বাদিক হিচাপে তেওঁ লণ্ডনলৈ যায। ীই যুদ্ধত তেওঁ নিজ হাতেৰে অস্ত্ৰও তুলি ধৰিছিল। এবাৰ আফ্ৰিকাৰ অৰণ্যৰ শোভা চাবলৈ গৈ প্লেন ভাঙি তেও দুৰ্ঘটনাত পতিত হয়। তেওঁ মৰা নাছিল যদিও গুৰুতৰভাৱে আহত হৈছিল আৰু এই আঘাতৰ বাবে তেওঁ ৯৫৪ চনত নোবেল বঁটা গ্ৰহণ কৰিবলৈ ষ্টকহ লমলৈ যাব পৰা নাছিল।

১৯ চনত হেমিংওৱেৰ প্ৰথম গ্ৰন্থ Three St ri nd Ten P m প্ৰকাশিত হয ১৯২৫ চনত প্ৰকাশিত হয় তেওঁৰ দ্বিতীয় গ্ৰন্থ In Ou T m ইয়াৰ পাছত ক্ৰমে প্ৰকাশিত হয তেওৰ প্ৰখ্যাত গ্ৰন্থসমূহ। তাৰ ভিতৰত বিশেষভাৱে উল্লেখযোগ্য হ ল The S n also Ri es A Far well t Arms For Whom the Bell Tolls The Old Man nd the Sea আদি।

জীৱনৰ সৰল উপাদানবোৰৰ প্ৰকাশেৰে হেমিংওৱে তেওঁৰ উপন্যাস সমূহ ৰচনা কৰিছে। সেয়ে তাত খোৱা পিযা দৈহিক উল্লাস যাড়ুযুদ্ধ

সম্ভোগ আদিৰ চিত্ৰ সমুজ্জ্বল হৈ উঠিছে। চৰিত্ৰবোৰো সহজ সৰল ৰূপত চিহ্নিত কৰা হৈছে সেইবোৰৰ বৃত্তি আৰু মানসিকতাও সহজ সৰল। সৌন্দৰ্য্য চেতনা তথা বুদ্ধিদীপ্ততাৰ ফালৰ পৰাও সেইবোৰ উজ্জ্বল নহয়। আদিম প্ৰবৃত্তিৰ তাড়না প্ৰায়বোৰ চৰিত্ৰৰ মাজত লক্ষ্য কৰা যায়।

তেওঁ চৰিত্ৰবোৰক প্ৰস্ফুটিত কৰি তোলা পদ্ধতিও স্বকীয়া। সেই বোৰক পুঙ্খানুপুঙ্খভাৱে বৰ্ণনা কৰি আমাৰ আগত স্পষ্ট কৰি তোলাৰ পৰিবৰ্ত্তে সেইবোৰৰ বৈশিষ্ট্যপূৰ্ণ চাৰিত্ৰিক দিকবোৰ তেও সমুজ্জ্বল কৰে। সংলাপৰ যোগেদি সেই চৰিত্ৰবোৰ স্পষ্ট হৈ উঠে। কাৰ্যদক্ষতাৰে নিজৰ ব্যক্তিত্ব প্ৰদৰ্শন কৰাৰ পৰিবৰ্তে বাকভঙ্গীৰে সেইবোৰ আমাৰ মনত স্পষ্ট হৈ ৰয়। সেয়ে হেমি ওৱেৰ চৰিত্ৰবোৰ মুখৰ সংলাপবোৰ সদায় সজীৱ।

ৰচনাশৈলীৰ ক্ষেত্ৰতো হেমি ওৱে সৰলতাৰ ৰীতিকেই পালন কৰা দেখা যায়। তেওঁৰ ৰচনা ৰীতি সহজসিদ্ধ হৈ পৰে তেওৰ ৰচনাভঙ্গীৰ একাত্মতা আৰু আন্তৰিকতাৰ ফলত। এই অন্তৰঙ্গতাৰ ফলতেই অনায়াসে প্ৰতীক উপমাবোৰ স্বতস্ফূৰ্তভাৱে তেওৰ ৰচনাত সোমাই পৰে। বৰ্ণনাৰ বাহুল্যৰ পৰিবৰ্তে উপযুক্ত ঠাইত উপযুক্ত শব্দ বা খণ্ড বাক্যৰ ব্যৱহাৰেৰে বৰ্ণনীয় বিষয় তেওক ব্যঞ্জনাধৰ্মী কৰি তোলে। তেওঁৰ মাজত থকা কবি সত্তাৰ সম্যক প্ৰকাশ ঘটে দৃশ্য আৰু শ্ৰব্যমানৰ প্ৰকাশত। দৃশ্যমানক অনুভৱৰ স্তৰলৈ লৈ আহে তেওৰ অনুপম কাব্যিক দক্ষতাই।

সৰল ঘৰুৱা ৰীতিৰে তেও এক চিনাকি পৰিবেশ ৰচনা কৰিবলৈ যোৱাৰ ফলতে সদায় ৰোমাণ্টিকতা অনুভৱ অতিশৰ্য ফেণ্টাচী আদিক পৰিহাৰ কৰে আনহাতে কিন্তু আতঙ্কপূৰ্ণ বা ভয়ঙ্কৰ পৰিবেশ মূৰ্ত কৰি তুলিবলৈ তেওঁ ঘনঘোৰ পৰিবেশৰ সৃষ্টি কৰে। কিন্তু তাকো তেওঁ ফুটাই তোলে সাধাৰণভাৱে।

# দি ওল্ড মেন এণ্ড দি চী

সীমিত পৰিসৰৰ মাজত জীৱনৰ গভীৰ অৰ্থ পৰিস্ফুট কাৰ তুলিব পৰা হেমিংওৱেৰ উল্লেখযোগ্য সাহিত্যিক কীৰ্তি হল দি ওল্ড মেন এণ্ড দি চী। ১৯৩৬ চনৰ এপ্ৰিল সংখ্যা Esquir আলোচনীত হেমিংওৱেৰ মাছমৰীয়াসকলৰ জীৱন আৰু তেওঁলোকৰ মাছ ধৰাৰ কৌশল সম্পৰ্কে এটা প্ৰবন্ধ প্ৰকাশ পাইছিল। সেয়াই পৰৱৰ্তীকালত কাহিনীৰ ৰূপ লৈ প্ৰকাশ পালে এই যুগজয়ী উপন্যাসত। এই উপন্যাসত এজন বুঢ়া মাছ মৰীয়াৰ জীৱনৰ এক সংগ্ৰামী ৰূপৰ ছবি বাস্তৱসম্মতভাৱে লিখকে দাঙি ধৰিছে। গভীৰ সমুদ্ৰত অনেক কষ্ট মূৰপাতি লৈ মাছমৰীয়াবোৰে মাছ ধৰে একমাত্ৰ আৰ্থিক লাভৰ বাবে নহয়। গভীৰ সমুদ্ৰৰ এক আকৰ্ষণ আছে। যেয়ে এই সাগৰৰ মায়া এবাৰ অনুভৱ কৰিছে সি সাগৰৰ বুকুলৈ ঢাপলি মেলে হেমিংওৱে এই সত্যকেই আৱিষ্কাৰ কৰি চাণ্টিয়াগোৰ মাজত প্ৰতিফলিত কৰি তুলিছে।

উপন্যাসৰ নায়ক চাণ্টিয়াগো কিউবাৰ মানুহ। তাৰ মাত্ৰ এটা নিচা বেচবল সম্পৰ্কে বাতৰি কাকতত পঢ়া। মাজে মাজে অতীত জীৱনৰ কথ মনত পৰে চাণ্টিয়াগোৰ। মনত পৰে যৌৱনকালত আফ্ৰিকাৰ উপকূলত দলে দলে ফুৰা সিংহবোৰে খেলি থকা দৃশ্য। মাছমৰীয়া হিচাপে তাৰ বিশেষ নাম আছিল। এতিয়াও সেই দক্ষতাৰ যিখিনি অৱশেষ আছে সেয়ে সকলোকে ঈৰ্ষান্বিত কৰে। সীমাহীন সাগৰৰ দৰেই সীমাহীন তাৰ সাহস আৰু ধৈৰ্য। বিশাল সাগৰৰ বুকুত বুঢ়াই বৰশী বাই ধৰিছে এটা বৃহৎ মাছ। অসীম ধৈৰ্যৰ সৈতে অকলে অকলে বুঢ়াই মাছটোৰ লগত যুঁজিছে। সাগৰৰ নিমখীয়া পানী আৰু কেচা মাছ খাই সি মাছটোৰ লগত ঘূৰি ফুৰিছে। তাৰ হাতকাটি তেজ ওলাইছে। এই বয়সত এনে পৰিশ্ৰম তাৰ বাবে অসহ্য। তথাপি সি এই সকলোবোৰ সহ্য কৰি মাছটোৰ লগে লগে ঘূৰি ফুৰিছে। সি মাছৰ শক্তিৰ আগত নিজকে কেতিয়াও হেয় নকৰে কাৰণ সি জানে মানুহ কেতিয়াও পৰাজিত নহয় লাগিলে সি ধ্বংস হৈ যাব। মাছটোক সি হাপু নেৰে আঘাত কৰি হত্যা

কৰিলে কিন্তু তাৰ লগে লগে আৰম্ভ হ'ল নতুন সংগ্ৰাম। চাক মাছবোৰে তেজৰ গোন্ধ পাই তাৰ নাওৰ কাষে কাষে ঘূৰিব ধৰিলে। হাতত থকা বঠাৰেই সি চকিবোৰক আক্ৰমণ কৰিব ধৰিলে। কিন্তু ইতিমধ্যে চকিবোৰে তাৰ চিকাৰ মাৰ্লিন মাছটোক খাই শেষ কৰি পেলালে। বুঢ়া ঘৰলৈ উভতি আহি গভীৰ নিদ্ৰাত আচ্ছন্ন হৈ পৰিল।

হেমিংওৱে উপন্যাসৰ চৰিত্ৰৰ এটাই বৈশিষ্ট্য। সি অপৰাজেয়। চাণ্টিয়াগোৰ কাহিনী পঢ়ি পাঠক স্তব্ধ হৈ গ'ল। বিশাল সমুদ্ৰৰ অগাধ নীলিমাৰ মাজৰ পৰা বাহিৰ ওলাই আহিল এটা মহান চৰিত্ৰ যি অজেয়।

মানুহৰ শক্তিৰ লগতে ই প্ৰকাশ কৰিছে গভীৰ আশাবাদ। মানুহ আশাৰে সমুজ্জ্বল আশাহীনতা এক পাপসদৃশ। আশা কৰাটোৱে মানুহৰ কতব্য। আশা নেথাকিলে মানুহৰ বুদ্ধিমত্তা জন্তুৰ সাহস আৰু ক্ষমতাৰ নামান্তৰ হৈ পৰিব। জয়ী হ'লেও তাৰ পতন অৱশ্যম্ভাৱী। কিন্তু আশাই মানুহক চিৰবিজয়ী কৰি ৰাখে। সেয়ে বুঢ়াই ধাৰণা কৰে It llyn t t h p h th ught be ıd I b l v tı ın

এই গভীৰ আশাবাদৰ লগতে আছে মানুহৰ নম্ৰতা আৰু সততাৰ প্ৰতি গভীৰ আস্থা। মানুহ আশাবাদী হ'ব লাগে কিন্তু কেতিয়াও উদ্ধত হ'ব নেলাগে। মাৰ্লিন মাছটোক তাৰ দৰে শক্তিহীন বুঢ়া এটাই ধৰাৰ পাছতো সি গৰত মতলীয়া হোৱা নাই। সেয়ে সি মাছটোক কৈছে— I lov you and espect y u v ry m ch but I wıll k ll y u d d b fo th d y nd

সাগৰৰ বুকুত প্ৰকৃতিৰ সতে যুদ্ধ কৰি সি অনমনীয় হৈ পৰিলেও প্ৰকৃতিক বিৰুদ্ধ শক্তি ৰূপে সি দেখা নাই। দেখিছে মহিমাময়ী মাতৃৰ ৰূপত। সকলো প্ৰাণীয়ে যেন সেই মাতৃৰ সন্তান আৰু সেইবোৰ সেই সম্বন্ধেৰে ইজান সিজনৰ ভাতৃ। জীৱনটোও তাৰ কাৰণে সংগ্ৰাম নহয় ই মাথোন এক শৃঙ্খলতাহে।

হেমিংওৱেৰ উপন্যাসৰ অন্যতম বৈশিষ্ট্য হ'ল প্ৰতীক ৰূপক আদিৰ

অনন্ত ব্যৱহাৰ। এই উপন্যাসনত বুঢ়া আৰু সাগৰ বিভিন্ন অৰ্থৰ দ্যোতনা লৈ পাঠকৰ সন্মুখত প্ৰতীয়মান হৈছে। উপন্যাসখনত প্ৰধানকৈ দুটা ভাবৰ ব্যঞ্জনা মূৰ্ত হৈ উঠিছে। প্ৰথমটো হ'ল মানুহে জীৱনৰ সতে কৰা সংগ্ৰাম আৰু দ্বিতীয়টো হ'ল শিল্পীয়ে শিল্প সৃষ্টিৰ বাবে কৰা সংগ্ৰাম। হেমিঙ্গুৱে যেন তেওঁৰ শিল্পী সত্তাৰ সংগ্ৰামকে চান্টিয়াগোৰ মাজেৰে মূৰ্ত কৰি তুলিছে জীৱজগত জন্ম মৃত্যু সম্পৰ্কেও এক নতুন দৃষ্টিভঙ্গী মাছ মৰীয়া চান্টিয়াগোৰ মাজেৰে লিখকে মূৰ্ত কৰি তুলিছে বিশ্বাস আশা আৰু হৃদয়ৰ উদাৰতাৰে চান্টিয়াগো যেন যুক্ত হৈ পৰিছে মাছটোৰ সতে। সি হৈ পৰিছে তাৰ ভাতৃসদৃশ। জীয়াই থাকোঁতে আৰু মৰাৰ পাছতো তাক বুঢ়াই ভাল পাইছে সাগৰৰ মাজত গভীৰ বিপদৰ বুকুত বুঢ়া মাছমৰীয়াই আধ্যাত্মিক দ্যুতিৰে ভাস্বৰ হৈ পৰিছে। সাহস আৰু দৃঢ়তাৰে সি জীৱনৰ নতুন অৰ্থ বিচাৰি পাইছে। শাৰীৰিকভাৱে ভাঙি পৰিলেও আধ্যাত্মিক অপৰাজেয়ভাৱে সি উন্নতি আহিছে তাৰ জীৰ্ণ পঁজালৈ।

## উপন্যাসৰ সংক্ষিপ্ত ৰূপ

বুঢ়া মাছমৰীয়া চান্টিয়াগো। মাছমৰীয়া হিচাপে এসময়ত বুঢ়াৰ বেচ সুখ্যাতি আছিল। সীমাহীন সাগৰ দৰেই তাৰ ধৈৰ্য্য আৰু সাহস। সেই সাহস আৰু ধৈৰ্য্য লৈয়ে এই বৃদ্ধ বয়সতো চৌৰাশী দিন ধৰি উপসাগৰীয় সোঁতত সি ঘূৰি ফুৰিছে। কিন্তু মাছ এটাও পোৱা নাই। মাছমৰীয়া লৰা ম্যানলিনক বুঢ়াই বৰ ভাল পায়। পাঁচ বছৰ বয়সৰ পৰাই তাক সি মাছ মাৰিবলৈ শিকাইছে। বুঢ়াৰ লগত সি মাছ মাৰিবলৈ গৈ যেতিয়া একো নেপালে তাৰ মাক দেউতাক অতিষ্ঠ হৈ পৰিল আৰু বুঢ়াক ভাগ্যহীন বুলি দোষাৰোপ কৰি পুতেকক বুঢ়াৰ সঙ্গ এৰিবলৈ ক'লে। মাক দেউতাৰ কথা পেলাব নোৱাৰি সি অইন এখন নাওত গৈ এসপ্তাহৰ ভিতৰতে তিনিটা ডাঙৰ মাছ পাইছে। সেয়ে তাৰ মাক দেউতাকে বুঢ়াক একেবাৰে পৰিত্যাগ কৰিবলৈ কৈছে

কিন্তু ম্যানলিনে বুঢ়াৰ প্ৰতি থকা মায়া এৰিব নোৱাৰে। বুঢ়াৰ প্ৰতি তাৰ সহানুভূতিৰ মাত্ৰা আৰু বাঢ়ি গ'ল যেতিয়া বুঢ়াই অক্লান্তভাৱে নাও বাই বাইয়ো একো এটা নেপালে। বুঢ়াৰ অৱিশ্ৰান্ত সংগ্ৰামে তাক বুঢ়াৰ প্ৰতি সৰদী কৰি তুলিছে। বুঢ়া যেন এক আহত সৈনিক আৰু তাৰ নাওৰ চিৰা পালখন যেন তাৰ ঠিক পৰাজয়ৰ সাক্ষী বহন কৰা পতাকা— ম্যানলিনৰ এনে ভাব হ'ব ধৰিলে।

কিন্তু বুঢ়া খমিডাঠ মানুহ। কোনোপধ্যে সি সেও নেমানে। নিজৰ দুৰ্বলতা সুন্দৰভাৱে লুকাই থৈ বাহিৰত সি পূৰ্ণৰূপে পৰিতৃপ্ত বুলি দেখুৱাব খোজে। বুঢ়াৰ ওচৰলৈ আহি ম্যানলিনে যেতিয়া ইপদ সিপদ বস্তু আনি সি সহায় কৰিব খোজে বুঢ়াই তাক হেলাৰঙে প্ৰত্যাখ্যান কৰা যেন দেখুৱায়। বুঢ়াৰ ঘৰত চাউল পাত নথকা সত্ত্বেও সি মাছ ভাত খোৱাৰ কথা কয়। ল'ৰাজনে কিন্তু সকলো বুজি পায়। ক্লান্ত বুঢ়াৰ কাৰণে সি খোৱা বস্তু যোগাৰ কৰি আনি আগত ধৰে। সি লাজ পাই নহ'লেও হ'লহেঁতেন বুলি তাক গ্ৰহণ কৰে।

মাছ মাৰিবলৈ ওলোৱাৰ আগদিনাৰ কথা। বুঢ়াক ম্যানলিনে পৰিচৰ্যা কৰিছে। তাৰ কাৰণে খোৱা লৈ আহি খুৱাই-বুৱাই সি তাৰ নিজৰ থকা ঘৰটোলৈ গ'ল।

বুঢ়াৰ একমাত্ৰ নিচা বেচ বলৰ। প্ৰত্যেক দিনৰ খবৰ কাকতত সি বেচ বলৰ বাতৰি পঢ়ে। কিন্তু খাই বৈ উঠি বুঢ়াই সপোন দেখিলে আফ্ৰিকাৰ বগা আৰু সোণোৱালী তীৰত সৰু কালিতে দেখা খেলি থকা সিংহবোৰ।

নিশা থাকোঁতেই বুঢ়া সাৰ পাই ম্যানলিনক জগাই দিলেগৈ। দুয়ো মাছ ধৰা সামগ্ৰী বৰশী বৰশীৰ টোপ নাৱৰ পাল পাল বন্ধা খুটি আদি লৈ নাওলৈ গ'ল। বালিৰ পৰা নাওখন ঠেলি পানীলৈ সি নমাই দিলে। তাৰ পাছত বুঢ়াই ল'ৰাজনৰ পৰা বিদায় লৈ তাতে জাপ মাৰি উঠিল।

ইতিমধ্যে পাৰৰ পৰা আৰু কেবাখনো নাও পানীত নমাই দিয়া আৰু বঠা মৰাৰ চটপ চটপ শব্দ বুঢ়াই শুনিবলৈ পালে। ভালকৈ পোহৰ হোৱা নাছিল বাবে বুঢ়াই নাওৰ মানুহবোৰক দেখা নেপালে। নাওবোৰত

কোনেও কথা পতা নাছিল। কেৱল বঠাৰ শব্দবোৰ তাৰ কাণলৈ ভাঁহি আহিল। বুঢ়া ক্ৰমে সাগৰৰ মাজলৈ আগবাঢ়ি গ'ল মাটিৰ সুৰভি তাৰ নাকৰ পৰা আঁতৰি গ'ল। এইবাৰ বুঢ়াই অনুভৱ কৰিলে সাগৰৰ সুবাস।

সাগৰৰ বুকুৰ পৰা বুঢ়াই দেখিলে ৰাতিপুৱাৰ আগমনৰ দৃশ্য। সেই পোহৰতে সি দেখিবলৈ পালে উৰণীয়া মাছবোৰ পানীৰ পৰা জপিয়াই উঠিছে। এই মাছবোৰ বুঢ়াই খুব ভাল পায়। কাৰণ মহাসাগৰত এই ইহঁতেই একমাত্ৰ সঙ্গী। পানীৰ ওপৰেৰে উৰা গঙা চিলনীবোৰো সি লক্ষ্য কৰিলে। বুঢ়াই মনে মনে ভাবিলে এই সৰু চৰাইবোৰৰ জীৱন বোৰো আমাৰ দৰে কষ্টকৰ। অৱশ্যে শক্তিশালী দুৰ্দ্ধৰ্ষ চৰাইবোৰৰ কথা সুকীয়া।

সূৰ্য্যটো লাহে লাহে সাগৰৰ বুকুৰেদি উঠি আহিল। লগে লগে সাগৰখন উজ্জ্বল হৈ পৰিল। বুঢ়াই বৰশী এটা সাগৰত পেলাই দিলে। লাহে লাহে সেইটো পানীৰ একেবাৰে গভীৰলৈ সোমাই গ'ল। বুঢ়াই বৰশীৰ চিপটো পোন কৰি ৰাখিবৰ চেষ্টা কৰিলে যাতে এই ঠাইলৈ অহা মাছবোৰে টোপটো দেখিবলৈ পায়।

বুঢ়াৰ নাওখন লাহে লাহে আগবাঢ়িব ধৰিলে। নাৱৰ পৰাই সি দুই এটা মাছ কোবাই মাৰিলে। এনেতে এটা চৰাই আহি নাতিদূৰত বৃত্তাকাৰে ঘূৰিব ধৰিলে। সি নিশ্চয় কিবা বিচাৰি পাইছে। বুঢ়াই লাহে লাহে চৰাইটোৱে ঘূৰি থকা ঠাইডোখৰলৈ নাওখন চলাব ধৰিলে। চৰাইটো আৰু ওপৰলৈ উঠিল আৰু পাখি দুখন স্থিৰকৈ ৰাখি ঘূৰিব ধৰিলে। এনেতে উৰণীয়া মাছ এটাই পানীৰ তলৰ পৰা ওলাই তীব্ৰ বেগেৰে গতি ললে সাগৰৰ উপৰি ভাগেৰে। ডলফিন ডাঙৰ ডলফিন বুলি বুঢ়াই হঠাতে চিঞৰি উঠিল। সঁচাকৈয়ে এদল ডলফিনে সাঁতুৰি ফুৰিছে। বুঢ়াই নাওৰ পৰা বৰশী এটা পেলাই দিলে। আন এটা বৰশীত টোপ গাঠি নাওখনৰ আগফালে পেলাই থলে। দীঘল পাখিৰ কলা চৰাইটো তেতিয়াও ওপৰত ঘূৰিয়েই আছিল। বুঢ়াই সেইফালে আগুৱাব ধৰিলে।

চৰাইটোৱে এইবাৰ পাখি দুখন বেঁকা কৰি পানীৰ ফালে নামি আহিল আৰু পিছ মুহূৰ্ত্ত ত ক্ৰুত¯াৱে পাখি মাৰি সি উৰণীয়া মাছটোৰ পিছ ললে। বুঢ়াই পানীলৈ চাই থাকোঁতে এটা বুৰবুৰি দেখা পালে। বোধহয় ডলফিনবোৰে সৃষ্টি কৰা বুৰবুৰণি। পলাই যোৱা উৰণীয়া মাছটোৰ পাছে পাছে এদল ডলফিন সাঁতুৰি গৈছে দলটো বেচ ডাঙৰ। সিহতে সৰ্বত্ৰতে বিয়পি পৰিছে গতিকে উৰণীয়া মাছটো বচাৰ আশা নাই। চৰাইটোৱে কিন্তু তাক ধৰিব নোৱাৰিব। কাৰণ মাছটো তাৰ তুলনাত যথেষ্ট ডাঙৰ। তাৰ গতিবেগো বৰ প্ৰখৰ।

বুঢ়াই উৰণীয়া মাছটোৱে বাৰে বাৰে ঘুপুৰাই ওলোৱা দেখা পালে। চৰাইটোৰ অসফল চালচল না তাৰ চকুত পৰিল। ডলফিনৰ জাকটো বুঢ়াৰ ওচৰৰ পৰা আঁতৰি গল। সিহঁতে বৰ বেগেৰে গতি লৈছে। বুঢ়াই বিচাৰি থকা ডাঙৰ মাছটো নিশ্চয় ইয়াৰ ওচৰে পাঁজৰে আছে।

সাগৰৰ পানীবোৰ এতিয়া গভীৰ নীলা হৈ পৰিছে পাহাৰৰ দৰে দূৰৰ উপকূল অঞ্চলৰ পৰা মেঘ াৰ উঠি আহিছে আৰু তাৰ আঁৰৰ সেউজীয়া পাহাৰবোৰ ৰিণিকি ৰিণিকি দেখা গৈছে। পানীৰ ওপৰেৰে চলনশক্তিহীন জীৱবোৰ ওপঙি ফুৰিছে। এইবোৰ বেছিকৈ ওপঙি ফুৰা মানে তাত মাছ থকাৰ সম্ভাৱনা বেছি। বুঢ়াই এইবাৰ সাগৰৰ কাছবোৰে থাই থকা দৃশ্যবে ৰলৈ চকু ফুৰালে। সেই দৃশ্য বুঢ়াৰ বৰ ভাল লাগিল। সন্মুখেৰে সিহঁত বুঢ়াৰ ফাললৈ আহিছে। কাছবোৰলৈ চাই চাই বুঢ়াই ভাি লে এই কাছবোৰৰ হৃৎপিণ্ডবোৰ বেচ ডাঙৰ আৰু বেচ শক্তিশালী। ইহতে কটাৰ এঘণ্টামান পাছলৈও * চলি থাকে বুঢ়াই নিজকে কাছবোৰৰ লগত তুলনা কৰিলে। তাৰো এটা আছে হৃৎপিণ্ড ঠিক কাছৰ দৰে। তাৰ হাত ভৰিবোৰো কাছৰ হাত বাৰৰ দৰেই। বুঢ়াই বগা কণী খায় নিজৰ শক্তি বঢ়াবৰ বাবে। চেপ্তেম্বৰ অক্টোবৰ মাহত যায় ডাঙৰ মাছ ধৰিবলৈ। এদিনত একাপকৈ চাৰ্ক মাছৰ তেলো খায়। শক্তি বঢ়াবৰ বাবে।

পুনৰ ওপৰলৈ চাই বুঢ়াই চৰাইটো দেখিবলৈ পালে। সি চক্ৰাকাৰে ঘূৰিয়েই আছে। নিশ্চয়েই সি মাছ দেখা পাইছে। এনেতে এটা গঙা চিলনী আকাশৰ পৰা নামি আহি পানীত মুখখন গুজি দিলে। তাৰ পাছত আকৌ উঠি আহিল। পানীৰ পৰা উঠি অহাৰ লগে লগে সি উজ্জ্বল হৈ পৰিল। চৰাইটো পানীত পৰাৰ লগে লগে মাছবোৰ চিটিকি পৰিছিল আৰু পানীত চক্ৰাকাৰে ঘূৰি ডাঙৰকৈ জাপ মাৰিব ধৰিলে। চৰাইটোৱে আহাৰৰ কাৰণে পানীত মুখ গুজিলেই ভয়তে মাছবোৰে ওপৰলৈ জপিয়াবলৈ ধৰে।

—চৰাইজনী বৰ সহায়—বুঢ়াই নিজে নিজেই কলে। এনেতে বুঢ়াৰ বৰশীত এটা টুনা মাছ লাগিল। মাছটো তুলি আনি তাৰ মূৰত আঘাত কৰি নাওখনতে পেলাই থলে।

এলবাকৰ মাছ বৰ ভাল টোপ হব। ই প্ৰায় দহ পাউণ্ড ওজনৰ হব। বুঢ়াই কথা কেইষাৰ কৈ ভাবিলে সি কেতিয়াৰ পৰা নিজৰ লগত এনেদৰে কথা পাতিবলৈ আৰম্ভ কৰিছিল তাক পাহৰি গল। আগতে সি অকলে অকলে গীতহে গাইছিল। বোধহয় লৰাটোৱে তাক এৰাৰ পৰাই সি অকলে অকলে কথা কবলৈ আৰম্ভ কৰা হৈছে। লৰাটোক লগত লৈ সি মাছ মাৰোঁতে দৰকাৰতহে তাৰ লগত কথা পাতিছিল। ৰাতি হ'লে নাইবা ধুমুহা ঢেৰেকনিৰে বতৰ বেয়া হ লেহে সিহঁতে কথা আৰম্ভ কৰিছিল সাগৰত আৱশ্যক নহলে কথা নপতাটো এটা বিশেষ গুণ বুলি ধৰা হয়। বুঢ়াই এনেদৰে ভাবিছিল আৰু এই নিয়ম মানি চলিছিল। কিন্তু এতিয়া তাৰ চিন্তাবোৰ সি ডাঙৰ ডাঙৰকৈ কথাৰে প্ৰকাশ কৰিবলৈ আৰম্ভ কৰিছে। যিহেতু তাকে শুনি বিৰক্ত হবলৈ কাষত কোনো নাই।

কোনোবাই যদি শুনে মই অকলে অকলে কথা কৈছোঁ মোক পাগল হোৱা বুলি ভাবিব। কিন্তু যিহেতু মই বলীয়া নহও তাক কেৰেপ কৰাৰ কি দৰকাৰ। ধনী মানুহবোৰৰ নাওঁত ৰেডিও থাকে আৰু তাৰ পৰাই সিহঁতে বেচ বলৰ বাতৰি শুনে।

কিন্তু এতিয়া বেচ বলৰ কথা ভবাৰ সময় নহয়। এই সময়ত মাত্র এটা কথাকেই ভাবিব লাগিব যাৰ কাৰণে মই উপজিছো। এই জাকটোৰ আশে-পাশে নিশ্চয় মোৰ ডাঙৰ মাছটো আছে। মই এলবাকবোৰৰ এটাহে তুলিলো। বাকীবোৰ মোৰ নাওৰ দূৰে দূৰে আছে। সাগৰৰ উপবিভাগত থকা সকলোৱে উত্তৰ পূৱলৈ বেগেৰে গতি লৈছে। ই কেনে বতৰৰ কথা সূচাইছে মই কিন্তু নেজানো।

বুঢ়াই লাহে লাহে উপকূলভাগৰ পাহাৰবোৰৰ সেউজীয়া ৰং নেদেখা হৈ আহিল। কেৱল তাৰ চূড়াবোৰ ৰিণিকি ৰিণি ক দেখিবলৈ পালে। সেই চূড়াবোৰত বৰফৰ পৰ্বতৰ দৰে বগা মেঘবোৰ ওলমি আছে। সাগৰৰ পানীবোৰ কলা হৈ পৰিছে। বুঢ়াই শুই অলপ আৰাম অনুভৱ কৰিব খুজিলে। কিন্তু পিছ মুহূৰ্তত তাৰ মনত পৰিল আজি যি কোনো উপায়ে মাছ এটা ধৰিবই লাগিব। কাৰণ আজি ৮৫ দিনত ভৰি দিব সি মাছ নোপোৱাৰ।

বুঢ়াই লাহে লাহে নাওখন বাব ধৰিলে। বৰশীটো সি দাঙি চালে। ই বৰ গধুৰ হৈ পৰা নাই। তাৰ পিছ মুহূৰ্তত বৰশী টাত সি এটা টান অনুভৱ কৰিলে। বুঢ়াই ধৰিব পাৰিলে এশযোজন তলত মাৰলিন মাছ এটাই চাৰদিন মাছৰ টোপটোত খুটিব ধৰিছে। সি বৰশীৰ জৰীডাল লাহে লাহে এৰি দিব ধৰি ল। মাছটোৱে গম নোপোৱাকৈ সি কামটো লাহে লাহে কৰিলে —খা খা মাছ লাজ নকৰিবি খা। বুঢ়াই পানীৰ তলৰ মাছটোৰ উদ্দেশ্য ক ব ধৰিলে। বৰশীৰ চিপটোত টান অনুভৱ কৰাৰ লগে বুঢ়া আনন্দিত হৈ পৰিল।

প্ৰথমতে মাছটোৰ মৃদু টানটো অনু ৱ কৰি সি আনন্দিত হৈছিল কিন্তু এইবাৰ সি ভাবিব নোৱাৰাকৈ বৰশী টা গধুৰ হৈ পৰা ধৰিব পাৰি মনতে ভাবিলে ই নিশ্চয় মাছটোৰে ওজন হব সি নিশ্চয় টোপটো খাবলৈ আৰম্ভ কৰি দিছে। সি টোপটো ভালদৰে খাওক।

আকৌ খা—ভালকৈ খা। এনেকৈ খা যাতে বৰশীটোৱে গৈ তোৰ

বুকু ভেদ কৰে। এনেদৰে ই তোক মৃত্যু মুখলৈ টানি লৈ যাওক। নত লেবা ওপৰলৈ উঠি আহ। মোৰ হাতত থকা হাপুনটোৰে তোৰ মূৰত আঘাত কৰি যমপুৰীলৈ পঠাওঁ।

মাছটোক এক ইঙ্গিও লৰাব নোৱাৰিলে বুঢ়াই। বৰশীটো জোৰেৰে টানি ধৰিলে আৰু লগে লগে পানীৰ টোপালবোৰ দূৰলৈ ছিটিকি পৰিল। লাহে লাহে ই চি চি শব্দ কৰিবলৈ ধৰিলে। নাওখন উত্তৰ পশ্চিমফালে গৈ থাকিল।

মাছটো গহীন ভাৱে লৰচৰ কৰিবলৈ আৰম্ভ কৰিলে। সিহঁতে এতিয়া শান্ত পানীৰ ওপৰেৰে পৰিভ্ৰমণ কৰিছে। আনটো টোপো-বুঢ়াই সাজু কৰি ৰাখিছে। কিন্তু তাৰ সম্প্ৰতি কৰিবলগীয়া একো নাছিল।

মোৰ লগত লৰাটো থকা হলে বুঢ়াই ডাঙৰ ডাঙৰকৈ কব ধৰিলে —মোক এটা ডাঙৰ মাছে টানি লৈ ফুৰিব ধৰিছে। মই বৰশীৰ জৰীডাল জোৰেৰে টানিব পাৰোঁ। কিন্তু তেতিয়া সি হয়তো সেইডাল ছিঙি পেলাব। মই তাক ধৰি থাকিব লাগিব আৰু যেতিয়া দৰকাৰ হয় বৰশীৰ জৰীডাল এৰি দিব লাগিব। ভগৱানক ধন্যবাদ সি ঘূৰি আছে তললৈ যোৱা নাই।

—কিন্তু সি যদি তললৈ যায় মই কি কৰিম? সি যদি শব্দ কৰে আৰু মৰে মই কি কৰিম নেজানো। কিন্তু মই কিবা কৰিম। মই কৰিবলগীয়া যথেষ্ট আছে।

চাৰিঘণ্টা ধৰি মাছটোৱে নাওখন টানি লৈ ফুৰিছে। বুঢ়া মানুহ জনে বৰশীৰ জৰীডাল পিঠিৰে পেলাই লৈছে।

দুপৰীয়া তাক মই বৰশীত পেলাইছিলো। কিন্তু তাৰ পৰা তাক মই দেখা নাই।

মাছটো বৰশীৰে ধৰাৰ আগতে জোৰ কৰি সি মূৰৰ টুপীটো ঠেলি দিছিল আৰু ইয়ে তাৰ কপালখন কাটি পেলাইছিল। সি বৰ পিয়াহ অনুভৱ কৰিছিল। সি আঠুকাঢি নাওখন নলবাকৈ আগবাঢি গৈ পানীৰ বটলটো এখন হাতেৰে আনি মুখত ঢালি দিলে। তাৰ পাছত

অলপ জিৰাই ললে। একো ভাবিবলৈ চেষ্টা নকৰি সি কেৱল সহিবলৈ চেষ্টা কৰিলে।

পিছফালে বুঢ়াই উভতি চাই উপকূলভাগ দেখিবলৈ নেপালে। সূৰ্য্য ডুবিবলৈ আৰু দুঘণ্টা আছে। সি হয়তো তাৰ আগতে ওপৰলৈ আহিব। যদি নাহে জোন উঠাৰ লগে লগে আহিব আৰু তেতিয়াও যদি নাহে সূৰ্য্য অস্ত যোৱাৰ লগে লগে আহিব। মোৰ হাত শিৰামুৰি ধৰা নাই। মই বেচ সবল অনুভৱ কৰিছোঁ। তাৰ মুখতহে বৰশীটো আছে। কিন্তু এনেকৈ টানিবলৈ এইটো কি মাছ হব? সি নিশ্চয় জৰীডাল জোৰেৰে মুখৰ ভিতৰত কামুৰি ধৰি আছে। মই এবাৰ মাত্ৰ চাব খোজো মোৰ বিপৰীতে কোন আছে।

গোটেই ৰাতি মাছটোৱে কেতিয়াও তাৰ গতিটো নসলায়। মানুহে কেনেকৈ তৰা চাই দিশটো সলাব পাৰে মাছটোৱে নোৱাৰে। সূৰ্য্যটো ডুবাৰ লগে লগে বুঢ়াৰ দেহৰ ঘামবোৰ শুকাই গৈ শীতল হৈ পৰিছে। ভৰি আৰু পিঠিত সি ঠাণ্ডা অনুভৱ কৰিব ধৰিলে। দিনত সি থৈলা এখন টোপৰ বাকচটোৰ ওপৰত মেলি দি থৈছিল শুকাবলৈ। সূৰ্য্যটো ডুবাৰ লগে লগে সি সেইখন ডিঙিত বান্ধি ললে যাতে সেইখন পিঠিত পৰে। সি অলপ আউজি বহি আৰাম অনুভৱ কৰিবলৈ চেষ্টা কৰিলে। তাৰ বহাৰ ভঙ্গীটো অসহনীয় আছিল যদিও তাৰ মাজতে সি অলপ আত্মাে ধ কৰিবলৈ চেষ্টা কৰিলে। এবাৰ সি বহাৰ পৰা উঠিল আৰু নাওৰ পৰাই প্ৰস্ৰাৱ কৰি দিলে। তাৰ পাছত তৰাবোৰলৈ চালে আৰু নাওৰ গতিটো পৰীক্ষা কৰিলে। সোতে তাক পূৱৰ ফালে টানি নি আছে। াছটোৰ গতিটো লক্ষ্য কৰি সি বেচবলৰ কথা ভাবিলে। এটা ৰেডিঅ থকা হলে। বুঢ়াই লৰাজনৰ কথাও মনত কৰিলে।

বুঢ়াকালত মানুহ অকলশৰীয়া হব নেলাগে কিন্তু ই যে অপ্ৰতিৰোধ্য। মই টুনা মাছটো বেয়া হোৱাৰ আগতে খাবলৈ মনত কৰিব লাগিব। মনত ৰাখিবি তই যিমান কমেই নেখাৱ কিয় পুৱাই তাক খাব লাগে—সি নিজাক কলে।

ৰাতি দুটা শিহু তাৰ নাৱৰ ওৰ চাপি আহিল। সিহঁতৰ জুটি বাগৰ মৰা আৰু ফুক মৰা শব্দ সি শুনিবলৈ পালে। সিহঁতৰ শব্দৰ পৰাই বুঢ়াই গম পায় কোনটো মতা কোনটো মাইকী। সিহঁত ভাল। সিহঁতে খেলে স্ফুর্তি কৰে ইজনে সিজনক ভাল পায়। উৰণীয়া মাছবোৰৰ দৰেই সিহঁত আমাৰ ভাই।

তাৰ বৰশীত পৰা মাছটোৰ কাৰণে সি দুখ কৰিব ধৰিলে। মই আগতে এনে বলী মাছ পোৱা নাই। সি জাপ মৰা নাই। সি জাপ মাৰি বা জোৰেৰে সাতুৰি মোক শেষ কৰি দিব পাৰে। বোধহয় ইয়াৰ আগতে সি কেবাবাৰো বৰশীত পৰিছে। গতিকে ইয়াৰ বিৰুদ্ধে কেনেকৈ যুদ্ধ কৰিব লাগে তাক সি জানে। সি নেজানে যে তাৰ বিৰুদ্ধে মাত্ৰ এজন মানুহ আছে—আৰু সিয়ো বুঢ়া। সি কিমান ডাঙৰ মাছ আৰু বজাৰত তাৰ মূল্য বা কিমান হ ব? মতা মাছৰ দৰে সি টোপটো খাইছিল আৰু মতা মাছৰ দৰেই টানিব ধৰিছে।

এবাৰ এযোৰ মার্লিন মাছৰ এটাক মৰা কথা তাৰ মনত পৰিল। মতা মার্লিনে প্ৰথম ত মাইকীটোক টোপটো খাবলৈ দিয়ে। বৰশীত পৰা মাইকী মাছটোৱে তেতিয়া ভয় খাই দুৰ্দ্ধৰ্ষ সংগ্ৰাম কৰিবলৈ আৰম্ভ কৰি দিয়ে বৰশীটোৰ পৰা ৰক্ষা পাবলৈ এই গোটেইখিনি সময় মতা মাছটো তাইৰ কাষে কাষে থাকে। মতা মাছটো মাইকীজনীৰ ইমান ওচৰে ওচৰে ঘূৰি ফুৰিছিল যে বুঢ়াই ভয় কৰিছিল তাৰ ফিচাই বৰশীৰ ৰচীডাল কাটি পেলাব বুলি। বুঢ়াই যেতিয়া ল ৰাটোৰ সহযোগত মাইকী মাছটো নাৱত তুলিলে মতা মাছটো নাৱৰ কাষে কাষে ঘূৰি ফুৰিব ধৰিলে। বৰশীৰ জৰীডাল পৰিষ্কাৰ কৰি মাছটোক হাপু নটো মাৰিবলৈ ঠিক কৰোঁতে মাছটো ওপৰলৈ জপিয়াই উঠিল আৰু নাৱত থকা মাইকী মাছটোক তেনেদৰে চাই পানীৰ তললৈ সোমাই গ ল।

সেই শোকাবহ দৃশ্য দেখি বুঢ়া আৰু ল ৰাজনৰ বেয়া লাগিল আৰু দুয়ো মাইকী মাছটোক ক্ষমা খুজি লগে লগে তাইক কাটি পেলালে।

বুঢ়াই আকৌ লৰাটোৰ কথা ভাবিলে। তাৰ পাছত নাৱত বহি লৈ বৰশীৰ চিপটোৰ যোগেদি মাছটোৰ শক্তিৰ কথা অনুমান কৰিব ধৰিলে। মাছটোৱে বিচাৰিছিল সকলো ফান্দ কৌশল আৰু বিশ্বাসঘাতকতাৰ বাহিৰত বৈ গভীৰ পানীত সোমাই থাকিবলৈ। বুঢ়াৰ ইচ্ছা হ'ল সকলো মানুহক এৰি তাক পানীৰ তললৈ গৈ লগ ধৰাৰ। সকলো মানুহক এৰি থৈ তাৰ ওচৰলৈ যোৱাৰ। দুপৰীয়াৰ পৰা আমি একত্রিত হৈছোঁ কিন্তু কোনো নাই আমি কোনো এজনক সহায় কৰিবলৈ। বুঢ়াই এইবাৰ মাছটোৰ উদ্দেশ্যে ক'ব ধৰিলে— হে মাছ মই মৰালৈকে তোৰ সতে থাকিম।

পিছদিনা পুৱা সূৰ্য্য উঠিল। গোটেই ৰাতি যুঁজিও মাছটো ভাগৰি পৰা নাই। বৰশীৰ জৰীডালৰ পৰা সি গম পালে মাছটো বৰ বেছি দ'ত নাই। ইয়ে এইটো বুজায় যে সি জাপ মাৰিব। কিন্তু সি জঁপিয়াবও পাৰে।

—ভগৱানে তাক জপিয়াবলৈ দিয়ক। মোৰ হাতত বহুতো বৰশীৰ ডোল আছে তাৰ সতে মোকাবিলা কৰিবলৈ।

জোকাৰণিৰ সৃষ্টি কৰিলে মাছটো জপিয়াই উঠিব বুলি বুঢ়াই বৰশীটো জোকাৰিব ধৰিলে। তাৰ পাছত মাছটোৰ উদ্দেশ্যে ক'লে হে মাছ মই তোক ভাল পাও আৰু বৰ সন্মান কৰোঁ। কিন্তু এই দিনটো শেষ হ'লেই তোক মই হত্যা কৰিম

এটা সৰু গান গোৱা চৰাই নাওখনৰ ফালে উৰি আহিল। সি পানীৰ একেবাৰে ওচৰেৰে উৰি আহিছিল। বুঢ়াই লক্ষ্য কৰিলে চৰাইটো ক্লান্ত হৈ পৰিছে। সি গৈ মাস্তুলৰ খুটাটোতে জিৰালে। তাৰ পাছত সি বুঢ়াৰ মূৰৰ ওপৰেৰে ঘূৰি অৱশেষত বৰশীৰ জৰীডালত পৰিলগৈ। তোৰ বয়স কিমান হ'ল অ—বুঢ়াই চৰাইটোক সুধিলে। এয়া জানো তোৰ প্ৰথম যাত্ৰা।

বুঢ়াই কথা কওতে চৰাইটোৱে তাৰ ফালে চালে। সি ইমান ক্লান্ত হৈ পৰিছিল যে বৰশীৰ জৰীডালত পৰাৰ আগতে তাক পৰীক্ষা কৰি

চোৱা নাছিল। সি নখেৰে তাতেই খামুচি ধৰি পৰাৰ পৰা কোনোমতে ৰক্ষা পৰিছিল।

ই বেচ স্থিৰ ই খুব স্থিৰ। তই বতাহ নোহোৱা ৰাতি ভাগকৰা হোৱা উচিত নহয়। ইয়ালৈ কি চৰাই আহে না?

সিহঁতক লগ পাবলৈ শেন চৰাইবোৰ আহে নেকি? তাৰ কথা বুঢ়াই চৰাইটোক নক লে।

ভালকৈ জিৰাই ল সৰু চৰাই। তাৰ পাছত ভিতৰলৈ যা আৰু যি কোনো মানুহ মাছ অথবা চৰাইৰ দৰে সুযোগ গ্ৰহণ কৰ।

ৰাতি তাৰ পিঠি টানি ধৰে আৰু ই তাক কষ্ট দিয়ে। সেইবাবেই সি কথা ক বলৈ উৎসাহবোধ কৰে।

—যদি ইচ্ছা কৰ চৰাইজনী মোৰ ঘৰতে থাক। মই দুখিত যে পালখন টানিব নোৱাৰেঁ। আৰু তোক এই বতাহ বলা সময়ত ভিতৰলৈ আনিব নোৱাৰেঁ।। কিন্তু মই মোৰ বন্ধুৰ সতে আছো।

এনে তে মাছটো কাতি হোৱা বুঢ়াই গম পালে। সি বুঢ়াক একেবাৰে নাৱৰ আগলৈ টানি লৈ গ ল। কোনোপধ্যেহে সি বাগৰি নপৰিল। লগে ল গ চৰাইটো ভয়ত উৰি গুচি গ ল। বুঢ়াই চাৰিও ফালে চৰাইটোক চাবলৈ ধৰিলে। সিয়ে ইমান সময় বুঢ়াৰ সঙ্গী হৈ আছিল। তাৰ সঙ্গ সি ভাল পাইছিল। চৰাইটো গ লগৈ। বুঢ়াই এতিয়া তাৰ নিজ কামত মনোনিবেশ কৰিব খুজিলে। টুনা মাছটো খাবলৈ সি ঠিক কৰিলে।

বুঢ়াৰ হাত এখনত শিৰামুৰি ধৰিছে। তাৰ দেহত এতিয়া শক্তিৰ দৰকাৰ হৈ পৰিছে। সি টুনা মাছটোৰ এচকল একৱাই খালে। বেয়া নেলাগে খাবলৈ। ইয়াক অলপ টেঙা নাইবা নিমখেৰে খালে ভাল লাগিলহেঁতেন।

—এতিয়া কেনে পাইছ হাত—বুঢ়াই শিৰামুৰিয়ে ধৰা হাতখনক সুধিলে। হাতখন একেবাৰে মৰা মানুহৰ হাতৰ দৰে হৈ পৰিছিল।

— মই তোৰ কাৰণে আৰু অলপ খাওঁ। বুঢ়াই এটুকুৰা মাছ মুখত

তুলি ল'লে। ভালদৰে চোবাই চোবাই তাৰ পৰা ছাল টুকুৰা সি থুৱাই পেলাই দিলে।

—এইবোৰ বৰ শক্তিমান মাছ। ডলফিনৰ পৰিবৰ্তে ইয়াক পোৱা বাবে মই সৌভাগ্যবান। ডলফিন খুব মিঠা ই সিমান মিঠা নহয়। কিন্তু ইয়াত বেছি শক্তি আছে।

বুঢ়াই শিৰামূৰি ধৰা হাতখন পেণ্টত মোহাৰিব ধৰিলে। আঙুলিবোৰ ঢিলা কৰিবলৈ চেষ্টা কৰিলে। কিন্তু আঙুলিবোৰ ভালদৰে মেল নেখায়। সূৰ্য্য উঠাৰ লগে লগে হয়তো ই মেল খাব। কিন্তু মই ইয়াক যি কোনো উপায়ে মেল খুৱাবই লাগিব। কিন্তু মই জোৰ কৰিব নোখোজো। ই নিজে নিজেই মেল খাওক আৰু আগৰ দৰে হওক।

সাগৰলৈ চাই বুঢ়াৰ ভাব হ'ল বুঢ়া কিমান অকলশৰীয়া। আকাশলৈ চাই সি অনুমান কৰিলে—ধুমুহা অহাৰ আশঙ্কা নাই। চেপ্তেম্বৰ মাহৰ আকাশত বগামেঘৰ দ'মবোৰ ওপঙি ফুৰিছে।

বুঢ়াৰ হাতৰ শিৰামূৰিয়ে এৰা দিয়া নাছিল ইয়াক নি নিজ শৰীৰে কৰা বিশ্বাসঘাতকতা স্বৰূপ। ই এজন মানুহক অপমানিত কৰে। বিশেষকৈ সি যেতিয়া অকলশৰে থাকে। ল'ৰাটো থকা হ'লে তাৰ হাতখন মালিচ কৰি দিব পাৰিলেহেঁতেন।

এনেতে সোঁহাতখনেৰে বৰশীৰ ডোলত এটা টান অনুভৱ কৰিলে। বুঢ়াই লক্ষ্য কৰিলে মাছটো ওপৰলৈ উঠি আহিব ধৰিছে। পানীখিনি ওফন্দি উঠাৰ দৰে হ'ল আৰু লগে লগে মাছটো ওলাই পৰিল। ৰ'দত সি উজ্জ্বল হৈ উঠিছিল। তাৰ পাখিবোৰ বেচবলৰ বেটৰ দৰে। সি নাওখনতকৈ ছ ফুট দীঘল। বুঢ়াই বহুতো ডাঙৰ মাছ দেখিছে ধৰিছেও কিন্তু অকলে নহয়। এইবাৰ কিন্তু সি মাছটো ধৰিছে অকলে আৰু ভূখণ্ডৰ পৰা বহুত দূৰৈত। মাছটোৱে বোধহয় তাক দেখা দিবৰ কাৰণেই জপিয়াইছিল। বুঢ়াই ভাবিলে সি কেনে মানুহ তাকো সি মাছটোক দেখুৱালেহেঁতেন। কিন্তু তেতিয়া সি তাৰ শিৰামূৰিয়ে ধৰা হাতখন

দেখিলেহেঁতেন। সি ভাবক মই প্ৰকৃততকৈ বেছি মানুহ। মযো যেন মাছ। মাছৰ যি আছে তাৰো আছে। কেৱল মাছৰ তাৰ ইচ্ছা শক্তি আৰু বুদ্ধি নাই।

মাছটো লাহে লাহে তাৰ নিজ গতিৰে আকৌ পানীৰ তললৈ সোমাই গল। বুঢ়াই এইবাৰ ভগৱানক প্ৰাৰ্থনা কৰিবলৈ ধৰিলে। যান্ত্ৰিক ভাৱে সি প্ৰাৰ্থনা বাৰ আওৰালে। সি মাজে মাজে ইমান ভাগৰুৱা হৈ পৰে যে প্ৰাৰ্থনা গীতবোৰো পাহৰি যায়। তেতিয়া সি খুব জোৰেৰে গীত গাব ধৰে যাতে ই নিজে নিজে ওলাই আহিব পাৰে। প্ৰাৰ্থনা কৰাৰ লগতে মাছটো মৰাৰ কাৰণেও সি মেৰীক মাতিলে।

প্ৰাৰ্থনাটো গাই সি নাওখনতে বহি ললে আৰু বাওঁহাতৰ আঙুলিবোৰ লৰাব চৰাব ধৰিলে। সূৰ্য্যৰ তাপ ক্ৰমাগতভাৱে বাঢ়িব ধৰিছে। কিন্তু ইয়াৰ লগে লগে জুৰ বতাহো বব ধৰিলে। বুঢ়াই ভাবিলে যদি মাছটোৱে আকৌ এটা ৰাতি লয় তেনেহলে সি কিবা খাব লাগিব। ইপিনে বটলৰ পানীও কমি গৈছে। ডলফিনৰ বাহিৰে আন কিবা পোৱাতো টান হব। কিন্তু তাকো কেঁচাই খালে বেয়া নেলাগিব। আকৌ এটা উৰণীয়া মাছ অহা হলে! কিন্তু বুঢ়াৰ হাতত পোহৰ নাই সেই মাছক আকৰ্ষণ কৰিবলৈ। উৰণীয়া মাছ কেঁচাই খাবলৈ ভাল। মই এতিয়া সকলো শক্তি সঞ্চয় কৰিব লাগিব। হে ভগৱান মই জনাই নাছিলো। সি যে ইমান ডাঙৰ। তাৰ সকলো মহত্ত্ব আৰু গৌৰৱ থাকিলেও মই তাক হত্যা কৰিমেই। এইটো এটা অন্যায় কিন্তু হলেও মই তাক দেখুৱাম মানুহে কিমান কৰিব পাৰে আৰু কিমান সহিব পাৰে। মই লৰাজনক কৈছিলো। যে মই আচৰিত বুঢ়া মানুহ। এতিয়া তাক প্ৰমাণ কৰাৰ সময় আহিছে। বহুবাৰ সি প্ৰমাণ কৰিছে। ই অৰ্থহীন। সি এতিয়া তাকেই প্ৰমাণ কৰি আছিল। প্ৰত্যেকটো সময় নতুন সময় আৰু অতীতত কৰা বিষয়ে একো সি চিন্তা কৰা নাছিল।

বুঢ়াই ইচ্ছা কৰিলে মাছটো শোৱক। সি শুব পাৰে আৰু সিংহৰ সপোন দেখিব পাৰে। এতিয়া জিৰণি লৈ আৰু একো নেভাবিবি। সি কাম কৰি আছে। যিমান কমকৈ পাৰি কাম কৰ।

লাহে লাহে আবেলি হ'ল আৰু নাওখন ধীৰ গতিৰে চলিব ধৰিলে। সূৰ্য্যৰ তাপ লগা কাৰণে আৰু আঙুলিবোৰ লৰ চৰ কৰি থকাৰ কাৰণে তাৰ হাতৰ শিৰামূৰিয়ে ধৰা এৰি দিলে।

তই যদি ভাগৰি পৰা নাই তেনেহলে তই সঁচাকৈয়ে আচৰিত মাছ।

বুঢ়া কিন্তু ভালদৰে ভাগৰি পৰিছিল। অলপ পাছতে নিশা নামি আহিব। সি অন্য কথা চিন্তা কৰিব ধৰিলে। সূৰ্য্যটো ডুবাৰ লগে লগে তাৰ মনত পৰিল এবাৰ কাচাব্লা কাৰ মদৰ দোকান এখনত নিগ্ৰো এজনৰ লগত পাঞ্জা খেলৰ কথা খেলখন আৰম্ভ হৈছিল ৰবিবাৰে পুৱা আৰু শেষ হৈছিল সোমবাৰৰ দিনা ৰাতিপুৱা। বাজী ৰাখোতা সকলে খেলখন ড্ৰ হোৱাতো বিচাৰিছিল। কাৰণ ৰাতিপুৱাই সিহঁতে কিছুমানে যায় বন্দৰত বস্তা দম কৰিবলৈ আৰু কিছুমান যায় হাভনাৰ কযলা কোম্পানীত কাম কৰিবলৈ। নহ'লে সকলোৱে খেলখন শেষ কৰিয়ে চাবলৈহেঁতেন। পাছত যেনিবা মানুহবোৰ কামলৈ যোৱাৰ আগে আগে খেলখন শেষ কৰিলে। সকলোৱে তাক চেম্পিয়ন আখ্যা দিলে।

এনেতে এখন উৰাজাহাজ বুঢ়াৰ মূৰৰ ওপৰেৰে পাৰ হৈ গ'ল। এনে এখন উৰাজাহাজত উঠিলে নিশ্চয় আচৰিত লাগিব। তাৰ পৰা বা সাগৰখন কেনে দেখি? বেছি ওপৰেৰে নুৰিলে তাৰ পৰা মাছবোৰ দেখা যায় নে বাৰু? বুঢ়াৰ উৰাজাহাজত উঠি সাগৰখন চোৱাৰ ইচ্ছা হ'ল।

এন্ধাৰ হোৱাৰ আগতে চাৰগোচা দ্বীপৰ কাষেৰে সিহঁত পাৰ হৈ গ'ল। বুঢ়াই এটা ডলফিন পানীৰ পৰা জপিয়াই ওপৰলৈ উৰা দেখিবলৈ পালে। ডলফিনটো তাৰ বৰশীত লাগিছে। সেইটো

আনি সি নাওত পেলাই থলে। আগতে টুনা মাছটো খাই শেষ কৰিব লাগিব। পিছদিনাহে ডলফিনটো খোৱা ভাল হ ব।

মাছ তই কেনে পাইছ? মোৰ কিন্তু এতিয়া ভাল। মোৰ হাতখনো এতিয়া ভাল হৈছে। মোৰ এৰাতি আৰু এদিনৰ কাৰণে খাদ্য আছে। নাওখন তই টানি লৈ ফুৰ মাছ। মোৰ একো চিন্তা নাই।

আচলতে বুঢ়াই ভাল পোৱা নাছিল। ৰাজহাড়ৰ পৰা বিষ এটা উঠি আহিছে পিঠিলৈকে। এন্ধাৰ ভালকৈয়ে হৈছে। সি নাৱৰ তক্তা এখনতে বহি ললে প্ৰথম তৰাটো আকাশত ওলাল। এই তৰাটোৰ নাম কি সি নেজানে। অলপ পাছত বাকী তৰাবোৰো এটা এটাকৈ ওলাব। এই সকলোবোৰেই তাৰ দূৰৰ বন্ধু।

এই মাছটোও মোৰ বন্ধু। মই এনে মাছ আগতে দেখা নাই। এনে মাছৰ বিষয়ে শুনাও নাই মই কিন্তু তাক মাৰিবই লাগিব। মই সুখী যে আমি তৰাবোৰক হত্যা কৰিবলৈ চেষ্টা কৰিব নেলাগে। কল্পনা কৰা যদি প্ৰত্যেকদিনে একোজন মানুহে জোনক হত্যা কৰিবলৈ চষ্টা কৰিলেহেঁতেন। জোনটো পলাই যায়। কিন্তু কল্পনা কৰা এজন মানুহে সূৰ্য্যক হত্যা কৰিবলৈ চেষ্টা কৰাতো উচিতনে? আমি সচাকৈয়ে সৌভাগ্যবান বুঢ়াই ভাবিলে।

তাৰ পাছত বুঢ়াই মাছটোৱে একো খাবলৈ নোপোৱাৰ কাৰণে দুখ কৰিলে। তাক হত্যা কৰিব খোজাৰ স কল্পই তাৰ দুখ পাতলাব নোৱাৰিলে। ইয়াক কিমান মানুহে খাব পাৰিব? সিহঁতে ইয়াক খাবলৈ উপযুক্তনে? নহয়। তাৰ চৰিত্ৰ ব্যৱহাৰ আৰু সম্ভ্ৰমৰ কাৰণে কোনোৱে তাক খোৱাৰ উপযুক্ত নহয়।

মই এইবোৰ একো বুজি নেপাওঁ কিন্তু এটাই ভাল যে আমি চন্দ্ৰ সূৰ্য্য বা তৰাক হত্যা কৰিবলৈ চেষ্টা নকৰোঁ। আমি সাগৰৰ ওপৰতে জীয়াই থাকোঁ আৰু আমি ভাইবোৰক হত্যা কৰোঁ।

বুঢ়াই দুঘণ্টামান জিৰণি ললে। জোনটো মুঠা কাৰণে সময় কিমান হৈছে তাক ভালকৈ ধৰিব নোৱাৰি। সি এতিয়াও পিঠিৰ

ওপৰত ৰৰশাৰ ডোলডালত মাছটোৰ টান অনুভৱ কৰি আছে। সি এতিয়া শোৱাৰ কথা ভাবিছে। চন্দ্ৰ সূৰ্য্য সাগৰ সকলোৱে শোৱে।

মই কিন্তু টোপনি নোযোৱাকৈ থাকিব পাৰোঁ। কিন্তু ই বিপদজনক। কিন্তু মই নোশোওঁ। সি নমৰালৈকে মোক টানি থাকিব।

লাহে লাহে আকাশৰ তৰাবোৰ উজ্জ্বল হৈ পৰিব। বুঢ়াই চুৰিখন উলিয়াই লৈ ডলফিনটো কাটি খাব ধৰিলে। মাছটো সঁচাকৈয়ে সোৱাদ। নিমখেৰে খোৱা হ'ল আৰু ভাল লাগিলেহেঁতেন। এইবাৰ আৰু মই লগত নিমখ ননাকৈ নেথাকোঁ।

আকাশত মেঘবোৰ গোট খাব ধৰিলে। তৰাবোৰ মেঘৰ আঁৰত লুকাই থাকিল। দুই তিনি দিনৰ ভিতৰত বতৰ বেয়া হ'ব পাৰে। অৱশ্যে আজি-কালিৰ ভিতৰত বতৰ বেয়া হোৱাৰ ভয় নাই।

মাছটো শান্ত হৈ থকা দেখি বুঢ়াৰ এইবাৰ শোৱাৰ কথা ভাবিলে। সোঁহাতখনত ভেজা দি বুঢ়াই শুবলৈ চেষ্টা কৰিলে। এইবাৰ টোপনিত সি সিহঁতৰ সপোন দেখিলে কিন্তু এটা শিহুৰ জাকহে দেখিবলৈ পালে। ই যেন আঠ দহ মাইলমান জুৰি আছে। এইটো সিহঁতৰ সহবাসৰ সময়। শূন্যলৈ সিহঁত জপিয়াই পুনৰ পানীৰ ঘুলিটোলৈ নামি আহিছে। তাৰ পাছত সি সপোনত দেখিলে গাওঁৰ ঘৰখন। সি যেন তাৰ ঘৰত বিচনাখনতে শুই আছে। পুবৰ পৰা বতাহ বৈ আহিছে আৰু সি যেন বৰ ঠাণ্ডা পাইছে। তাৰ সোঁহাতখন যেন শুই আছে। কাৰণ তাৰ মূৰটো হাতখনত থৈছে গাৰুত থোৱাৰ পৰিৱৰ্তে।

এইবাৰ সি হালধীয়া উপকূলৰ সপোন দেখিলে। প্ৰথমটো সিংহ যেন তালৈ নামি আহিছে। তাৰ পাছতো সিংহবোৰো এটা এটাকৈ তালৈ নামি আহিছে। সি নাৱত বুকু পাৰি শুই সিংহ অহালৈ চাই আছে। সি নিজকে বৰ সুখী অনুভৱ কৰিছে।

সি শুই থাকোঁতে জোনটো তাৰ মূৰৰ ওপৰতে আছিল। হঠাতে এটা জোকাৰণিত সি সাৰ পাই গ'ল। মাছটো জপিয়াই আকৌ

সাগৰত পৰিল। তাৰ পাছত আকৌ জপিয়াব ধৰিলে। বুঢ়াই জোৰেৰে বৰশীটো টানি ধৰিলে মাছটোৱে নাওখন যেনিয়ে তেনিয়ে ঘূৰাই লৈ ফুৰালে। বুঢ়াই জৰীডাল যিমান পাৰে তিমান জোৰেৰে ধৰিবলৈ চেষ্টা কৰিলে। মাছটোৰ টানত জৰীয়ে তাৰ হাত কাটি পেলালে। তথাপিও সি জৰীডাল জোৰকৈ ধৰি থাকিল। মাছটোৱে জপিয়াই জপিয়াই চক্ৰাকাৰে ঘূৰিব ধৰিলে। তেতিয়া পূৱফালে সূৰ্য্যটো উদয় হব ধৰিছে।

বহুত কষ্ট কৰিও বুঢ়াই মাছটোক আয়ত্তলৈ আনিব পৰা নাই। ঘামেৰে মানুহজন জুৰুলি জুপুৰি হৈছে। বটীয়ে কটা হাতখনত ঘাম লগাত ঘাবোৰত যন্ত্ৰণা বিয়পি পৰিছে। মই এনেদৰে মাছ এটাৰ ওপৰত পৰাজিত হব নোৱাৰোঁ আৰু মই এইদৰে তাৰ কাৰণে মৰিব নোৱাৰোঁ। মই তাক সুন্দৰভাৱে আহিবলৈ বাধ্য কৰিম ভগৱানে মোক সহিবলৈ শকতি দিয়ক। মই ভগৱানৰ উদ্দেশ্যে প্ৰাৰ্থনা কৰিম। এতিয়া অৱশ্যে মই নোৱাৰোঁ।

সি দুই হাতেৰে ধৰি থকা বৰশীৰ ডোলডালত অকস্মাতে এক জোকাৰণি অনুভৱ কৰিছে। সি আহিবই লাগিব। মাছটোৱে আকৌ জপিয়াবলৈ আৰম্ভ কৰিলে। বতাহ ল'বলৈ সি ওপৰলৈ জপিয়াই লাগিব।

—জাপ নেমাৰিবি জাপ নেমাৰিবি—সি মাছটোৰ উদ্দেশ্যে ক'লে।

এইবাৰ মাছটোৱে ঘূৰিব ধৰিলে। সি বৰশীৰ জৰীডাল জাপেৰে খামুচি ধৰি থাকিল। কিন্তু এইবাৰ সি সংজ্ঞাহীন হোৱা যেন পালে। দৌৰা-দৌৰিকৈ সাগৰৰ পানী অলপ আনি মূৰত দিলে। তাৰ পাছত গলৰ পাছফালে নিজে নিজে মালিচ কৰিব ধৰিলে।

বুঢ়াই নাওখনতে আঠুকাঢি বহিল। আৰু পিঠিৰে বৰশীৰ জৰীডাল বাগৰি যাব দিলে। সি ঘূৰি থাকে মানে মই অলপ জিৰণি লওঁ

তই এতিয়া ঘূৰি থাক। তোক মই অলপ পিছত ধৰিম।

তৃতীয়বাৰৰ বাবে সি মাছটো দেখা পালে। এটা এন্ধাৰ ছাঁৰ দৰে মাছটো নাৱৰ তলেৰে পাৰ হৈ গ'ল। তাৰ দেহটো ইমান দীঘল হ'ব পাৰে বুলি বুঢ়াৰ বিশ্বাসেই নহ'ল।

নাই নাই ই ইমান ডাঙৰ হ'ব নোৱাৰে।

কিন্তু সঁচাকৈয়ে সি ডাঙৰ আছিল। ঘূৰি ঘূৰি এটা সময়ত সি সাগৰৰ উপৰিভাগত উঠিল। সি ত্ৰিশ গজমান দূৰৈত আছিল। পানীৰ ওপৰলৈ উঠি অহা নেজডাল বুঢ়াই দেখা পালে। মাছটোৰ চকু দুটাও বুঢ়াই দেখিবলৈ পালে।

বুঢ়া ঘামত তিতি গৈছিল। মাছটোক কাষলৈ আনিবৰ বাবে বুঢ়াৰ জৰীত ধৰি টানিছিল। হঠাতে এবাৰ মাছটো ওচৰ চাপি আহিল। তাৰ পাছত নিজকে পোন কৰি লৈ আৰু ঘূৰিব ধৰিলে। তেনেহলে মই তাক ঘূৰাইছো—বুঢ়াই ক'লে।

বুঢ়া আকৌ সংজ্ঞাহীন হোৱা যেন পালে। কিন্তু তথাপিও বুঢ়াৰ সকলোখিনি শক্তি মাছটোৰ ওপৰত প্ৰয়োগ কৰিলে। মই তাক ঘূৰাইছোঁ। এইবাৰ হয়তো মই তাক আনিব পাৰিম টান হাত টান। মোক থিয়কৈ ৰাখ ভৰি। এইবাৰ মই তাক টানি আনিমেই। বুঢ়াহ জোৰেৰে টানোতে সি দূৰলৈ সাঁতুৰি গ'ল

মাছ তইতো মৰিছই এতিয়া তই মোকো মাৰিবি যেন পাও।

বুঢ়াৰ মুখ শুকাই গৈছে। মুখেৰে মাত নোলোৱা হৈছে। কিন্তু এই অৱস্থাত সি পানীও খাবলৈ নেপায়। এইবাৰ তাক কাষলৈ আনিবলৈ বুঢ়া সংকল্পবদ্ধ হ'ল। বুঢ়াৰ তাক আকৌ টানিব ধৰিলে। সি কাষ চাপি আকৌ দূৰলৈ সাঁতুৰি গুচি গ'ল।

—তই মোক মাৰিবি। অৱশ্যে তোৰ এই অধিকাৰ আছে। ইমান ডাঙৰ ইমান সুন্দৰ ইমান শান্ত আৰু ভদ্ৰ মাছ মই আগতে কেতিয়াও দেখা নাই। হে ভাই আহ আৰু মোক হত্যা কৰ। মই কোনে কাক হত্যা কৰিছে তাক কেৰেপ নকৰোঁ।

সি আকৌ মাছটো ওচৰলৈ আনিবলৈ চেষ্টা কৰিলে। কিন্তু বাবে

বাৰে তাৰ ডাঙৰ ফিচাখন মাৰি সি দূৰলৈ আঁতৰি যায়। বুঢ়াই কিন্তু চেষ্টা নেৰিলে। এইবাৰ সি হাপু নটো তুলি লৈ মাছটোলৈ লক্ষ্য কৰি মাৰি পঠিয়ালে। জীৱন্ত অৱস্থাৰেই মাছটো ওচৰ চাপি আহিল। পানীৰ তলৰ পৰা জাপ মাৰি মাছটোৱে তাৰ দৈৰ্ঘ্য প্ৰস্থ সৌন্দৰ্য্য শক্তি সকলোখিনি প্ৰদৰ্শন কৰিলে নাওখনৰ ওপৰতে শূন্যত সি ওলমি থোৱাৰ দৰে থাকিল। তাৰ পাছত পুনৰ পানীত চপহকৈ পৰি গ ল।

বুঢ়াই দুৰ্বল অনুভৱ কৰিলে আৰু ভালকৈ যেন একো নেদেখা হৈ পৰিল। হাপু ৰ আঘাতত মাছটোৰ বুকুৰ পৰা ওলোৱা তেজবোৰ বুঢ়াৰ চকুত পৰিল বহু পলমকৈ। মেঘৰ দৰে তেজবোৰ সি চৰতি হৈ পৰিছে সাগৰৰ পানীৰ ওপৰত।

এতিয়া মাছটোক নাৱৰ একাষত বান্ধিব লাগিব। নাৱত মাছটো কোনোপধ্যে নধৰে। গতিকে নাৱৰ একাষত ভালদৰে বান্ধি লৈ ঘৰলৈ উভতিব লাগিব। বুঢ়াই মাছটোক নাৱৰ ওচৰলৈ টানিব ধৰিলে। বুঢ়াৰ তাক চাবলৈ এবাৰ চাবলৈ আৰু অনুভৱ কৰিবলৈ ইচ্ছা হ ল।

বুঢ়াই আকাশলৈ চালে। সূৰ্য্যটো তাৰ চকুত পৰিল। দুপৰীয়া হৈছে। বাণিজ্য বতাহ বব লাগিছে। এতিয়া বৰশীৰ ডোলবোৰৰ একো কাম নাই। ঘৰত ল ৰাটোৰ সতে সেইবোৰ জোৰাব লাগিব।

আহ মাছ আহ। বুঢ়াই মাছটোক মাতিলে। মাছটো নাহিল। বুঢ়াই নাওখন তাৰ কাষলৈ আগবঢ়াই নিলে।

বুঢ়াই মাছটো নাওখনত বান্ধিলে। আৰু দক্ষিণ-পশ্চিম ফালে আগবাঢ়িবলৈ আৰম্ভ কৰিলে। বুঢ়াই প্ৰথমতে সপোন বুলিয়ে ভাবিছিল। কিন্তু মাছটো যেতিয়া পানীৰ পৰা সম্পূৰ্ণ ওলাই আহিল তেতিয়াহে তাৰ এটা মাছ বুলি বিশ্বাস হ ল। এতিয়া তাৰ হাত দুখনো সি ভাল পাইছে। সাগৰীয় নিমখ পানীয়ে তাক ভাল কৰিব। এতিয়া কথা হ ল তাৰ মূৰটো থিকে ৰখা। হাত দুখনেও ভালেই কাম কৰিছে আৰু সি বঠা মাৰি গৈ আছে। বন্ধ মুখখন আৰু পোন হৈ থকা ফিচাখনেৰে মাছটোৱে সৈতে সি নাও বাই গৈছে। আকাশৰ

মেঘৰ দমবোৰলৈ চাই বুঢ়াই অনুমান কৰিলে গোটেই ৰাতি জুৰ বতাহ বৈ থাকিব। বুঢ়াই আকৌ একে থিৰে মাছটোলৈ চাই ই সঁচা ঘটনা বুলি নিশ্চিত হ'ল। এইটো ঠিক প্ৰথমটো চাৰ্কমাছে মাছটোক খুন্দা মৰাৰ আগৰ কথা।

তেজৰ চেকুৰাবোৰ যেতিয়া বিয়পি পৰিছিল তাৰ গোন্ধতে চাৰ্ক মাছে নাওখনক লক্ষ্য কৰি সাঁতুৰিবলৈ আৰম্ভ কৰিলে। সি সাঁতুৰি আহি মাছটোৰ একেবাৰে ওচৰ পালে। বুঢ়াই গাৰ জোৰেৰে হাপু নটো তালৈ মাৰি পঠালে। চাৰ্কটোৱে বগৰা বগৰি লগালে। তাৰ পাছত সাগৰখন হালবোৱাৰ দৰে উজাৰ কৰিব ধৰিলে। তাৰ অলপ পাছতে সি তললৈ গ'ল। কিন্তু বুঢ়াৰ হাপু নটোও সি লগতে লৈ গ'ল। কিন্তু বুঢ়াই গৌৰৱ অনুভৱ কৰিলে ইমান ডাঙৰ চাৰ্ক মাছ এটা হত্যা কৰাৰ কাৰণে। বুঢ়াৰ ভাব হ'ল বুঢ়াই যেন এটা সপোন দেখিছে। এতিয়া সি মাছটো বৰশীৰে ধৰা নাই। বিচনাত সি বাতৰি কাকতখনৰ ওপৰত শুই আছে। কিন্তু মানুহ পৰাজয়ৰ কাৰণে জন্মা নাই। এজন মানুহ ধ্বংস হ'ব পাৰে কিন্তু পৰাজিত নহয়। মই দুখিত যে মই মাছটো মাৰিছোঁ। এতিয়া বেয়া সময় আহিছে কাৰণ মোৰ হাতত হাপু নটোও নাইকিয়া হ'ল। এই চাৰ্কবোৰ নিষ্ঠুৰ আৰু বলী। ইহঁততকৈ মই বেছি বুদ্ধিমান। মোৰ হাতত অস্ত্ৰ আছিল কাৰণেই ইহঁততকৈ শক্তিশালী আছিলো বোধহয়।

চিন্তা নকৰিবি বুঢ়া আগলৈ নাও বাই গৈ থাক। ইহঁত সাহ হীন মই যি কৰিব লাগে কৰিম।

এইবাৰ বুঢ়াই চুৰি এখন বঠাখনত বান্ধি ললে। তাৰেই সি চাৰ্কক আক্ৰমণ কৰিব। তাৰ পাছত সি নিজে নিজেই ক'লে—"মই এজন বুঢ়া মানুহ হ'ব পাৰোঁ কিন্তু অস্ত্ৰবিহীন নহওঁ।

বতাহ সজীৱ আছিল বাবে নাও চলোৱাত অসুবিধা পোৱা নাছিল। সি মাছটোৰ আগৰ অংশটো দেখিলে। মনৰ পৰা আশাবোৰ মৰহি নগ'ল। আশাহীন হোৱাতো অকল মূৰ্খামিয়ে নহয়, পাপো। পাপৰ

বাহিৰেও আৰু বহুতো সমস্যা আছে। কিন্তু বুঢ়াই সেইবোৰ ভালদৰে বুজি নেপায়।

বোধহয় মাছ মৰাটোও পাপ। কিন্তু বুঢ়াই জানি শুনিও এই কাম কৰে নিজক পোহপাল দিবলৈ, অইনক মাছ খুৱাবলৈ। তেনেহলে সকলোৱে কৰা পাপৰ কথা ভাবি আৰু লাভ নাই। তই কেৱল এজন মাছমৰীয়া হ বলৈ জন্মিছ আৰু মাছটো জন্মিছে মাছ হ বলৈ। বুঢ়াই মনে মনে ভাবিলে।

এতিয়া সকলো বিষয়ে সি ভাবিবলৈ ভাল পাইছে। কাৰণ ইয়াত পঢ়িবলৈ বাতৰি কাকত নাই শুনিবলৈ ৰেডিঅ নাই। সি পাপৰ বিষযে ভাবিব ধৰিলে। মাছটো তই বাচি থাকিবৰ কাৰণে আৰু বিক্ৰী কৰিবৰ কাৰণেই তই নেমাৰ তই মাৰ তোৰ গৌৰৱৰ কাৰণে। কাৰণ তই এজন মাছমৰীয়া। তই তাক বাচি থাকোতেও ভাল পাৱ আৰু মৰাৰ পাছতো ভাল পাৱ। যদি তই ভাল পাৱ তেনেহলে তাক মৰাটোও একো পাপ নহয়।

বুঢ়াই ভাবিলে সি চাৰ্ক মৰা কথাটোক বেচ উপভোগ কৰিছে। তই যেনেকৈ মাছৰ ওপৰত বাছি থাক সিয়ো মাছৰ ওপৰত বাচি থাকে। সি মৰা শ খোৱা জীৱ নহয় নাইবা অন্য চাৰ্কৰ দৰে এক চলমান ভোকো নহয়। সি ধুনীয়া শান্ত আৰু একোকে ভয় নকৰে। মই তাক আত্মৰক্ষাৰ বাবে মাৰিছোঁ।

ইয়াৰ উপৰিও প্ৰত্যেকে প্ৰত্যেকক ভিন্ন ভিন্ন ধৰণে হত্যা কৰে। মাছ মৰা কাৰ্য্যই যেনেকৈ মোক বচাই ৰাখে তেনেকৈ মোক মাৰেও। ল ৰাটোৱে মোক বচাই ৰাখে। আমি নিজকে প্ৰতাৰণা কৰা উচিত নহয়।

সি অলপ হালি চাক টোৱে খাই যোৱা মাছটোৰ পৰা এচকল মাংস চিঙি আনি মুখত দি চালে। ই বেচ সোৱাদ। ই টান আৰু ৰসাল ঠিক মাংসৰ দৰে কিন্তু ই ৰঙা বৰণীয়া নহয়। ইয়াৰ গোন্ধ ঢাকি ৰাখিব পৰাটো কঠিন আৰু ইয়ে আকৌ অঘটন ঘটাব।

বতাহ স্থিৰ হল। প্ৰায় দুঘণ্টা ধৰি বুঢ়াই বঠা মাৰিলে মাৰ্লিন মাছৰ কেঁচা মাংস চোবাই চোবাই। চাকবোৰে পিচফালৰ পৰা আকৌ খেদি আহিছে। ভোকাতুৰ চাকবোৰে যেন বঠা নাও সকলোকে ধাহি মুহি খাই পেলাব। সিহঁত আহি নাওখন জোকাৰিব ধৰিলে। সিহঁতে মাছটো টনাৰ লগে লগে নাওখনও টুলুং ভুটুং লগালে। বুঢ়াই চুৰী বন্ধা বঠাখনেৰে চাৰ্কক আঘাত কৰিব ধৰিলে। চাৰ্কটোৱে লুটি খালে আৰু তাক খোচ মৰা চুৰীখনো পৰি গল।

বুঢ়াৰ এই বয়স চাৰ্কৰ লগত যুঁজাৰ বয়স নহয়। কিন্তু যেতিয়া লৈকে তাৰ হাতত বঠাখন থাকিব তেতিয়ালৈ সি চাৰ্কৰ বিৰুদ্ধে যুঁজ কৰি যাব।

—ভিতৰি ভিতৰি তই ক্লান্ত হৈ পৰিছ বুঢ়ামানুহ।

দুটা চাৰ্কে আহি মুখ মেলি এইবাৰ মাৰ্লিনটোলৈ খেদি আহিল। বুঢ়াই সিহঁতৰ মূৰত বঠাৰে আঘাত কৰিলে।

—আহ আকৌ আহ। চাৰ্কটো আগবাঢ়ি অহাৰ লগে লগে বুঢ়াই পুনৰ আঘাত কৰিলে। চাৰ্ক দুটা আঁতৰি গল। সিহঁত উভতি আহিব বুলি বুঢ়াই কিছু সময় চালে। সে দেখিলে এটা চাৰ্কে সাগৰৰ পানীত চক্ৰাকাৰে ঘূৰিব ধৰিছে।

বুঢ়াই মাৰ্লিন মাছটোলৈ চাবৰ ইচ্ছা নকৰিলে। ইতিমধ্যে তাৰ আধা চাৰ্কৰ ভোজ্য হৈ পৰিছে। সি চাৰ্কৰ লগত যুঁজি থাকোঁতে ইতিমধ্যে সূৰ্য্যটো তললৈ নামি গল।

—অলপ পিছতে এন্ধাৰ হব। তাৰ পাছত মই উজ্জ্বল হাভানা দেখিবলৈ পাম। নিশ্চয় এতিয়া সি উপকূলৰ পৰা বৰ বেছি আঁতৰত নাই। তাৰ বাবে উদ্বিগ্ন হবলগীয়া কোনো নাই। লৰাজনে হয়তো তাৰ কাৰণে ভাবি থাকিব। কিন্তু বুঢ়াই জানে তাৰ আত্মবিশ্বাস আছে।

এতিয়া বুঢ়াই মাছৰ লগত কথা কবলৈ এৰি দিছে। কাৰণ মাছটো ইতিমধ্যে বেয়া ধৰে শেষ হৈছে। তাৰ মনলৈ নানা ধৰণৰ চিন্তাবোৰ আহিবলৈ ধৰিলে।

অৰ্দ্ধমাছ তই মাছ আছিলি। মই দুখিত যে মই বহু দূৰলৈ গৈছিলোঁ। মই দুয়োকে ধ্বংস কৰিলোঁ। কিন্তু আমি বহুতো চাৰ্ক মাৰিলোঁ। তই আৰু মই বহুতকে ধ্বংস কৰিলোঁ। হে বুঢ়া মাছ তই আগলৈকে কিমানক মাৰিছিলি। তোৰ মূৰত বৰ্শা এই যাঠিডাল এনয়ে থকা নাই।

সি মাছটোৰ বিষয়ে ভাবিবলৈ ভাল পালে। চাৰ্ক এটাক সি কি কৰিলেহেঁতেন তাকো ভাবিলে। চাৰ্কৰ মুখখন সি কাটি পেলালেহেঁতেন। কিন্তু তাৰ লগতো চুৰী বা সক কুঠাৰ নাই। থকা হ'লে তাক বঠাত বান্ধি অস্ত্ৰ সজাই ললেহেঁতেন। যদি সিহঁত ৰাতি আহে তই কি কৰিবি।

মই যুঁজিম নমৰালৈকে সিহঁতৰ লগত যুঁজিম।

এন্ধাৰৰ মাজে মাজে নাওখনত গৈ থাকি সি অনুভৱ কৰিলে সি যেন মৃত। সি দুয়োখন হাত একত্ৰিত কৰি হাতৰ তলুৱাখন চুই চালে। নাই নাই ইহঁত মৰা নাই। তাক এবাৰ মেলি এবাৰ জপাই সি জীৱনৰ যন্ত্ৰণা অনুভৱ কৰিবলৈ চেষ্টা কৰিলে। নাওখনৰ পাছফালে সি আউজি বহিল আৰু সি জানিলে সি মৰা নাই। তাৰ বেদনাক্লিষ্ট কান্ধ দুখনে যেন তাক কৈ দিলে।

মাছ ধৰিব পাৰিলে প্ৰাৰ্থনা কৰিব বুলি বুঢ়াই প্ৰতিজ্ঞা কৰিছিল। কিন্তু এতিয়া সেইবোৰ একো মনত নপৰে। বুঢ়াই কেৱল আকাশৰ পোহৰলৈ চাই বল। সি নিজে নিজেই ক'লে—তই নিজৰ ভাগ্য নষ্ট কৰিছ। কাৰণ তই বহুত দূৰলৈ গৈছিলি। মূৰ্খ নহবি। জাগি থাক আৰু বঠা মাৰ। তোৰ এতিয়াও বহুত ভাগ্য আছে।

ভাগ্য এনেকুৱা বস্তু যি ভিন্ন ভিন্ন ৰূপেৰে মানুহৰ ওচৰলৈ আহে। কিন্তু ভাগ্যক কেইজনে চিনি পায়। মই বহুত বস্তুকে আশা কৰো কিন্তু এতিয়া মই আশা কৰো বস্তুটো হ'ল দূৰ উপকূলৰ পোহৰৰ ৰেখা। সি পুনৰ বঠা মাৰিব ধৰিলে। পিঠিৰ বিষটো উক দি উঠাত সি নিশ্চিন্ত হ'ল যে সি মৰা নাই।

ৰাতি তেতিয়া দহটামান বাজিছিল। নগৰৰ লাইটৰ প্ৰতিফলিত ৰশ্মিবোৰ তাৰ চকুত পৰিল। সিহঁত আকৌ এবাৰৰ সুযোগ লৈ ইয়াতো নাওখনত খুন্দিয়াব কিন্তু হাতত অস্ত্র নোহোৱা মানুহ এজনে সেই শত্রুবোৰক কি কৰিব পাৰে। বোধহয় সি আৰু যুদ্ধ কৰিব নেলাগে—সি তাকেই আশা কৰিলে।

কিন্তু মাজৰাতি সংগ্ৰাম আকৌ আৰম্ভ হ ল। সি যিমান পাৰে তিমান বাধা দিবৰ কাৰণে মাছবোৰক সি শকত মাৰিডালেৰে সিহঁতক কোবাব ধৰিলে। সিহঁতক মূৰ কোৱাৰি যতে ততে জধে মধে সি কোবাই কোবাই সিহঁতক খেদিলে। সিহঁত আঁতৰি গ ল। কাৰণ মাছটোত খাবলৈ আৰু এটুকুৰা মাংসও নাছিল।

বুঢ়াই কোনোমতেহে উশাহ ল ব পাৰিছিল সি মুখত এক আচহুৱা স্বাদ অনুভৱ কৰিলে সি সাগৰলৈ থুৱাই ক লে—গেলানচ সৌটো খা আৰু সপোন দেখ—তইঁতে এজন বুঢ়াক হত্যা কৰিছ।

লাহে লাহে সি নাওখন আগবঢ়াই নিব ধৰিলে। এতিয়া তাৰ কোনো চিন্তা বা অনুভূতি নাই। বুঢ়াই বঠা মৰাৰ বাহিৰে আন একোলৈ চকু দিয়া নাই। লাহে লাহে উপকূলটো তাৰ চকুত পৰিল। বতাহ আমাৰ পৰম বন্ধু। সাগৰ আমাৰ পৰম বন্ধু আৰু শত্রুও। বিচনাখন বিচনাখন মোৰ বন্ধু

সি যেতিয়া উপকূল পালে তেতিয়া বোধহয় সকলো শুইছে। বতাহ আগতকৈ জোৰেৰে ব ব ধৰিলে। তাৰ নাওখন টানি আনিবলৈ কোনো এজন সঙ্গী নাই। সি নিজেই ক্লান্ত শৰীৰেৰে নাওখন পা ীৰ পৰা বামলৈ তুলিলে পা তৰা মাৰিডাল খুলি পালখন তাত মেৰাই ললে আৰু কান্ধত তুলি লৈ খোজ দিলে। এতিয়াহে সি তাৰ ক্লান্তিৰ কথা গম পালে। সি অলপ সময় ৰ ল আৰু পিছলৈ উভতি চালে আৰু ৰাস্তাৰ লাইটৰ পোহৰত দেখিলে—নাওৰ পিছফালে মাছটোৰ দীঘল ফিচাখন থিয় হৈ আছে। তাৰ দীঘল মাংসহীন হাড়ডালো তাৰ সম্মুখত প্ৰতিভাত হৈ উঠিল।

কান্ধত পালতৰা মাৰিডাল লৈ ওপৰলৈ উঠি যাওঁতে সি মাটিত পৰি গ'ল। সি উঠিবলৈ যত্ন কৰিলে কিন্তু একেবাৰতে উঠিব নোৱাৰিলে। সি বহি ৰ'ল আৰু ৰাস্তাটোলৈ চাই থাকিল। এটা মেকুৰী তাৰ সন্মুখেদি পাৰ হৈ গ'ল। মেকুৰীটোৰ পৰা দৃষ্টি এৰুৱাই আনি পুনৰ সি ৰাস্তাটোত চকু দিলে। অ ত ত ত পাঁচবাৰমান বহি বহি অৱশেষত সি তাৰ জুপুৰীটো পালে।

জুপুৰীটোত সোমাই পালতৰা মাৰিডাল বেৰত থৈ এন্ধাৰতে পানীৰ বটল এটা বিচাৰি উলিয়ালে আৰু তাৰ পানীখিনি একে শোহাই খাই পেলালে। তাৰ পাছত বিচনাখনত শুই পৰিল কম্বলখন গাত লৈ।

ৰাতিপুৱা ল'ৰাজন অহালৈ বুঢ়া শুই আছিল। বুঢ়াই দীঘল দীঘলকৈ উশাহ লৈছিল। ল'ৰাজনে বুঢ়াৰ হাতখন দেখি কান্দিব ধৰিলে। সি চকুলো টুকি টুকিয়ে বুঢ়াৰ বাবে কফি আনিবলৈ গ'ল।

মাছমৰীয়াবোৰে নাওখন আগুৰি ধৰি চাইছিল তাত মেহবো কি বন্ধা আছিল। ল'ৰাজন নাওখনৰ ওচৰলৈ নামি যোৱা নাছিল। এজন মাছমৰীয়াই তাক সুধিলে—এতিয়া বুঢ়া কেনে আছে?

—শুই আছে। সিহঁতে তাক কন্দা দেখিও সি কেৰেপ নকৰিলে। কোনেও তাক দিগদাৰী নিদিবি—ল'ৰাজনে ক'লে।

মূৰৰ পৰা ভৰিলৈ সি ওঠৰ ফুট দীঘল—মাছটো জুখি চোৱা মাছ মৰীয়াজনে ক'লে

ল'ৰাজন গৈ দোকানীৰ পৰা পাত্ৰ এটাত কফি ল'লে।

—এইটো কি মাছ? আগতে এনে মাছ দেখা নাই। তই কালি অনা মাছ দুটাও ভাল আছিল—দোকানীয়ে ক'লে।

—বাদ দে মোৰ মাছ। ল'ৰাই কথা কেইষাৰ কৈ আৰু কান্দিব ধৰিলে।

—কিবা খাব নেকি?

নাই সিহঁতক কৈ দে চান্টিয়াগোক যাতে বিৰক্ত নকৰে। মই এতিয়াই উভতি আহিম।

—তাক কবি মই তাৰ কাৰণে দুখিত—দোকানীয়ে ক'লে।

লৰাজনে তাক ধন্যবাদ জনাই কফিৰ পাত্রটো লৈ বুঢ়াৰ ঘৰ পালে। বুঢ়া সাৰ নোপোৱালৈকে সি কাষতে বহি থাকিল। এবাৰ বুঢ়া সাৰ পোৱা যেন লাগিল কিন্তু সি পুনৰ গভীৰ নিদ্রাত আচ্ছন্ন হৈ পৰিল আৰু লৰাজনে কফিখিনি গৰম কৰিবৰ কাৰণে অলপ খৰি আনিবলৈ ৰাস্তাৰ সিপাৰে গ'ল।

অৱশেষত বুঢ়াই সাৰ পালে।

মুঠিবা মুঠিবা চাও আগে কফি অলপ খাই লোৱা।

সি গিলাচত অলপ কফি ঢালি দিলে।

বুঢ়াজনে কফিখিনি লৈ খাই পেলালে।

সিহঁতে মোক হৰুৱালে অ মেনোলিন সিহঁতে সচাকৈয়ে মোক হৰুৱালে। বুঢ়াই ক'লে।

সিহঁতে তোমাক হৰুৱা নাই। মাছটোৱে হৰুৱা নাই নহয়। —সচাকৈয়ে মোক শেষত সিহঁতে হৰুৱালে।

পেড্রিকোই নাওখন বিচাৰিছে। তুমি মাছৰ মূৰটোৰে কি কৰি খুজিছা ?

পেড্রিকোক কবি সি মাছৰ মূৰটো কাটি মাছমৰা ফান্দত ব্যৱহাৰ কৰক।

আৰু যাঠিডাল ?

তোক যদি লাগে তই ল।

মোক লাগিব। এতিয়া আমি অন্য বিষয় পৰিকল্পনা কৰোঁ আমি আকৌ একেলগে মাছ মাৰিম।

—নাই নাই মই সৌভাগ্যৱান নহয় মই মুঠেও ভাগ্যৱান নহও।

—ভাগ্য ৰসাতলে যাওক। মই ভাগ্য হাতৰ মুঠিলৈ আনিম।

—তোৰ ঘৰখনে কি ক'ব ?

মই তাক কেৰেপ নকৰোঁ। মই আকৌ তোমাৰ লগত মাছ

মাৰিম। কাৰণ—তোমাৰ পৰা শিকিবলগীয়া বহুত আছে। আমি মাছ মৰা যাঠি এপাত বনাই লম। আৰু সদায় নাওত ৰাখিম। বুঢ়া তোমাৰ হাতখন ভাল কৰা। এতিয়া তুমি শুই থাকা। তোমাৰ বাবে কিবাকিবি খাবলৈ আনো। আৰু পৰিষ্কাৰ চোলা এটাও আনো গৈ।

—মই নথকা কেইদিনৰ বাতৰি কাকত কেইখন আনিবি। বুঢ়াই ক লে।

—খোৱা বস্তু আৰু বাতৰি কাকত একেলগে লৈ আহিম। তুমি ভালদৰে জিৰণি লোৱা। মই তোমাৰ হাতৰ কাৰণেও ঔষধ আনিম।

—পেড্ৰিকোক ক বলৈ নেপাহৰিবি যে—মাছৰ মূৰটো তাৰ।

—নেপাহৰোঁ। মোৰ মনত আছে।

ল ৰাজনে বুঢ়াৰ কাৰণে আকৌ কান্দি কান্দি খোজ ললে।

[ আবেলি এদল ভ্ৰমণকাৰীয়ে মাছৰ জ কাটো দেখা পালে। তাৰ মাজত এগৰাকী তিৰোতাও আছিল।

সেইটো কি? তাই দোকানৰ ল ৰা এটাক সুধিলে।

টি বুৰন ই চাক—সি কি ঘটিছিল তাকে ব্যাখ্যা কৰিব খুজিলে।

মই নেজানিছিলো। চাৰ্কৰ ফিচাখন ইমান ধুনীয়া বুলি।

—ময়ো জনা নাছিলো।—তাইৰ মতা সঙ্গীজনে ক লে। ]

বুঢ়া ঘৰটোত শুই আছিল। ল ৰাজনে তাৰ কাষতে বহি তালৈ চাই আছিল। বুঢ়াই শুই শুই সিংহৰ সপোন দেখিছে।

---

# এন্দ্রেমোৰোৰ আধুনিক জীৱনী এৰিয়েল

## এন্দ্রেমোৰো

এওঁৰ প্ৰকৃত নাম S lomon Wilhelm Her og। ১৮৮৫ চনত এওঁৰ জন্ম হয় আধুনিক জীৱনীকাৰ হিচাপে তেওঁ বিশ্ব সাহিত্যত নিজৰ নাম ৰাখি থৈ যায় প্ৰথম মহাযুদ্ধৰ সময়ৰ কিছুমান চৰিত্ৰক তেওঁ সমুজ্জ্বল কৰি তুলিছে প্ৰখ্যাত গ্ৰন্থ L Sil n e d Cal n l B amble (১৯১৯) ত। জীৱনীকাৰ হিচাপে তেও বিশেষ সফলতা দেখুৱাইছে Ariel L v e de Shell y গ্ৰন্থত। ইয়াত প্ৰখ্যাত জীৱনীকাৰ Lytt n Str ch y ৰ প্ৰ াৱ লক্ষ্য কৰিবলগীয়া। ইয়াৰ উপৰি তেওঁ উপন্যাস আৰু প্ৰবন্ধও ৰচনা কৰে।

## আধুনিক জীৱনী এৰিয়েল

বৰ্তমান যুগৰ কবিতা নাটক গল্প উপন্যাস আদি সকলোবোৰ সাহিত্যিক ৰূপে আধুনিক ৰূপেৰে উজ্জ্বলি উঠাৰ লগে লগে জীৱনী সাহিত্যও নতুন ভঙ্গীৰে ঠন ধৰি উঠিছে। আধুনিক গল্প উপন্যাসৰ কলাত্মক প্ৰকাশভঙ্গী ন ন চিন্তাধাৰা বিশেষকৈ মনস্তাত্বিক বিশ্লেষণ আদিয়ে এইবিধ সাহিত্যক এক বলিষ্ঠ আৰু অনন্য সাধাৰণ ৰূপ দিছে। এফালে ঐতিহাসিক সত্য আৰু আনফালে কলাত্মক দৃষ্টিভঙ্গী এই দুই ভাবৰ প্ৰকাশেৰে আধুনিক জীৱনবোৰ গল্প উপন্যাসতকৈ বেছি মনোৰম হৈ পৰিছে।

এন্দ্ৰে মোৰোৰ এৰিয়েল এখন আধুনিক জীৱনী। কবি শ্যেলীৰ জীৱন কাহিনী তেওঁ ইয়াত বৰ্ণাবলৈ গৈছে। তেওঁৰ জীৱনটো আছিল দেৱদূতৰ দৰে পৰৰ মঙ্গলৰ অৰ্থে উৎসৰ্গিত। কোনো অশুভ শক্তি তেওঁৰ মাজত নাছিল। এই দেৱদূত সদৃশ শ্যেলীৰ সাদৃশ্য লিখকে বিচাৰি পাইছে ছেকচপিয়াৰৰ টেম্পেষ্ট নাটকৰ এৰিয়েলৰ মাজত। সেয়ে

এই জীৱনীৰ নামকৰণ কৰিছে এৰিয়েলৰ নামেৰে। এই গ্ৰন্থৰ বিভিন্ন অধ্যায়ৰ নামকৰণতো লিখকৰ সাহিত্যিক ৰুচিৰ সুন্দৰ প্ৰকাশ দেখিবলৈ পোৱা যায়।

আধুনিক জীৱনীকাৰে যাৰ বিষয়ে লিখিবলৈ যায় তেওঁৰ জীৱনৰ এনে কিছুমান তথ্য নিৰ্বাচন কৰে যিয়ে মানুহজনৰ প্ৰকৃত ৰূপ পাঠকৰ আগত সমুজ্জ্বল কৰি তুলিব পাৰে। মোৰোৱাই এই জীৱনীত শেলীৰ জীৱনৰ তাৎপৰ্য্যপূৰ্ণ মুহূৰ্তবোৰ নিৰ্বাচন কৰি লৈ তাক সাহিত্যিক শৈলীৰে বৰ্ণনা কৰিছে। তেওঁৰ স্বাধীনচেতা স্বভাৱ নাৰীৰ প্ৰতি থকা আবেগিক আকৰ্ষণ প্ৰেমৰ ওপৰত থকা গভীৰ আস্থা গ্ৰন্থ অধ্যয়নৰ ব্যগ্ৰতা আদি বিভিন্ন ঘটনাৰ উল্লেখেৰে তেওঁ সমুজ্জ্বল কৰি তুলিছে। ইয়াৰ উপৰিও আন চৰিত্ৰৰ লগত তুলনাৰ যোগেদিও শেলীৰ চৰিত্ৰৰ বৈশিষ্ট্যবোৰ স্পষ্ট কৰি তুলিছে। বিশেষকৈ কবি বায়ৰণৰ সৈতে তেওঁৰ এক তুলনাত্মক দৃষ্টিভঙ্গী দাঙি ধৰা হৈছে। উদাহৰণস্বৰূপে নাৰীৰ প্ৰতি থকা দুয়োৰে দৃষ্টিভঙ্গীৰ তুলনা দাঙি ধৰি লিখকে বৰ্ণনা কৰিছে।

Sh lley looked to women as a source of exaltatıon Byr n p t t fo dlıng Sh ll y angelıc to angelı v ne at d them Byron human too human desır d them and talk d t th m n the most of contemptu us fa h on It ıs the Pl gue of these women saıd he that you cannot lıve wıth them or wıthout them I cannot make up to my mınd whether o not woman have souls My Beau ıdeal would be woman wıth tal nt en ugh t understand and value mın but not suffıcıent to be able to shıne herself

কেতিয়াবা আকৌ অন্য চৰিত্ৰৰ মুখেদিও চৰিত্ৰবোৰৰ বিশেষত্ববোৰ বৰ্ণনা কৰি পাঠকক সেই বিষয়ে ধাৰণা দিবলৈ চেষ্টা কৰিছে। এই

ধৰণৰ মন্তব্যবোৰে চৰিত্ৰৰ একেবাৰে গভীৰ অংশবোৰক স্পষ্ট কৰি তুলিছে। উদাহৰণস্বৰূপে জেনে দুইজনৰ কবিৰ বিষয়ে কৰা মন্তব্য এটালৈ আঙুলিয়াব পাৰি।

Byron said J n poil d hild but n th he nor Shell y und stand man Sh lley love them too much Byron not enough

একো একোটা চৰিত্ৰক অন্তৰ্নিহিত প্ৰবৃত্তিয়ে কেনেকৈ পৰিচালনা কৰে তাক লিখকে সুন্দৰভাৱে দাঙি ধৰিছে। হেৰিয়েটৰ মনত সকৰ পৰাই কেনেকৈ আত্মহত্যাৰ প্ৰৱণতাৰ জন্ম হৈছিল তাৰ উল্লেখ কৰি সেই চৰিত্ৰটোক লাহে লাহে বিকশিত কৰি তুলি আত্মহত্যাৰে তাইৰ জীৱনৰ যৱনিকা পেলোৱা হৈছে। বাযৰনৰ চৰিত্ৰৰ স্খলন দেখুৱাই চৰিত্ৰটোক পাঠকৰ আগত কিছু সময়ৰ কাৰণে হেয় কৰি তুলিলেও তেওঁৰ জীৱন ভোগৰ প্ৰৱণতাৰ আঁৰত থকা সত্যক প্ৰকাশিত কৰি বায়ৰণে নি জই কৈছে—

We By on said he di young n my father sid and on my m th r w ll t ll th sam t me but I ntend fir t t nj y my youth

চৰিত্ৰৰ দৰে পৰিস্থিতিবোৰ বৰ্ণনা কৰোঁতে লিখকে পৰ্য্যবেক্ষণ শক্তি আৰু বৰ্ণনা শক্তিৰ পৰকাষ্ঠা দেখুৱাইছে। কেতিয়াবা দুই একোটা পৰিবেশ ৰোমাণ্টিক ঐন্দ্ৰিজালিকতা আৰু কেতিয়াবা বাস্তৱবোধৰ সমন্বয়ত স্পষ্ট কৰি তুলিছে। কেতিয়াবা আকৌ দুই টা পৰিবেশৰ মাজত দাৰ্শনিক চিন্তাক ব্যক্ত কৰিছে। এটা দ্বীপত অকলে থিয় দি থকা এটা জৰাজীৰ্ণ ঘৰৰ ওপৰৰ টুপত ওলমি থকা এটা ঘণ্টাৰ ধ্বনিয়ে সন্ধিয়াৰ পৰিবেশত কবি হৃদয়ত জগোৱা ভাব সঁচাকৈয়ে মনোৰম—

Does t n t m t y u th t th pe tacl rather is an im ge of ou l fe? Con cience is the bell that calls us to virtue we obey it like the man

men without knewing why Then the sun sets, th bells stop it is the nignt of death

প্ৰাকৃতিক দৃশ্যসমূহৰ সুন্দৰ বৰ্ণনাই পৰিবেশক সমুজ্জ্বল কৰি তুলিছে। মানুহ আৰু প্ৰকৃতিৰ সম্পৰ্কৰ গভীৰ চিত্ৰও লিখকে অংকন কৰিছে।

অপূৰ্ব চৰিত্ৰ চিত্ৰণ পৰিবেশ বৰ্ণনা জীৱন সম্পৰ্কে দৃষ্টিভঙ্গী দাৰ্শনিক বীক্ষা ইত্যাদিৰ সমন্বয়ত এই জীৱনীখন উপন্যাসোপম হৈ পৰিছে।

## এৰিয়েলৰ সংক্ষিপ্ত ৰূপ

১৮ চন। ড কীট ইটন স্কুলৰ প্ৰধান শিক্ষক। চেকনীৰ আগতহে বিদ্যা—তেওঁ এই আদৰ্শৰহে পক্ষপাতী। আৰু সেয়ে চেকনীৰে কোবাই কোবাই ছাত্ৰক পৰিপূৰ্ণ মানুহ কৰাৰ বাবে তেওঁ সচেষ্ট। ছাত্ৰ সকলৰ প্ৰতি তেওঁৰ বাণী হ'ল—এতিয়াৰ পৰা তোমালোক পৱিত্ৰ অন্তৰৰ হোৱা আৰু যদি নোহোৱা মই তোমালোকক কোবাই কোবাই ঠিক কৰিম।

কিন্তু যি সকল সম্ভ্ৰান্ত ভদ্ৰলোকে তেওঁলোকৰ সন্তানসকলক কীটৰ এই নৈষ্ঠিক নিষ্ঠুৰতাৰ তত্ত্বাৱধানত ৰাখিছিল তেওঁলোক অকণো উদ্বিগ্ন হোৱা নাছিল। কাৰণ দেশৰ বহুতো মন্ত্ৰী ৰাজপুৰোহিত সেনাধ্যক্ষ আৰু ডিউকে এসময়ত তেওঁৰ চেকনীৰ কোব খাইয়ে ডাঙৰ মানুহ হৈছে। এনে শৃঙ্খলাবদ্ধতাৰ পোষক হিচাপে কীট সম্ভ্ৰান্ত মানুহবোৰৰ সম্মানৰ পাত্ৰহে হৈছিল।

ফৰাচী বিপ্লৱৰ ধুমুহাই মুক্ত চেতনাৰ ভয়াবহ পৰিণতিকে ইংলণ্ডৰ শাসক শ্ৰেণীক উন্মুক্ত কৰি দেখুৱাইছিল। এই অভিজাত ডেকা শক্তিৰ মাজত যাতে ৰিপাব্লিকান উন্মা বিয়পিব নোৱাৰে তাৰ বাবেই চৰকাৰে এই পাব্লিক স্কুলখনৰ ওপৰত বিশেষ নজৰ দিছিল। ড কীটৰ দ্বাৰাই এই কাম সম্ভৱ হ'ব পৰাৰ আশা ৰাখি তৃতীয় জৰ্জে ইয়াত প্ৰধান শিক্ষক

পদত তেওঁক নিয়োগ কৰিছিল। অকল ইমানেই নহয়। স্কুলৰ পাঠ্যক্রম তৈয়াৰ কৰা হৈছিল পৰম্পৰা আৰু লঘু আদৰ্শক ভেটি কৰি। পাঁচ বছৰৰ পৰা ছাত্ৰসকলে হোমাৰ ভাৰ্জিল আৰু হোৰেচৰ ৰচনাৱলী পঢ়িব লাগিছিল। ইয়াৰ উপৰিও ৱেলিংটন আৰু নেলচনৰ ওপৰত লিখা লেটিন কবিতাৰাশি। বিজ্ঞান শিক্ষা বাধ্যতামূলক নহয় আনহাতে নাচ শিক্ষা কিন্তু বাধ্যতামূলক আছিল।

এই স্কুলত শৃঙ্খলাৱদ্ধতাৰ নামত যি এক কু-প্ৰথাৰ প্ৰচলন আছিল সেযাহে আছিল ভয়াবহ আৰু অমানৱীয়। স্কুলৰ নিয়ম অনুসাৰে তলৰ শ্ৰেণীৰ লৰাবোৰে ওপৰৰ শ্ৰেণীৰ লৰাবোৰক সেৱা কৰিব লাগিছিল এই সৰু লৰাবোৰে ডাঙৰ লৰাবোৰৰ বিছনা ঠিক কৰি দিয়া পানী আনি দিয়া কাপোৰ ধুই দিয়া জোতা চাফ কৰা আদি সকলো কামকে কৰিব লাগিছিল আৰু কোনোবাই অবাধ্য হলে তাক নিষ্ঠুৰভাৱে শাস্তি দিয়া হৈছিল। এজন লৰাই তাৰ ঘৰলৈ চিঠিৰে জনোৱা এনে এক শাস্তিৰ নমুনা আছিল এনে ধৰণৰ— যাৰ মই তলতীয়া তেওঁ মোক এটা বৰ বহল গডখাৱৈ জপিয়াই পাৰ হবলৈ দিছিল। প্ৰতিবাৰেই মই ভয় খাইছিলে। জপিয়াবলৈ কিন্তু তেওঁ মোক তাত পেলাই দিছিল আৰু তাৰ ফলত মোৰ ভৰিৰ পৰা তেজ ওলায মোৰ গ্ৰীক কবি কিতাপখন তিতি যায় আৰু কাপোৰ ফাটি গৈছে।

ইটনত আত্মৰক্ষাৰ কৌশলক বৰ গৌৰৱৰ চকুৰে চোৱা হৈছিল। এবাৰ দুজন লৰাই শক্তি পৰীক্ষা কৰোঁতে এজন ল'ৰাৰ মৃত্যু হল। কীটে ঘটনাস্থলীলৈ আহি মৃতজনলৈ চাই ক'লে—"ই অৱশ্যে দুখজনক। কিন্তু মই সকলোতকৈ এইটোকে বিচাৰোঁ যে এজন ইটনৰ ছাত্ৰই আঘাতৰ বিৰুদ্ধে আঘাত হানিবলৈ সাজু থাকিব লাগে।

কঠিন মানুহ হিচাপে ছাত্ৰসকলক গঢ়ি তোলাৰ লক্ষ্যয়ে হয়তো এইবোৰৰ মাজত নিহিত আছিল। কিন্তু ডাঙৰ কথা হল কোনোবাই যদি তাৰ চিন্তাৰ ক্ষেত্ৰত কাপোৰ কানিৰ ফেচনৰ ক্ষেত্ৰত নাইবা ভাষাৰ ক্ষেত্ৰত কিবা মৌলিকতা বা নতুনত্ব দেখুৱায় তাৰ বিৰুদ্ধে

জাঙুৰ খাই উঠে কতৃপক্ষ। তাক অমাৰ্জনীয় অপৰাধ ৰূপে গণ্য কৰা হয়।

ইটনৰ এনে এক পৰিবেশত হঠাতে আবিৰ্ভাৱ ঘটিল এক আলসুৱা চেহেৰাৰ এক সুদৰ্শন লৰা। যেন দেৱদূত। চকুহাল তেওঁৰ সপোন বিভোৰ দেহৰ মাজত অপূৰ্ব কান্তি। লৰাজনক দেখিয়েই ওপৰ শ্ৰেণীৰ লৰাবোৰে ধৰি ললে যে এওঁৰ ওপৰত বেচ ভালকৈ প্ৰভুত্ব খটুৱাব পৰা যাব। কিন্তু অচিৰেই তেওঁলোকে আৱিষ্কাৰ কৰিলে এই লৰাজনৰ অনমনীয় ব্যক্তিত্ব। অপমান ভয় খুৱালেই প্ৰতিৰোধৰ শক্তি তেওৰ তীব্ৰ হৈ উঠে। এক অনমনীয় ইচ্ছাই তেওঁৰ ক্ষীণ দেহৰ মাজেৰে জ্বলন্ত বিপ্লৱৰ ৰূপলৈ প্ৰকাশি উঠে। তেওঁৰ বিশাল চকু শান্ত মৰম লগা তাত হঠাতে বিয়পি পৰে এক বনৰীয়া জ্যোতি। তেওঁৰ কণ্ঠ যি অতিশয় কোমল সি হৈ পৰে কঠুৱা। ইটনৰ ই পুৰণি প্ৰথাই তেওক বিতুষ্ট কৰি তুলিলে। মানুহৰ ওপৰত এনেদৰে প্ৰভুত্ব খটোৱাতো তেও সহ্য কৰিব নোৱাৰে। ই মানৱীয় মৰ্য্যাদাৰ ক্ষয় কাৰী। সেয়ে আৰম্ভণিৰ পৰা তেওঁ ইয়াৰ প্ৰতিবাদ কৰে ওপৰ শ্ৰেণীৰ লৰাৰ প্ৰভুত্বক অস্বীকাৰ কৰিবলৈ ললে আৰু সেয়ে তেওক ঘোষণা কৰা হল আইন ভংগকাৰী বুলি।

এইজনেই ইটন স্কুলৰ লৰাবোৰে বলীয়া শ্বেলী বোলা পাৰ্চী বেছি শ্বেলী চাচেক্সৰ জমিদাৰ টিমোথী শ্বেলীৰ পুতেক। বেৰন বেছি শ্বেলীৰ নাতি। লৰাজনৰ বিশেষ নিচা হল অধ্যয়ন। নদীৰ পাৰত মনে মনে কিতাপ পঢ়ি তেওঁ বহি থাকে। কোনোবাই যদি তেওঁক দেখে তাৰ পৰা দৌৰ পলায়। মুকলি পথাৰৰ মাজেৰে কলেজৰ চৌহ লৈ তেওঁ যেতিয়া দৌৰি পলায় তেওঁৰ সোণালী চুলখিনিয়ে বতাহত ঢৌ খেলি যায়। তেওঁৰ পাছে পাছে শব্দৰ পাছত শব্দ ভাঁহি আহে— শ্বেলী শ্বেলী, শ্বেলী। লৰাবোৰ দৌৰি আহি কোনোবা এজনে হঠাতে তেওঁক ধৰি পেলায়। জেকেটত খামুচি ধৰি থাকে এজনে এজনে তেওঁক খুচি দিয়ে। কোনোবা এজনে হাতৰ কিতাপবোৰ দলিয়াই দিয়ে।

প্ৰত্যেকজনেই আঙুলি টোৱাই আকৌ চিঞৰে শ্বেলী শ্বেলী শ্বেলী।

শ্বেলী অতিষ্ঠ হৈ যায়। খঙত তেওঁ কঁপিবলৈ ধৰে। অত্যাচাৰী বোৰে দেখিবলৈ পায় তেওঁৰ ভীষণ ৰূপ। তেওঁৰ চকুজুৰি জুইৰ অঙঠালৈ পৰিৱৰ্তিত হৈ যায় বঙা গাল দুখন বগা হৈ পৰে। গোটেই শৰীৰ কঁপিবলৈ ধৰে।

এই পৰিবেশে শ্বেলীক কিন্তু নিজ আদৰ্শৰ পৰা বিচ্যুত কৰিব নোৱাৰিলে। অধ্যয়নপিপাসু লৰাজনে একান্ত মনে পঢ়ি যায় দিদেৰো ভলটেয়াৰ আৰু গডউইনৰ বচনাৱলী। সেই গ্ৰন্থবোৰৰ অধ্যয়ন কৰি তোলে তেওঁক অতিশয় বিহ্বল। চকুৰ পৰা আপোনা আপুনি চকুপানী নিগৰি ওলায়। নিস্ব জনৰ প্ৰতি হৃদয়ত সাৰ পাই উঠে গভীৰ সহানুভূতি। মনে মনে তেও শপত খায়—মই সৎ হম মই জ্ঞানী হম। গোটেই জীৱন মই সৌন্দৰ্য্যৰ আৰাধনা কৰিম। মানৱীয় মৰ্য্যাদাৰ প্ৰতিষ্ঠাৰে মই ধৰণী শুৱনি কৰিম।

নিজৰ ঘৰত শ্বেলী চাৰিজনী ভনীয়েক এজন ডাঙৰ ককায়েক আৰু আত্মীয় হেৰিয়েট গ্ৰোভৰ দ্বাৰা পৰিবেষ্টিত হৈ আছিল। তেওঁৰ আটাই তকৈ প্ৰিয় আছিল ডাঙৰ ভনীয়েক এলিজাবেথ আৰু মৰমীয়াল আত্মীয়া হেৰিয়েট। আচলতে হেৰিয়েটৰ প্ৰতি তেওঁৰ অন্তৰত সঞ্চাৰ হৈছিল প্ৰথম প্ৰেমৰ। গীৰ্জাৰ চূড়াৰ ছাঁত বহি তেওঁলোক তিনিও আকাশ পাতালৰ কথা পাতি তন্ময় হৈ পৰে। দুইজনী ছোৱালীৰ আগত তেওঁ সহজ-সৰল পৃথিৱীৰ ছবি আঁকিছিল। এই জগতৰ দুটা কাল। এটা কালে থাকে পাপ—যাৰ প্ৰতিনিধিত্ব কৰে ৰজা পুৰোহিত আৰু ধনী-বোৰে আৰু আনটো হল পুণ্যৰ—যাৰ প্ৰতিনিধি পুণ্যাত্মা দাৰ্শনিক সৰ্বহাৰা আৰু দুখীয়াসকল। একালৰ পোষক হ'ল ধৰ্ম আন কালৰ পোষক গডউইনৰ Political Justice

প্ৰেমৰ বিষয়ে তেওঁ গভীৰ তত্ত্ব তেওঁলোকৰ আগত বিবৃত কৰে। ই এক মহৎ অনুভূতি। ই মানুহৰ নিয়ন্ত্ৰণৰ বাহিৰত। ইয়াৰ সাহ-

বস্তু হ'ল স্বাধীনতা। এক বন্ধ পৰিবেশৰ মাজত ই হেৰাই যায়। বাধ্যবাধকতা ঈৰ্ষা আৰু ভয়ৰ সৈতে ই সহাৱস্থান কৰিব নোৱাৰে। ই বিচাৰে সম্পূৰ্ণ আত্মবিশ্বাস আৰু অবাধ স্বাধীনতা। বিয়া মাত্ৰ এক বন্দীত্ব।

বিবাহ সম্পৰ্কে শ্বেলীৰ এই মন্তব্য কিন্তু এই অবিবাহিত ছোৱালী দুজনীয়ে গ্ৰহণ কৰিবলৈ টান পায়। হেৰিয়েটে এই ভাল নলগা কথাবোৰ এৰাই চলিবৰ বাবে উলিয়ায় তেওঁলোক তিনিও মিলি লিখা উপন্যাস Za tro zı-ৰ কথা। এই উপন্যাসৰ নায়ক এজন ডকাইতৰ দলপতি উদ্ধত আৰু স্বৈৰাচাৰী। নায়িকা সুকোমল পৱিত্ৰতাৰ প্ৰতিমূৰ্তি।

সময় কাটি যায় Z stro ı-ৰ আলোচনাত। গধূলি হয়। এলিজাবেথে শ্বেলী আৰু হেৰিয়েটক এন্ধাৰত এৰি থৈ গুচি যায়। এন্ধাৰৰ মাজত লাহে লাহে বিয়পি পৰে জোনাক ৰেখা। দুই প্ৰেমিক প্ৰেমিকা আগবাঢ়ে। শ্বেলীৰ হাতৰ মুঠিৰ মাজত হেৰিয়েটৰ কোমল হাত। পথাৰৰ কুঁৱলী আহি পথৰ মাজত বিস্তাৰিত হৈছে। বতাহে কঁপাই থৈ যায গছৰ আগবোৰ। জোনৰ মুখখনৰ সন্মুখত গছৰ পাতবোৰ আউলি জাউলি হৈ পৰে।

ফুলৰ পাহবোৰ জাপ খাই পৰিছে অৱনমিত হৈছে কুসুমকলি বোৰ। গধূলিৰ এই চকা মকা এন্ধাৰ পোহৰে হঠাতে শ্বেলীক মনত পেলাই দিয়ে পুনৰ ইটনৰ পৰিবেশলৈ ঘূৰি যোৱাৰ কথা। কিন্তু তেওঁৰ হাতৰ মাজত প্ৰিয়াৰ হাতৰ সজীৱ পৰশে তেওঁৰ অন্তৰত দি চি দিয়ে অফুৰন্ত সাহস। এক স্বৰ্গীয় দূতৰ দৰে নতুন বাণী লৈ তেওঁ যু্ঁজিব। ওৰ পেলাব সকলো নিষ্পেষণৰ।

১৮১ চনত টিমোথী শ্বেলীয়ে তেওঁৰ পুতেকক কলেজীয়া শিক্ষাৰ কাৰণে অক্সফোৰ্ডত ভৰ্তি কৰি দিলে। হোটেলত থোৱাৰ পৰিৱৰ্তে পুতেকক থলে John Slatter-ৰ লজত। পটা দিনত মি. শ্বেলীয়ো ইয়াতে আছিল। পুতেকক কলেজত ভৰ্তি কৰা পৰ্ব শেষ হোৱাৰ

পাছত অক্সফোর্ডৰ কিতাপৰ দোকানখনলৈ লৈ গৈ পুতেকক তেওঁ দোকানীৰ সতে চিনাকি কৰি দি কলে—এয়া মোৰ লৰা শ্বেলী। ইয়াৰ এক সাহিত্যিক প্ৰৱণতাও আছে। ইতিমধ্যে এখন Zastrozzi নামৰ ৰোমাঞ্চো লিখি উলিয়াইছে। ছপা কাৰ্য্যত শ্বেলীক সহায় কৰাৰ কথা কৈ সেই দোকানত বাকীকৈ কিতাপ বহী কিনাৰ ঠিক ঠাক কৰি দিলে মি শ্বেলীয়ে।

কলেজীয়া জীৱন শ্বেলীয়ে ভাল পালে। এই জীৱনত যথেষ্ট স্বাধীনতা আছে। ইচ্ছামতে শ্ৰেণীত থাকিব পাৰি নেথাকিলেও কথা নাই। ইয়াতেই তেওঁ চিনাকি হ ল Jeffe son H gg-ৰ লগত। সাহিত্যৰ আলোচনাৰেই দুয়োৰে চিনাকি। শ্বেলীয়ে প্ৰথমতে আৰম্ভ কৰিলে এতিয়াৰ শ্ৰেষ্ঠ সাহিত্যৰূপে মই অভিহিত কৰিব খোজো জাৰ্মানী কাব্য সাহিত্যক।

হগে হাঁহি এটা মাৰি ক লে 'জামান সাহিত্যত প্ৰকৃতিৰ বিশেষ স্থান নাই। তাৰোপৰি তেওঁলোকৰ ৰোমান্তিকতায়ো অতিষ্ঠ কৰি তোলে। অন্তহীন কথাৰ শেষ নহয়। শেষত দুয়ো হগৰ কোঠাত সোমাল। আকৌ ওলাল জামান সাহিত্যৰ কথা। হগে অৱশেষত এই সাহিত্য সম্পৰ্কে তেওঁৰ অলপীয়া অভিজ্ঞতাৰ কথা স্বীকাৰ কৰিলে।

সাহিত্যৰ প্ৰসংগৰ পৰা ওলাল এইবাৰ ৰাসায়নিক বিশ্লেষণ আৰু পদাৰ্থ বিজ্ঞানৰ নতুন নতুন আৱিষ্কাৰৰ কৰা।

শ্বেলীয়ে কথা কৈ থাকোঁতে হগে নীৰৱে পৰীক্ষা কৰি গ ল তেওঁৰ ব্যক্তিত্ব সাজপোচাক সকলো। মানুহজনৰ সাজপোচাক যথেষ্ট দামী কিন্তু পিন্ধাত অপৰিপাটী আৰু কাপোৰবোৰ সোত-মোচ খোৱা। তেওঁ ওখ কিন্তু দেহটো ক্ষীণ আৰু আলসুৱা শৰীৰৰ অ গী ভংগীবোৰ মোহনীয়। মুখৰ বৰণ বগচুৰা ঠিক ছোৱালীৰ দৰে। চুলিবোৰ ডাঠ মুগা বৰণীয়া দীঘল আৰু মিহি। তেওঁৰ দেহাৱয়বত আছে এক সজীৱতা যেন এক অগ্নিৰ উত্তাপ মস্তিষ্কত আছে অতি প্ৰাকৃত বুদ্ধিদীপ্ততা।

শ্বেলীয়ে কেৱল অনর্গলভাৱে কথা কৈ গৈ আছে। তেওঁৰ কথাৰ সুৰতে সুৰ মিলাই ওচৰতে থকা ঘড়ীটোত ঘণ্টাধ্বনি বাজি উঠিল। শ্বেলীয়ে চিঞৰি উঠিল উৰা মোৰ মাইনেৰালজিৰ ক্লাচ। আৰু একো নকৈ তেওঁ দৌৰ' দৌৰিকৈ চিঞৰি তলৰ ফালে নামি গ ল।

কলেজ ছুটীৰ পাছত আকৌ আৰম্ভ হয় আলোচনা। দুয়োৰে বন্ধুত্ব গাঢ়ৰ পৰা গাঢ়তৰ হয়। দুয়ো একেলগে ফুৰিবলৈ যায়। ফুৰিবলৈ যাওঁতেও ওৰে বাটে সক ল ৰাৰ দৰে আচৰণ কৰি গৈ থাকে শ্বেলীয়ে। হগে আপোন মনে সেইবোৰ দৃশ্য উপভোগ কৰি গৈ থাকে। ঘূৰি ঘূৰি ক্লান্ত শ্বেলী সোমাই পৰে হগৰ কোঠাত টোপনি ক্লান্ত হৈ শ্বেলী শুই পৰে কম্বল এখনৰ ওপৰত। ছয় বজাৰ পৰা দহ বজা মানলৈ তেওঁ শোৱে। দহ বজাত ধহমহকৈ উঠি বহে। চকু মুখ মোহাৰি আৰু কথা ক বলৈ আৰম্ভ কৰে নহলেবা কবিতা আবৃত্তি কৰে। এঘাৰটামান বজাত ভাত খাবলৈ বহে। তেওঁৰ আহাৰ একেবাৰে সাধাৰণ মা স তেওঁ নাখায়। তেওঁ ৰুটি ভাল পায় আৰু সদায় জেপত এ কাটাকৈ পাওৰুটি ৰাখে। ৰুটিৰ পাছতেই তেওঁৰ প্ৰিয় খাদ্য হ ল পুডি । সুস্থিৰ হৈ বহি খোৱাটো তেওঁ মুঠেই পচন্দ নকৰে।

খোৱাৰ পাছত তেওঁৰ মন আৰু পৰিষ্কাৰ হয় আৰু কথাবোৰ চমক-লগা হৈ পৰে। তেতিয়া তেও হেৰিয়েটৰ কথা পাতিবলৈ ধৰে। হগক হেৰিয়েটলৈ লিখা চিঠিবোৰ দেখুৱায়। ভনীয়েক এলিজাবেথৰ কথা ওলায়। কেতিয়াবা আকৌ দেউতাকে তেওঁলৈ দিয়া উপদেশপূৰ্ণ চিঠিবোৰ পঢ়ি শুনায়। তাৰ পাছত দুয়ো সেইবোৰ ব্যাখ্যা কৰি হাঁহে। কেতিয়াবা আকৌ লক হিউম বা ভ টেয়াৰৰ গ্ৰন্থ এখন খুলি লয় আৰু তাৰ বিষয়ে মন্তব্য কৰিবলৈ আৰম্ভ কৰি দিয়ে।

হগে শ্বেলীৰ এই স্ব াৱ চৰিত্ৰবাৰলৈ বিস্ময় নেত্ৰে চাই অভিভূত হৈ পৰে।

শ্বেলীয়ে গভীৰভাৱে ভাল পাইছিল হেৰিয়েট গ্ৰোভক। অক্সফোডত থকা কালত হেৰিয়েটৰ স্মৃতিয়ে তেওঁক আকুল কৰি তুলিছিল। অনুৰাগ

সনা আবেগ বিহ্বল চিঠিৰে হেৰিয়েটৰ লগতে শ্বেলীয়ে সম্পৰ্ক ৰাখিছিল। কিন্তু তেওঁৰ চিঠিৰ গূঢ় অৰ্থ হেৰিয়েটে বুজিব নোৱাৰি বিৰক্ত হৈ পৰিছিল। গডউইনৰ উক্তি তুলি দিয়া প্ৰেমপত্ৰবোৰৰ দুৰ্বোধ্যতাই তেওঁক কন্দুৱাই দিছিল।

হেৰিয়েটে শ্বেলীৰ এই প্ৰেমপত্ৰবোৰ নিজৰ মাকক দেখুৱালে। মাকে সেইবোৰ শ্বেলীৰ দেউতাকক দিবলৈ ক'লে। শ্বেলীৰ পিতৃ মাতৃয়ে পুতেকৰ এই চিঠিবোৰ পাই চিন্তিত হৈ পৰিল। এজনী সুন্দৰী ৰূপহী ছোৱালী হেৰিয়েট। তাই শ্বেলীৰ দৰে এজন আদৰণীয়া ল'ৰাৰ মাজত কি বিচাৰি পাব। সিতো কাকো নেমানে আনকি বিয়া বাৰুৰ বিৰুদ্ধে বিষোদগাৰ কৰে। হেৰিয়েটে নিজেও এলিজাবেথক কৈ দিলে শ্বেলীৰ লগত তাইৰ মিলন অসম্ভৱ। শ্বে ী অসীম প্ৰতি াৰ অধিকাৰী তাইৰতো একোৱে নাই। তাই এলিজাবেথক ক'লে মই আন ছোৱালীবোৰৰ দৰে এজনী সাধাৰণ ছোৱালী। তেওঁ মোক কল্পনাৰে গঢ়ি লৈছে। মোক যেতিয়া তেওঁ প্ৰকৃত ৰূপত দেখা পাব তেতিয়া নিশ্চয় তেওঁ হতাশ হ'ব।

শ্বেলী ঘৰলৈ অহাত এলিজাবেথে হেৰিযেটৰ মনৰ পৰিৱৰ্তনৰ কথা ক'লে। শ্বেলীয়ে হেৰিয়েটক লগ ধৰিও এই কথাকেই উপলব্ধি কৰিলে। তাইৰ যেন সেই আগৰ উদ্যম হেৰাই গৈছে। তাই তাইৰ কাষৰ পৰা শ্বেলীক আঁতৰি যাবলৈ ক'লে। সকলোৰে প্ৰতি শ্বেলীৰ যি অবিশ্বাস সেয়া হেৰিয়েটে পচন্দ নকৰে।

শ্বেলীয়ে তাৰ উত্তৰত ক'লে মোৰ এই ধৰ্মীয় মতবাদে মোক কেনেকৈ ভ্ৰাতৃ হোৱাৰ পৰা বন্ধু হোৱাৰ পৰা প্ৰেমিক হোৱাৰ পৰা বঞ্চিত কৰে নাজানো।

হেৰিয়েটে তাৰ উত্তৰত ক'লে 'তুমি যেনেকৈ ভালপোৱা তেনেকৈ ভাবি থকা কিন্তু মোৰ ভাগ্যক তোমাৰ লগত জড়িত কাৰবলৈ নক'বা।

জীৱনত এয়া প্ৰথমবাৰৰ বাবে শ্বেলীৰ পৰিচয় ঘটিল নাৰীৰ উদাসীনতাৰ সেতে। তেওঁ দুখত বলীয়াৰ দৰে হৈ পৰিল। শীতৰ

উলংগ গছবোৰৰ মাজে মাজে অকলে অকলে তেওঁ ফিল্ড প্লেচলৈ তীব্ৰ বেগেৰে আগবাঢ়িল। ৰবফৰ আঘাত তেওঁ পাহৰি গল। গৈ গৈ তেও কবৰখানা পালে। তাতেই তেওঁ প্ৰথম মিলিত হৈছিল হেৰিয়েটৰ লগত। ৰাতি দুই বজাত তাৰ পৰা উভতি আহিল। শোৱাৰ আগে আগে তেও পিষ্টলটোত গুলী ভৰাই ললে। তৈয়াৰ কৰি ললে এক বিহৰ মিশ্ৰণ। হয়তো গুলিয়াই নহলে বিষপানেৰে মৃত্যুক তেওঁ আদৰি আনিব। কিন্তু তেওঁ সংকল্প ত্যাগ কৰিলে মাত্ৰ এখন মুখৰ কথা স্মৰণ কৰি। সেইখন মুখ ভনীয়েক এলিজাবেথৰ। তাই জানো পাৰিব তেওৰ মৃতদেহটো চাই থিৰেৰে থাকিব।

পিছদিনা হগলৈ তেওঁ সকলো কথা জনাই চিঠি লিখিলে। তেওঁ কাকো দোষাৰোপ নকৰিলে। মাক পিতাক বা হেৰিয়েটৰ প্ৰতি কোনো অভিযোগ প্ৰকাশ নেপালে। মাথো তেওঁ বিষোদগাৰ কৰিলে মতবাদৰ অসহনীয়তাক। তেও প্ৰতিজ্ঞা কৰিলে— H I wear nd I b k my o th m y ınfin ty Et n ty bl st m —I w th t I w ll n v f g v ın t l anc It th nly po nt n wh l I ll w my lf to n ourage evenge very moment I can spare shall b d vot d to my bj t Intol an e of th g eatest d sse v e to socıety ıt encourages p ejudıces wh h str k t th t f th dear t, th t nd est f ts t Oh h w I w h I w th a nger !— th t t w e m n to cru h th d mon to hu l hım t h n t v hell nev t rıse gaın nd thus to establıshed for ever perfect and unı ersal toleratıon

( P 27 )

ফিল্ডপ্লেচত পোন্ধৰ দিন থাকিল তেওঁ। এলিজাবেথে মতা সত্বেও গ্ৰেলী ঘৰত থকা দিন কেইটাত হেৰিয়েট তেওঁলোকৰ ঘৰলৈ আহিবলৈ

সম্মত নহ'ল। শ্বেলীয়ে এলিজাবেথৰ লগত হগৰ মিলনৰ কথা ভাবিলে। হগলৈ এলিজাবেথলৈ লিখা কবিতা কিছুমানো পঠিয়াই দিলে। হগে লিখা কিছুমান কবিতা তেও এলিজাবেথকো দিলে। হগে এটা কবিতা লিখি পঠিয়াইছিল শ্বেলী আৰু হেৰিয়েটৰ ওপৰত। শ্বেলীক তাত ওক গছ আৰু হেৰিয়েটক এডাল আইভি লতা বুলি বৰ্ণাই ক'লে যে আইভিডালে ওক গছ ডালত সাৱটি ধৰি শ্বাসৰুদ্ধ কৰিব ওলাইছে।

শ্বেলীয়ে হগলৈ লিখিলে "তুমি কিন্তু নকলা যে আইভিডালে ওকডাল ধ্বংস কৰাৰ পাছত এতিয়া ওচৰতে থকা পাইন এডালত বগাইছে।

এই পাইন গছডাল আছিল M Heyl এজন ধনী আৰু সুস্থ মত াদৰ মানুহ। শ্বেলীৰ ভাষাত এটা মাটিৰ লডা। হগলৈ তেও লিখিলে Shei l t t m f r ver ' Sh i m ed ' Married to cold of arth She will become as in n bl h lf All th fin cap b l ti w ll m uld r L t us speak n m n the subj ct

(P 29)

তেওঁৰ মতৰ প্ৰতি অসহনীয়তাই তেওঁক খুব বেছি ক্ষিপ্ত কৰি তুলিছিল ব্যৰ্থ প্ৰেমে তেওক যেন আৰু বেছি ক্ষিপ্ত কৰি তুলিলে। তেওঁ এইবাৰ নিজৰ মতৰ দৃঢ়তা প্ৰতিপন্ন কৰিবলৈ উ ি য়ালে এখন প্ৰচাৰ পত্ৰিকা। নাম দিলে The n cessity of Athei m সেইখনৰ তলত নাম দিয়া হ'ল Je em h Stuk l y। এটা গোপন নাম। নিজ হাতে সেইবোৰ কঢ়িয়াই লৈ আহি দেউতাকে চিনাকি কৰি দিয়া O f d ৰ কিতাপৰ দোকানত থৈ দিলেহি। দোকানীয়ে সেইখন দেখি আ'চৰিত হ'ল জ্যামিতিক সূত্ৰৰ আকাৰত প্ৰকাশ কৰা প্ৰচাৰ পত্ৰিকাখনত ভগৱানৰ অস্তিত্বৰ অসাম্ভৱ্যৰ বিৰুদ্ধে কি গভীৰ যুক্তি!

কিন্তু দোকানত দেখা এই প্ৰচাৰ পত্ৰিকাখনে আটাইতকৈ বেছি আশ্চৰ্য্যান্বিত কৰিলে N w Coll g ৰ F llow R J hn Walk ক। দোকানীলৈ চাই তেওঁ চিঞৰি উঠিল Th Necessity of Atheism—এইবোৰৰ অৰ্থ কি?

দোকানীয়ে সন্ত্ৰস্ত হৈ ক লে চাব এইবোৰৰ বিষয়ে আমি একো নেজানো। এইবোৰ ব্যক্তিগতভাৱে আমি পৰীক্ষা কৰিও চোৱা নাছিলো। Th N ess ty of Athei m এই শিৰোনামা-টোৱে ই কেনেকুৱা বস্তু হ ব পাৰে তাক বুজাৰ বাবে যথেষ্ট আছিল। ঠিক আছে বাৰু। এতিয়াও গোটেইখিনি কাগজ পুৰি পেলাওক মি ওৱাকাৰে দোকানীক ক লে।

মি ওৱাকাৰৰ এনে আদেশ দিয়াৰ অধিকাৰ নাছিল। কিন্তু তেও নিশ্চয় এই বিষয়ে বিশ্ববিদ্যালয় কৰ্তৃপক্ষক জনাব। গতিকে তেওঁৰ আদেশ পালন কৰি শ্বেলীক দোকানীয়ে মাতি পঠালে। শ্বেলী আহিল। কাগজ পুৰি পেলোৱা দেখি তেওঁৰ খং উঠিল। শ্বেলীৰ দৃঢ়তাই দোকানীক আচৰিত কৰি দিলে চিঞৰি চিঞৰি শ্বেলীয়ে নিৰ্ভীক কণ্ঠেৰে ক লে— মই মোৰ ইচ্ছামতে ভবাৰ আৰু তাক প্ৰকাশ কৰাৰ অধিকাৰ আছে। এইবাৰ তেনেহলে মই Th Necess ty of Atheism-ৰ একোখন বিচপ সকললৈ বিশ্ববিদ্যালয়ৰ আচাৰ্য্য সকললৈ কলেজৰ অধ্যাপক আৰু গুৰু (Dean) সকললৈ পঠাই দিম। সেইবিলাকত মই নিজ হাতে লিখি দিম শ্ৰদ্ধাৰে Jeremiah Stukeley ৰ পৰা বুলি।

ইয়াৰ কিছুদিন পাছতে ডীনে শ্বেলীক মাতি পঠালে। Th Necessity of Ath ism এখন দেখুৱাই শ্বেলীক সুধিলে ই তেওঁৰ ৰচনা হয়নে নহয়।

শ্বেলীয়ে উত্তৰ নিদিলে।

শ্বেলীয়ে ক লে যদি আপুনি প্ৰমাণ কৰিব পাৰে কৰক। মোক এনেদৰে প্ৰশ্ন কৰাটো আপোনাৰ আইনসংগত হোৱা নাই।

এইখন তোমাৰ ৰচনা বুলি অস্বীকাৰ কৰিব খোজা নেকি ?

মই উত্তৰ দিব নোখোজো।

তেনেহলে তোমাক কলেজৰ পৰা বহিষ্কাৰ কৰা হ'ল। তুমি অহা কাইলৈ কলেজ এৰি যাব লাগিব।

শ্বেলী হগৰ কোঠালৈ হুৰ মূৰকৈ আহি চোফাখনত বহি পৰি নিজে কৈ উঠিল "বহিষ্কৃত বহিষ্কৃত।

হগে সকলো শুনিলে। তেওঁৰ মতে ই শ্বেলীৰ বাবে গুৰুতৰ শাস্তি হৈছে। হগে কর্তৃপক্ষলৈ ইয়াৰ বিৰুদ্ধে লিখিলে। হগকো মাতি পঠালে কর্তৃপক্ষই আৰু তেওকো কলেজৰ পৰা বহিষ্কাৰ কৰিলে।

অক্সফোডৰ এই ঘটনা শুনি শ্বেলীৰ দেউতাক খঙত জ্বলি উঠিল। দেউতাকে শ্বেলীলৈ লিখিলে—তেওঁৰ পৰা যদি শ্বেলীয়ে অনুকম্পা আৰু সহায় পাব লাগে তেনেহলে তেও তলত দিয়া কামবোৰ কৰিব লাগিব। প্ৰথমতে তেওঁ পোনে পোনে ফিল্ডপ্লেটলৈ যাওক। দ্বিতীয়তে H gg-ৰ লগত সকলো যোগাযোগ বন্ধ কৰক। তৃতীযতে তেওঁ এনে এজন ভদ্ৰলোকৰ লগত থাকিব লাগিব আৰু শিক্ষা গ্ৰহণ কৰিব লাগিব যাৰ নাম তেও নিদেশ কৰে।

ইয়াৰ উত্তৰত শ্বেলীয়ে কোনো এটা চতকে মানি ল বলৈ সম্মত নহ'ল। টিমোথী শ্বেলী কি কর্তব্যবিমূঢ় হ'ল। কিন্তু যি কোনো উপায়ে তেও পুতেকক ঘূৰাই আনিবই লাগিব। শ্বেলী তেওঁৰ ভৱিষ্যতৰ উত্তৰাধিকাৰী।

মি শ্বেলীয়ে এইবাৰ বেলেগ উপায় উলিয়ালে। তেওঁ হগ আৰু শ্বেলীক Miller Hotel ত ভোজনৰ বাবে মাতি পঠিয়ালে। তাতে দুয়োকে নানা ধৰণে বুজাই চালে। পুতেকৰ ৰাতিপুৱা ভ্ৰমণৰ বাবে ঘোৰা ঠিক কৰিবলৈ যাবলৈ পঠাই হগক অকলে পাই তেওঁ শ্বেলীৰ বিষয়ে সুধিলে সি কিয় এনে হ'ল ?

হগে যুক্তি দিলে প্ৰেমৰ ক্ষেত্ৰত তেও প্ৰত্যাখ্যান পায়ে হয়তো এনেদৰে ক্ষিপ্ত হৈ পৰিছে। এতিয়া প্ৰয়োজন শ্বেলীৰ বিয়া ঠিক

কৰা। নহ'লে বা অন্তত তেওঁৰ পছন্দ হোৱা কোনোবা ছোৱালীৰ লগত মিলিব দিয়া।

এনেতে শ্যেলী উভতি আহিল। মি শ্যেলীয়ে তেতিয়া অন্য প্ৰসংগ উলিয়ালে। হাউচ অব কমনচত চেওঁ তেনেদৰে সম্মানিত হৈছে তাৰ কথা ক'লে। তাৰ পাছত দুয়োকে P ley ৰ যুক্তি কিছুমান পঢ়ি শুনালে। P ley ৰ Natural Theology য়ে তেওঁৰ পুতেকৰ পৰিৱৰ্তন সাধন কৰিব পাৰিব বুলিয়ে তেওঁ আশা কৰিছিল।

কিন্তু ইয়াৰ ফল ওলোটাহে হ'ল। শ্যেলী বেছি বিৰক্তহে হ'ল। তেওঁ পিতাকৰ লগত যাবলৈ অস্বীকাৰ কৰিলে। খঙতে পিতাকে পুতেকক এটা পেনিও নিদিবলৈ সংকল্প ল'লে। হগলৈ কিন্তু টিমোথী শ্যেলীৰ বেয়া ভাব নহ'ল। লৰাজন তেওঁৰ পুতেকতকৈ বেছি মানৱদৰদী। সি সদায় তেওৰ পুতেকৰ দৰে নীতিক লৈয়ে ব্যস্ত নেথাকে। হগে জীৱনক বুজি পায়। বিযাৰ বিষয়ত তাৰ দৃষ্টিভংগী বেচ জ্ঞানপ্ৰসূত।

হগৰ এই বুদ্ধিমত্তাৰ পৰিচয় আৰু ভালকৈ পোৱা গ'ল কিছুদিন পাছত। হগে পিতাকৰ লগত সন্ধি কৰিলে আৰু পিতাকৰ উপদেশতে ওকালতি পঢ়িবলৈ গ'ল বন্ধু শ্যেলীক পোলাণ্ড ষ্ট্ৰীটৰ সেই ঘৰটোত অকলশৰীয়াকৈ এৰি থৈ।

শ্যেলীৰ নিসঙ্গ জীৱনক আকৌ হেৰিয়েটৰ স্মৃতিয়ে আৱৰি ধৰিলে। কিন্তু পিছ মুহূৰ্তত তাইক এক আত্মশূন্য শৰীৰ বুলি ধৰি লৈ সান্ত্বনা লাভ কৰিলে। এতিয়া শ্যেলীৰ সন্মুখত সমস্যাৰূপ থিয় দিছে লণ্ডন মহানগৰীত চলাতো। পিতৃয়ে তেওৰ প্ৰতি কোনো দয়া নেদেখুৱালে। কেৱল মাজে মাজে ভনীয়েকে মনে মনে পকেট খৰচৰ বাবে অলপ টকা পঠাব ধৰিলে। ইয়াৰ ওপৰত ভৰসা কৰিয়ে তেও চলিব লগা হ'ল।

এই সময়তে শ্যেলীৰ জীৱনলৈ আহিল আন এজনী সুকোমলা গাভৰু— হৰিয়ট ওৱেষ্টব্ৰুক। তাইৰ চুলিবোৰ মুগা-বৰণীয়া গাখীৰ আৰু গোলাপৰ সংমিশ্ৰণেৰে নিৰ্মিত তাইৰ মুখমণ্ডল। দুয়োৰে মাজত

ভল্টেয়াৰৰ Philosophical Dictionary অধ্যয়নৰ যোগেদি বন্ধুত্বই প্ৰগাঢ় ৰূপ ললে। তিৰোতা মহলত দুয়োকে লৈ আলোচনা হব ধৰিলে। শ্বেলীৰ দৰে এজন নাস্তিক উদ্ধত মানুহৰ লগত হেৰিয়েটৰ মিলা-মিছাই বহুতকে বিতুষ্ট কৰি তুলিলে। হেৰিয়েটে কিন্তু গভীৰভাৱে ভাল পালে শ্বেলীক। অৱশেষে তেওঁ হেৰিয়েটক লৈ পলোৱাৰ সংকল্প কৰিলে।

এই বিষয়ত তেওঁ হগৰ পৰামৰ্শ বিচাৰিলে। হগে শ্বেলীক বিয়া পাতিবলৈহে উপদেশ দিলে লগতে কলে যে গডউইনে বিয়াৰ বিৰুদ্ধে লিখিও তেওঁ দুবাৰ বিয়া কৰাইছিল। হগৰ উপদেশ কিন্তু ব্যৰ্থ হল। শ্বেলীয়ে হেৰিযেটক লৈ পলাই গল।

এডিনবাৰ্গ মেইলত উঠি দুই প্ৰেমিক প্ৰেমিকাই এডিনবাৰ্গ পালেহি।

ইয়াতেই স্কটিছ গীৰ্জাৰ সাধাৰণ অনুষ্ঠানেৰে বিবাহ উৎসৱ উৎযাপন কৰা হল। বিবাহ উৎসৱৰ দিনাখন ৰাতি শ্বেলীয়ে হঠাতে এক অভাৱনীয় পৰিস্থিতিৰ সন্মুখীন হব লগা হল। তেতিয়া ভোজ সমাপন হৈছে সকলোৱে শুভৰাত্ৰি জনাই আঁতৰি গৈছে। শ্বেলী আৰু হেৰিয়েটে দুয়ো দুয়োকে একেবাৰে কাষত পাই আত্মহাৰা। হঠাতে কোঠাৰ দুৱাৰত টোকৰ পৰিল। শ্বেলীয়ে দুৱাৰ মেলি দেখিলে ঘৰৰ মালিক। কেবাজনো বন্ধুৰ সৈতে তেওঁ উপস্থিত হৈছে। মানুহ কেইজনৰ চকু-মুখত মদৰ ৰাগী। মদৰ ৰাগীত মালিকে কলে ইয়াৰ নিয়মমতে মাজৰাতি ন কইনাক হুইস্কীৰে গা ধুৱাই দিয়া হয়

শ্বেলী জাঙুৰ খাই উঠিল। পকেটত থকা পিস্তলটো হাতত উলিয়াই লৈ তেওঁ চিঞৰি উঠিল—আৰু যদি এখোজ আগবঢ়া তেনেহলে মই মূৰ উকৰাই দিম।

এজন সুদৰ্শন ডেকা লৰাৰ এনে ভয়ানক ৰূপ দেখি আটায়ে বিচুৰ্তি খালে আৰু শ্বেলীক সন্মান দেখুৱাই কঁপা কঁপা ভৰিৰে কোনোমতে তললৈ নামি গল মানুহ কেইজন।

এডিনবাৰ্গত কিছুদিন থকাৰ পিছত তেওঁলোকৰ সংসাৰ চাবলৈ আহিল শ্বেলীৰ বন্ধু হগ। আনন্দতে শ্বেলীয়ে হগক সাৰটি ধৰি হেৰিয়েটক মাতি আনি চিনাকি কৰি দিলে। হেৰিয়েটক দেখি হগ বিমুগ্ধ হ'ল। সচাকৈয়ে ইমান সৌন্দৰ্য্যৰ অধিকাৰিণী কোনোবা নাৰীক আগতে দেখা যেন তেওৰ মনতে নপৰে।

মন খুলি কথা বতৰা পতাৰ পাছত তিনিও ফুৰিবলৈ ওলাই গ'ল। শ্বেলীয়ে প্ৰস্তাৱ দিলে M y Stuart ৰ প্ৰাসাদ চোৱাৰ। গোটেই বাটটো হেৰিয়েটে সেই দুৰ্ভগীয়া ৰাণীৰ কাহিনী বৰ্ণাই গ'ল। প্ৰাসাদ চোৱাৰ পাছত হঠাতে তেওঁলোক Arthur-ৰ আসনত উঠাৰ কথা উলিয়ালে। তাত উঠিলে গোটেই মহানগৰীখন দেখা পায়। কিন্তু হঠাতে শ্বেলীয়ে ক'লে যে তেওৰ বেলেগ কাম আছে। গতিকে তেওঁ ঘৰলৈ যাবলৈ আৰু হগে হেৰিয়েটৰ লগত সেইবোৰ ঘূৰি পকি চাই পিছত উভতি আহিব।

হগ আৰু হেৰিয়েট মহানগৰীৰ দৃশ্য চাই বিভোল হ'ল। বিশেষকৈ হগৰ বাবে ই বিশেষ উপভোগ্য হৈছিল কাৰণ হেৰিয়েটৰ দৰে এক সুন্দৰী তেওৰ কাষত।

এনেদৰেই মোহনীয় সঙ্গীৰ সৈতে তিনি সপ্তাহ কটালে হগে। হেৰিয়েটৰ লগত তেওঁৰ সম্পৰ্ক ক্ৰমে ঘনিষ্ঠ হৈ উঠিল। এতিয়া শ্বেলী নোহোৱাকৈয়ে দুয়ো ফুৰিবলৈ ওলাই যায়। কেতিয়াবা যদি বতৰ বেয়া হয় ঘৰতে থাকে। হেৰিয়েটে হগৰ আগত পঢ়ি যায় Telemaqu গ্ৰন্থৰ বৃহৎ অংশ।

ছয় সপ্তাহত হগ ইয়ৰ্কলৈ উভতি যোৱা ঠিক কৰিলে। শ্বেলী আৰু হেৰিয়েটো ওলাল ইয়ৰ্কলৈ। এবছৰ ইয়ৰ্কত থাকি তিনিও পুনৰ লণ্ডনলৈ উভতি আহিব আৰু চিৰদিনৰ কাৰণে থাকি যাব লণ্ডনত।

কিন্তু ইয়ৰ্ক শ্বেলীৰ ভাল নেলাগিল। ইয়াৰ পৰা গুচি যাব খুজি শ্বেলীয়ে টকা-পইচাৰ কথাও ভাবিলে। টকা-পইচা নহ'লে উভতি যাব কেনেকৈ? তেওঁ কাকফিল্ডৰ কেপ্টেইন পিল্ফোণ্ডৰ ওচৰলৈ

যোৱাটোকে ঠিক কৰিলে। তেওঁ তাতে Miss হিটচেনাৰকো লগ ধৰিব আৰু তাইকো ইয়ৰ্কলৈ লৈ আহিব আৰু বাটতে এলিজাক লগ ধৰি এলিজাকো লণ্ডনলৈ লৈ যাব। হেৰিয়েটে হেনো বায়েক এলিজাক বৰকৈ কাষত বিচাৰিছে।

হেৰিয়েটক হগৰ লগত থৈ শ্বেলী কাকফিল্ডলৈ গুচি গ'ল। এই অপৰিচিত মহানগৰীত হেৰিয়েট আৰু শ্বেলীয়ে মুক্তভাৱে বিচৰণ কৰিবলৈ ধৰিলে। শ্বেলীৰ গহীন গহীন লগা ভাবৰ পৰিৱৰ্তে হগৰ হাস্যমধুৰতাই হেৰিয়েটৰ মনত আনন্দ দিব ধৰিলে হগে হেৰিযেটে পঢ়ি যোৱা T l m q গ্ৰন্থখন শুনি থাকে। তাইৰ গ্ৰন্থৰ পাঠৰ দক্ষতাক সি প্ৰশংসা কৰে।

এই সুন্দৰীৰ সহচৰ্য্য হগৰ বাবে অত্যন্ত আনন্দকৰ হৈ পৰিল সুবিধা পালেই হগে হেৰিয়েটক লৈ নদীৰ ফালে ওলাই গ'ল। দুয়ো নৈৰ পাৰত বহিল। হেৰিয়েটে হগৰ লগত বিভিন্ন ধৰণৰ কথা পাতিব ধৰিলে। হেৰিয়েটে সুধিলে—আত্মহত্যা সম্পৰ্কে আপোনাৰ অভিমত কি? কেতিয়াবা বাৰু আপুনি নিজকে ধ্বংস কৰি পেলোৱাৰ কথা ভাবিছেনে?

হগে চমুকৈ উত্তৰ দিলে— মই এই কথা কোনো দিন ভবা নাই

মই কিন্তু মাজে মাজে ভাবো পঢ়া দিনতে' আত্মহত্যা কৰাৰ সংকল্প লৈ মাজনিশা মই সাৰ পাই উঠিছিলো।।

কথাৰ যোগেদি দুয়োৰে মাজত আন্তৰিকতা আৰু গাঢ় হৈ উঠে তাৰ পাছত দুয়ো চাহ খায়। হেৰিয়েটে হাতত তুলি লয় তাইৰ প্ৰিয় গ্ৰন্থ। এটা সময়ত টেৰিয়েটে হগক শুভৰাত্ৰি জনাই আঁতৰি যাব খোজে। হগে হঠাতে প্ৰশ্ন কৰি পেলাই তাই সঁচাকৈয়ে ভালনে?

তাৰ পাছদিনাখন হেৰিয়েটক হগে কৈ পেলায় তাইক সি অন্তৰেৰে ভাল পাবলৈ লৈছে।

হেৰিয়েট খণ্ডত জিকাৰ খাই উঠিল। তাৰ তেনেকুৱা আচৰণৰ বাবে লাজ দি তাই ক'লে শ্বেলীৰ বন্ধুত্বক সি এনেকৈ অপমানিত কৰিব বুলি

তাই ভবাই নাছিল। ভৱিষ্যতে এনে এষাৰ কথাও উচ্চাৰণ নকৰিবলৈ তাই সঁকিয়াই দিলে।

সেইদিনাথনেই এলিজা আহি পালে। হেৰিয়েটে এলিজাক পৰিচয় কৰি দিলে হগৰ লগত। এলিজা অকলে আহি পাইছিল। শ্বেলী তেতিয়াও উভতি অহা নাই।

তাৰ পাছদিনাথন শ্বেলী আহি পালে। কেপ্তেইন পিটফোল্ডৰ ওচৰলৈ তেওঁ যি উদ্দেশ্যে গৈছিল সেয়া সফল নহ'ল। পিটপোল্ড শ্বেলীৰ দেউতাকৰ ওচৰলৈ গৈছিল। কিন্তু শ্বেলীয়ে কোনোপধ্যে পুতেকক সংগায কৰিবলৈ সন্মত নহ'ল।

কিন্তু উভতি আহি শ্বেলীয়ে দেখিলে হগ আৰু হেৰিয়েটৰ সম্পৰ্কৰ যেন অৱনতি ঘটিছে। শ্বেলীয়ে হেৰিয়েটক ইয়াৰ বাবে ভাল নেপালে আৰু হেৰিযেটক সঁকিয়াই দিলে হগ মোৰ পৰম বন্ধু। তুমি তাক তেনে ব্যৱহাৰ কৰাটো মই ভাল পোৱা নাই।

এৰা পৰম বন্ধু—কিবা এক ইংগিত সানি হেৰিয়েটে কৈ উঠিল

শ্বেলীয়ে আচৰিত হৈ সুধিলে তুমি ইযাৰ যোগেদি কি ইংগিত কৰিব খুজিছা?

হেৰিয়োট হগৰ কাহিনী আৰম্ভ কৰিলে—হগে মোক ভাল পাব খোজে। প্ৰথমতে মই এনেয়ে কোৱা বুলি ভাবিছিলো। কিন্তু যোৱা কালি তেও মোক আকৌ সেই কথাকে দোহাৰি নেৰিলে লগতে ক'লে যে মোক নেপালে হেনো তেওঁ আত্মহত্যা কৰিব।

শ্বেলীৰ তেজবোৰ যেন গোট মাৰি বৰফ হৈ গ'ল। তেওঁ চোফাখনত বহি পৰিল। গ্ৰহণে যেন পৃথিৱীখনক আচ্ছন্ন কৰি পেলাইছে। হগৰ প্ৰতি ঘৃণা বিদ্বেষেৰে শ্বেলীৰ অন্তৰ ভৰি পৰিল। শ্বেলীয়ে হগক লগত লৈ ফুৰিবলৈ ওলাল। হগে অনুমান কৰিলে শ্বেলীয়ে ফুৰিবলৈ নি নিশ্চয় এই কথাকে উলিয়াব।

হগে অৱশেষত নিজেই সকলো কথা স্বীকাৰ কৰি ক'লে—হেৰিয়েটৰ সৌন্দৰ্য্যই মোক আপ্লুত কৰি পেলাইছিল। মই তেওঁক প্ৰেম নিবেদন কৰিছিলো।

এয়া প্ৰেম নহয় হগ এয়া বাসনা। ই পাশৱিক প্ৰকৃতিৰ বাহিৰে আন একোৱে হ ব নোৱাৰে। তাৰ পাছত হগৰ এই দোষ ক্ষমা কৰি দি তেওঁ ক লে মই তোমাক খ কৰা নাই। মই তোমাৰ অপৰাধকহে ঘৃণা কৰিছোঁ।

ঘূৰি আহি শ্বেলীয়ে এলিজাক ক লে হগক ক্ষমা কৰি দিয়াৰ কথা। এলিজাই চিঞৰি উঠিল—তুমি আৰু এই মানুহজনৰ সংস্পৰ্শত থাকিব বিচৰা? হে ভগৱান। হেৰিয়েটৰ কি হ ব?

পিছদিনা চেম্বাৰৰ পৰা ঘূৰি আহি হগে দেখিলে শ্বেলীহঁত থকা কোঠাটো শূন্য।

শ্বেলীয়ে হেৰিয়েট আৰু এলিজাক লগত লৈ লেকলৈ যোৱা ঠিক কৰিলে। লেকক পচন্দ কৰাৰ কাৰণ হ ল তাত দুই প্ৰখ্যাত কবি ছাদি আৰু কোলৰিজো থাকে। তেওঁলোকৰ লগত চিনাকি হোৱাৰ ইচ্ছাই শ্বেলীক লেকলৈ লৈ আহিল।

কেচবিকত শ্যেলীয়ে এটা সৰু ঘৰ ললে। শ্যেলীৰ এই নতুন ঠিকনালৈ বিভিন্ন ধৰণৰ চিঠি আহিবলৈ ধৰিলে। হেৰিয়েটৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰি হগে লিখিলে গোটেই জীৱন তাইক পূজা কৰাৰ কথা। হেৰিয়েটে আচৰিত হোৱাৰ লগতে গৰ্ববোধো কৰিলে। শ্যেলীয়ে হেৰিয়েটক বুজালে চিন্তা নকৰিবা সময় আৰু দূৰত্বই এদিন হগক তোমাৰ কথা পাহৰাই পেলাব।

তেওঁলোকৰ ঘৰৰ ওচৰতে আছিল No folk-ৰ ডিউক জন। তেওঁ শ্যেলী আৰু দেউতাকৰ মাজত এটা মীমাংসা কৰি দিবলৈ আগ বাঢ়িল। শ্যেলীৰ অৰ্থাভাৱ বাঢি যোৱাত পুনৰ তেওঁ ডিউকলৈ লিখিলে। ডিউকে শ্যেলীক ঘৈণীয়েক আৰু এলিজাৰ সৈতে গ্ৰেষ্টোকৰ ঘৰলৈ মাতি আনিলে। হেৰিয়েটৰ দেউতাকে ডিউকৰ ঘৰৰ কথা শুনি শ্যেলীক বছৰত দুশ পাউণ্ডকৈ দিবলৈ প্ৰতিশ্ৰুতি দিলে। ইপিনে শ্যেলীৰ দেউতাকেও দুশ পাউণ্ডকৈ বছৰত দিবলৈ গাত ললে। টকাৰ অভাৱ যেনিবা দূৰ হ ল। শ্যেলীয়ে অৱশ্যে ভয় কৰিছিল পিতাকে

ইয়াৰ বিনিময়ত কিবা চৰ্ত পূৰণ কৰাৰ কথা ক ব বুলি। মি শ্যেলীয়ে সেই সন্দেহ নিৰসন কৰি লিখিলে— এই ভাট্টা তোমালৈ আগবঢ়োৱা হ ল যাতে অপৰিচিত মানুহে তোমাক ঠগাব নোৱাৰে।

গ্ৰেষ্টোকত থাকোঁতে শ্যেলীয়ে কবি ছাদিৰ বন্ধু ইউলিয়াম কালভেৰ্টৰ লগত পৰিচিত হয় আৰু তেওঁৰ যোগেদি ছাদিৰ লগত সম্পৰ্ক ঘটে। কিন্তু এই কবিৰ লগত পৰিচয় হৈ তেওঁৰ মোহভঙ্গ ঘটিল। ছাদিয়ে এখন আলোচনাত ৰজা তৃতীয় জৰ্জৰ প্ৰসংগত লিখিছিল—এতিয়ালৈকে ৰাজপাটত বহা ৰজাসকলৰ ভিতৰত শ্ৰেষ্ঠ ৰজা হ ল তৃতীয় জৰ্জ। এইটো দেখ দেখকৈ যে তোষামোদ শ্যেলীৰ বুজিবলৈ বাকী নেথাকিল। ৰাজকবি হোৱাৰ আশাত তেওঁৰ দৰে কবি এজনে তেনে কৰাটোক তেওঁ ক্ষমা কৰিব নোৱাৰিলে। তেওঁলৈ শ্যেলীয়ে লিখিলে যে এতিয়াৰে পৰা কবিক শ্যেলীয়ে এজন পাৰিশ্ৰমিক লোৱা দাস ৰূপে আৰু অপৰাধী হিচাপে গণ্য কৰিব। এনে এজ কবিক তেওঁ আৰু কেতিয়াও দেখা নকৰে।

ছাদিৰ কথাই তেওক বেছি দিনলৈ ক্ষুণ্ণ কৰি নেৰাখিলে কাৰণ তেও ইতিমধ্যে গডউইনৰ খবৰ পাইছে। গডউইন লণ্ডনত থাকে। গডউইনৰ গুণমুগ্ধ শ্যেলীয়ে তেওঁলৈ লিখিলে— গডউইনৰ নামে মোৰ মনত শ্ৰদ্ধা আৰু সপ্ৰশ স ভাবৰ জন্ম দিলে। মোৰ চৌপাষে আৱৰি থকা এন্ধাৰক তেওঁ পোহৰাই তুলিব বুলি মই ধাৰণা কৰিলে।। মই আপোনাৰ নাম সন্মানিত মৃতক সকলৰ তালিকাত থকা বুলি ভাবিছিলে। কিন্তু সেয়া নহয় আপুনি জীৱিত আৰু মানৱজাতিৰ মঙ্গলৰ পৰিকল্পনাত ব্যস্ত।

গডউইনে শ্যেলীৰ চিঠি পাই তেওৰ সম্পূৰ্ণ পৰিচয় বিচাৰিলে। শ্যেলীয়ে তেওঁৰ আত্মজীৱনীৰ দৰে জীৱনৰ কথাবোৰ বৰ্ণনা কৰি তেওঁলৈ চিঠি লিখিলে। পিতৃৰ পোৱা ব্যৱহাৰৰ কথা লিখিবলৈও তেও নেপাহৰিলে।

গডউইনৰ লগত তেওঁৰ যোগাযোগে তেওঁক অত্যন্ত উৎসাহিত কৰি তুলিলে। তেও হেৰিয়েট এলিজা গডউইনৰ পৰিয়ালটোক

লৈ ধ্যান গৃহ গটি তোলাৰ স্বপ্ন দেখিলে। কিন্তু তাৰ আগতে হেৰিয়েট আৰু এলিজাক লগত লৈ গ ল আয়াৰলেণ্ডলৈ। তাতে কথলিক মুক্তি আৰু দেশৰ সৰ্বাংগীণ উন্নতিৰ কাৰণে তিনি মাহ কটালে। কিন্তু আয়াৰলেণ্ডৰ বিশৃংখলা আৰু লেতেৰা অৱস্থাই তেওঁক নিৰাশ কৰিলে। ইংলণ্ডৰ গাৱলীয়া জীৱনৰ স্বচ্ছন্দতা সৌন্দৰ্য্যই যেন তেওঁক হাত বাউলি দি মাতিব ধৰিলে।

শ্যেলীৰ জীৱনৰ আদৰ্শ পুৰুষ গডউইন। শ্যেলীৰ জীৱনৰ দৰেই তেওঁৰ জীৱনো বিচিত্ৰময়। যিজন মানুহে ত্ৰিশ বছৰ বয়সত জীৱন আৰম্ভ কৰিছিল গীৰ্জাৰ পাত্ৰী হিচাপে সেইজন মানুহেই হ ল এজন নাস্তিক আৰু ৰিপাব্লিকান।

১৯৭ চনত শ্যেলীৰ প্ৰখ্যাত গ্ৰন্থ Political Ju tic প্ৰকাশিত হয়। প্ৰধানমন্ত্ৰী পিটে গ্ৰন্থখনৰ বাবে লিখকক গুৰুতৰ শাস্তি বিহিব খুজিছিল। কিন্তু গ্ৰন্থৰ জনপ্ৰিয়তাই তেওক ভয় খুৱাই দিলে।

চাৰি বছৰৰ মূৰত গডউইনে বিয়া কৰালে মেৰী ওলষ্টোনক্ৰাফটক। এওঁ প্ৰতিভাশালী লিখিকা আছিল। এজনী কন্যা সন্তান জন্ম দি এও মৃত্যুবৰণ কৰে। বিবাহ প্ৰথাৰ তুৰ্ঘোৰ বিৰোধিতা কৰা গডউইনে দ্বিতীয় বিবাহ কৰালে ক্লেইৰমোণ্ট নামৰ বিধৱা এজনীকে। তেওলোকৰ যুগ্ম জীৱন কষ্টকৰ হৈছিল। ৫টা সন্তান সেইখন ঘৰত। তাৰে প্ৰথমজনী হ ল মেৰী ওলষ্টোনক্ৰাফট তেওৰ মৃতা পত্নীৰ সন্তান। প্ৰতিভাশালী এইজনী ছোৱালী মেৰী নামেৰে প্ৰখ্যাত। ক্লেইৰমোণ্টৰ প্ৰথম পতিৰ সন্তান তুজন। জেন আৰু চাৰ্লচ। তাৰ পাছত গডউইন আৰু ক্লেইৰমোণ্টৰ ল ৰা সন্তান এজন এই সংসাৰৰ আন এজন সন্তান হ ল গিলবাৰ্ট ইমলে। মেৰ ওলষ্টোনক্ৰাফট আৰু তেওৰ আমেৰিকান প্ৰেমিকৰ ছোৱালী।

গডউইনৰ দ্বিতীয় পত্নী বৰ মেজাজী তিৰোতা। ফেনী আৰু মেৰীক তেও কঠুৱা ব্যৱহাৰ কৰে। তেওঁ স্কীনাৰ পথত থকা জুবেনাইল লাইব্ৰেৰী পৰিচালনা কৰে।

১৮১২ চনত জেমচ পথৰ হোটেলত থকা শ্যেলীয়ে হেৰিয়েটৰ সৈতে গডউইনক দেখা কৰিবলৈ ওলাল। গডউইনৰ গোটেই পৰিয়ালটোৱে জুবেনাইল লাইব্ৰেৰীৰ ওপৰত থকা বাসগৃহত বৈ আছিল শ্যেলীৰ বাবে। শ্যেলীয়ে গডউনৰ ব্যক্তিত্বক সুন্দৰকৈ ধৰিব পাৰিলে। গডউইনৰ দ্বিতীয়া পত্নীয়ে সেউজীয়া পোছাক আৰু চচমা পিন্ধিছিল। তেওঁ যদিও পৰ নিন্দুক বুলি মানুহে কয় তেওঁক কিন্তু বেচ অমায়িক যেন দেখা গল। তেওঁ খুব ভদ্ৰ আৰু অলপ বিষাদগ্ৰস্ত। ঘৰখনৰ এজনী সদস্যা মেৰী অনুপস্থিত আছিল। গডউইনে কলে—ঘৰখনত একমাত্ৰ অনুপস্থিত সদস্যা হল মোৰ ডাঙৰ ছোৱালী মেৰী। তাই বৰ্তমান স্কটলেণ্ডত আছে। তাই ঠিক মাকৰ দৰে। বাৰু মই তেওঁৰ মাকৰ ফটো তোমালোকক দেখুৱাম।

গডউইনে তেওলোকক তেওঁৰ পঢ়া কোঠালৈ লৈ গল। তাতে মেৰীৰ মাকৰ এখন ডাঙৰ ছবি আঁৰি থোৱা আছে। তাত তেওঁলোক বহিল। গডউইন আৰু শ্যেলীয়ে বিভিন্ন কথা উলিয়ালে। বিশেষকৈ পাতুৰীৰ স্থান জাৰ্মান সাহিত্য আৰু পদাৰ্থৰ শক্তিৰ সৈতে থকা সম্পৰ্কৰ কথা। কথা পাতি থাকোঁতে দুয়োলৈ চাই চাই ভাবিলে গডউইনক চক্ৰেটিচৰ দৰে লাগে আৰু তেওঁৰ ওচৰত যেন সুন্দৰ গ্ৰীক যুৱক সদৃশ শ্যেলী।

গডউইনৰ ঘৰৰ লগত এক আন্তৰিক সম্পৰ্ক গঢ়ি উঠিল শ্যেলীৰ। এই সময়ত নিউটনৰ লগতো তেওঁৰ পৰিচয় ঘটে। নিউটনক তেওৰ ভাল লাগি যায়। নিউটনে কিছুমান তথ্য উদ্ভাৱন কৰিছিল আৰু তেওঁৰ ব্যক্তিগত জীৱনত সেইবোৰ প্ৰয়োগো কৰিছিল। তেওঁৰ মতে মানুহে আদিতে বিষুৱীয় মণ্ডলত বসবাস কৰিছিল। তাৰ পিছত উত্তৰৰ ফাললৈ গল। মানুহে বহুতো অস্বাভাৱিক অভ্যাস গ্ৰহণ কৰিলে আৰু মানুহৰ দুখৰ উৎস এয়াই। তেওঁৰ মতে তেনে এটা অভ্যাস হ'ল কাপোৰ পিন্ধাটো। সেয়ে বোধহয় তেওঁ লৰা ছোৱালীবোৰক উলংগ কৰি ৰাখিছিল। আন এটা বেয়া অভ্যাস হল মাংস খোৱাটো।

সেয়ে তেওঁৰ ঘৰখনত সদায় নিৰামিষ খাদ্যহে চলিছিল। নিৰামিষ খাদ্য খোৱা কাৰণে ডাক্তৰ আৰু ঔষধৰ প্ৰয়োজন তেওঁলোকে অনুভৱ নকৰিছিল। তেওঁৰ ল ৰা ছোৱালীবোৰো আছিল সুঠাম চেহেৰাৰ। যেন একো একোটা সুন্দৰ ভাস্কৰ্য্যৰ আৰ্হিহে।

এবছৰ ইয়ৰ্কত থকাৰ পাছত হগে পঢ়া শেষ কৰি লণ্ডন পালেহি।

এদিন গধূলি কাষত একাপ গৰম চাহ লৈ আৰামী চকীত বহি হগে কিতাপ মেলি লৈ বহিছে মাত্ৰ শ্যেলী আহি তেওঁৰ কোঠাত হাজিৰ। শ্যেলীয়ে হগৰ উদ্দেশ্যে একে লেথাৰীয়ে ক ব ধৰিলে মই তোমাৰ ঠিকনা স গ্ৰহ কৰিলো।—বিশেষ উকিল এজনৰ পৰা। তোমাৰ ইমান দিনতো একো খবৰেই নাই। মই কিছুদিন আগতে আয়াৰলেণ্ডৰ পৰা ঘূৰি আহিছো। মই আইৰিচ কেথোলিক সকলৰ মাজত মানৱতা প্ৰচাৰ কৰিবলৈ গৈছিলো। তাৰ পিছত ওৱেলচলৈ উভতিলো। নয়ন সুন্দৰ দেশ। হেৰিয়েট ভালে আছে। তেও এতিয়া সন্তানসম্ভৱা। তুমি বাৰ্কলে পঢ়িছানে? এই সময়ত মই হেলভেটিয়াচ পঢ়ি আছো।

শ্যেলীয়ে কোঠাটোত ঘূৰি ফুৰিব ধৰিলে। কিতাপবোৰৰ পাত লুটিয়ালে। ইটোৰ পাছত সিটো প্ৰশ্ন কৰি গ ল। শ্যেলীয়ে যেন পাহৰি গৈছে হগে যে এসময়ত তেওঁক অসন্তুষ্ট কৰি তুলিছিল তাৰ আচৰণেৰে।

বহুৰাতিলৈ শ্যেলীয়ে কথা পাতি থাকিল। অৱশেষত এনে হ লগৈ যে কাষৰ মানুহবোৰ আহি তেওঁলোকক কথা পাতিবলৈ হাক দি যাব লগা হ ল।

শ্যেলীয়ে বিৰক্ত হৈ ক লে—তোমাৰ ওচৰ চুবুৰীয়াবোৰ একেবাৰে অভদ্ৰ। এওঁলোকে নেজানে যে ৰাতিহে মানুহৰ আত্মাবোৰে পূৰ্ণভাৱে মুক্তিৰ আৰাম অনুভৱ ৰে।

হগে কোনোমতে শ্যেলীক তেওঁৰ কোঠাৰ পৰা বাহিৰলৈ উলিয়াই

লৈ আহিল শ্যেলীয়ে আকৌ বাটত ক লে হেৰিয়েটে তোমাক দেখিলে খুব ভাল পাব। তুমি অহা কাইলৈ আহিবা। মোৰ লগত মিচ হিট চোনাৰ এতিয়াও আছে। কিন্তু দুই এদিনতে তাই যাবগৈ।

পিছদিনা হগ শেলীৰ ঘৰত ওলালগৈ। হেৰিয়েট তেওঁক আগ্রহেৰে আদৰিলে। হেৰিয়েটলৈ চাই হগে ক লে তোমাক বেচ ভাল দেখা গৈছে হেৰিয়েট।

এলিজাই তাৰ উত্তৰত ক লে—"নহয় নহয় তাইৰ স্নায়ুবোৰ বৰ দুৰ্বল হৈ পৰিছে।

কথা প্রস গত মিচ হিটচেনাৰৰ কথা ওলাল। হেৰিয়েটে ক লে তাই এজনী ভয়ানক ছোৱালী। শ্যেলীক তাইৰ প্রেমত পেলাব খোজে। তাই দেখুৱাব খোজে যে তাইহে শ্যেলীৰ প্রেম পাবৰ যোগ্য আৰু মই ঘৰ দুৱাৰ চম্ভলাৰ কাৰণেহে। পার্চীয়ে বছৰত এশ পাউণ্ডকৈ দিম বুলি কৈছে যদি তাই ইয়াৰ পৰা যায়গৈ।

শ্যেলীয়ে মিচ হিটচেনাৰ যোৱাটো খাটাং বুলি ক লে। তেওঁৰ দৰে এজন মানুহে মিচ হিটচেনাৰক ইমান টকা দিয়াটো মূর্খামিৰ দৰে হৈছে। কিন্তু এয়া যে দৰকাৰী হৈ পৰিছে তাইৰ পৰা মুক্তি পাবলৈ।

উঃ কি ধৰণৰ যে কুৎসিত তিৰোতা! এনে তিৰোতা যদি স্বর্গত থাকে তেনেহলে নৰক কাক বুলি কোৱা যাব? তাই আকৌ কবিতা লিখে? তিৰোতাৰ স্বাধীনতাৰ অধিকাৰৰ ওপৰত তাই কবিতা লিখিছে। All all are men the woman like the re t, কবিতাটো গাই শ্যেলীয়ে উচ্চস্বৰে হাঁহিব ধৰিলে

পিছদিনা হেৰিযেটৰ মূৰৰ বিষ উঠা বুলি কৈ হগক হিটচেনাৰ আৰু এলিজাক ফুৰাবলৈ নিবলৈ ক লে হগে হেৰিয়েটৰ বিপৰীতে এই দুই নাৰী সহচর্য্য অকণো ভাল নেপালে।

হগ যেতিয়া ঘূৰি আহিল হেৰিয়েটে হাঁহি হাঁহি সুধিলে—তুমি এই হিটচেনাৰৰ লগত বিৰক্ত হৈ পৰা নাইনে?

এলিজাই হগক কাণে কাণে ক লে—তুমি যদি আগতে জানিলা-হেঁতেন তাই কিমান লেতেৰা তেনেহলে তুমি তাইৰ ওচৰলৈ নগ লাহেঁতেন।

মিচ হিটচেনৰে ওলাই যোৱাৰ পাছত শ্যেলীৰ ঘৰখনত অমিয় শান্তি বিৰাজ কৰিলে। এক শান্ত পৰিবেশত শ্যেলীয়ে তেওঁৰ দীঘলীয়া কাব্য কুইনমাব লিখিবলৈ আৰম্ভ কৰিলে। ইয়াৰ মাজতে তেওলোকে ওয়েলচলৈ গ ল আৰু দ্বিতীয়বাৰৰ বাবে আয়াৰলেণ্ড পালে। কিন্তু এইবাৰৰ ভ্ৰমণত কোনো ৰাজনৈতিক উদ্দেশ্য নাছিল।

শ্যেলীক সন্তুষ্ট কৰিবলৈ হেৰিয়েটে লেটিন শিকিবলৈ ললে। হেৰিয়েটক তেও নিজা পদ্ধতিৰে শিক্ষা দিবলৈ ধৰিলে। ব্যাকৰণ আৰম্ভ নকৰাকৈয়ে তেওঁ পোনে পোনে হোৰেচ আৰু ভাৰ্জিল পঢ়ুৱাবলৈ ধৰিলে।

কিছুদিন পাছত হেৰিয়েট এটি কন্যা সন্তানৰ মাতৃ হ ল। শ্যেলীয়ে তাইৰ নাম থলে আয়েন্থ। মাকে থলে এলিজাবেথ।

কেঁচুৱাটো হোৱাৰ পাছত লাহে লাহে হেৰিযেট আৰু শ্যেলীৰ সম্পৰ্কৰ অৱনতি ঘটিল। শ্যেলীৰ সংসাৰ সম্পৰ্কে উদাসীনতা তেওঁৰ আৰ্থিক অনাটন আৰু নিজৰ অলপীয়া টকাৰে অইনক সহায় কৰি লৈ যোৱাৰ প্ৰৱণতা এইবোৰ উপাদানে তেওৰ সা সাৰিক জীৱনত যেন আউল লগালে। এলিজাই শ্যেলাৰ ওপৰত অভিযোগ তুলি ক লে— তেওঁ দুখীয়া লেখকৰ জৰিমনাৰ টকা দিব পাৰে কিন্তু নিজৰ তিৰোতাক ভাল কাপোৰ এসাজ দিব নোৱাৰে! এতিয়া যদি ওঠৰ বছৰ বয়সতে তেওঁক পিন্ধাব নোৱাৰা কেতিয়া পিন্ধাবা।

এই সময়ছোৱাত এলিজাৰ অনুপ্ৰেৰণাত Ryan নামৰ মিলিটাৰী মেজৰ এজন তেওঁলোকৰ ঘৰলৈ সঘনাই অহা যোৱা কৰিবলৈ ধৰিলে। তেৰোঁ হেৰিয়েটৰ দৰে এজনী ধুনীয়া তিৰোতাই লেটিন পঢ়া আৰু ডাঙৰ ডাঙৰ কিতাপ পঢ়ি কষ্ট পোৱা বুলি বৰ আবদাৰ কৰিব ধৰিলে।

এলিজাৰ প্ৰেৰণা Ryan-ৰ আবদাৰ সকলোৱে মিলি হেৰিয়েটকো জাকজমক জীৱনৰ প্ৰতি আকৰ্ষিত কৰিলে। শ্যেলীয়ে হেৰিয়েটৰ এই প্ৰৱণতাক ঘিণ কৰিবলৈ ধৰিলে।

লাহে লাহে দুয়োৰে মাজত বিভেদৰ প্ৰাচীৰ এখন ওখ হৈ উঠিব ধৰিলে। এই সময়তে শ্যেলীৰ জীৱনলৈ আহিল কৰ্ণেলিয়া মেদাম দ বইনভিলৰ ছোৱালী। শ্যেলী আৰু তেওঁৰ বন্ধু হুগে বইনভিলৰ আমন্ত্ৰণ ক্ৰমে ব্ৰেকনেলৰ তেওঁৰ ঘৰলৈ গৈছিল আৰু তাতে কৰ্ণেলিয়াৰ পেট্ৰাৰ্কৰ চনেট আবৃত্তি শুনি মুগ্ধ হ'ল।

কিছুদিন পিছত শ্যেলীয়ে হেৰিয়েটক মাতি পঠালে। হেৰিয়েটে আহি দেখিলে শ্যেলী কৰ্ণেলিয়াৰ কবিতা আবৃত্তিৰ মাজত সকলোকে যেন পাহৰি যাবলৈ আৰম্ভ কৰিছে। ঘৰুৱা কথা বতৰা পতাতকৈ শ্যেলীয়ে বেছি ভাল পায় কৰ্ণেলিয়াৰ সৈতে সময় কটাই। হেৰিয়েটৰ অসহ্য লাগিল। তাই পুনৰ লণ্ডনৰ বায়েকৰ ওচৰলৈ উভতি আহিল। শ্যেলীৰ বন্ধুৱে শ্যেলীক জানিবলৈ দিলে হেৰিয়েটে মেজৰ বেনৰ লগত গৈছিল।

এই খবৰে শ্যেলাক বিয়াৰ পিছত প্ৰথমবাৰৰ বাবে নাৰীৰ বিশ্বাস ঘাতকতাক স্পষ্ট কৰি তুলিলে। এক বুজাব নোৱাৰা বেদনাই তেওঁক আচ্ছন্ন কৰি পেলালে তেও মনৰ যুক্তি—তেওঁ ভাগ্যৱান কাৰণ এনে এজনী সাধাৰণ তিৰোতাৰ পৰা তেওঁ মুক্তি লাভ কৰিলে। কিন্তু পিছ মুহূৰ্তত অতীতৰ স্মৃতি পৰম আনন্দ দুখ কষ্ট এই সকলোবোৰে যেন এখন জাল গুঠি পেলালে। যাৰ মাজৰ পৰা ওলোৱাৰ কোনো উপায় নাই।

শ্যেলী তৎক্ষণাত হেৰিয়েটৰ ওচৰলৈ উ-তি আহিল। কিন্তু হেৰিয়েটে যেন তেওঁক আগৰদৰে গ্ৰহণ কৰিব নোৱাৰিলে। তেওঁৰ যি স্ত্ৰী আছিল এসময়ত শান্ত আৰু নমনীয় এতিয়া তাই হৈ পৰিছে উদাসীন আৰু উদ্ধত। ই কেনেকৈ সম্ভৱ হ'ল? গুৰে বাটে অকলশৰে ঘূৰি ঘূৰি শ্যেলীয়ে মনতে ভাবিলে মই কি মূৰ্খ! মই এনে এজনী

তিৰোতাৰ লগত সাঙুৰ খাই আছোঁ যিয়ে মোক অকণো ভাল নেপায়। তাই মোক টকা আৰু সম্পত্তিৰ কাৰণেই বিয়া কৰাইছিল আৰু এতিয়া সেইবোৰ একোকে নেপাই তাই এতিয়া নিজৰ ভুলৰ বাবে নিজকে শাস্তি দিব লাগিছে। এখন বৰফৰ অন্তৰ—এটা বৰফৰ টুকুৰা। হেৰিয়েট ইয়াৰ বাহিৰে আন একো হ'ব নোৱাৰে। শ্যেলীয়ে মনতে আওৰালে।

শ্যেলীয়ে হয়তো শান্ত সৰল হেৰিয়েটৰ অন্তৰ লগাবলৈ সমৰ্থ হ'লহেঁতেন কিন্তু তাৰ বাটত থিয় হৈছে এলিজা আৰু মেজৰ বেণ। হেৰিয়েট শুদ্ধ হোৱাৰ পথ হেৰাই গৈছে। তেওঁ পুনৰ এমাহৰ বাবে ব্ৰেকানললৈ যোৱা ঠিক কৰিলে। হয়তো এমাহ পাছত ঘূৰি আহি হেৰিযেটক দেখিবলৈ পাব এক ঘৃণনীয় পৰিবেশৰ মাজত শেষ হৈ গৈছে। এক বিষণ্ণ অন্তৰেৰে তেও আওৰালে বাৰ্ণচৰ কবিতা।

But Pleasures re l ke poppie pread
You se e th fl w ts bl om hed
Or lik the n w—f ll in th river
A mom nt wh t th n m lts f v r

তেওঁৰ এনে ভাব হ'ল স্ফটিকৰ স্বচ্ছ গম্বুজৰ ভিতৰত যেন তেওঁৰ কল্পনাই বাস কৰিছিল। হেৰিযেট আয়েন্থ আৰু এলিজাবেথে যেন প্ৰতিবন্ধৰ ৰূপেৰে তাত প্ৰৱেশ কৰিছে। মিছাই তেও সেইবোৰ আঁতৰাই পেলাবৰ চেষ্টা কৰিছে। তেওৰ হাতৰ দুৰ্বল অস্ত্ৰবোৰ যেন বাস্তৱৰ হেঁচাত ভাঙি চিঙি গ'ল।

হেৰিয়েটৰ প্ৰতি তেওৰ মনৰ মাজতে জাগি উঠা এই বিৰাগৰ সময়ত শ্যেলীয়ে হেৰোৱা আনন্দ মাধুৰী বিচাৰি পালে গডউনৰ ছোৱালী মেৰীৰ মাজত। এই আলসুৱা ছোৱালীজনীৰ মাজত শ্যেলীয়ে বিচাৰি পালে অফুৰন্ত সাহসিকতা পিতাকৰ প্ৰভাৱত তাইৰ মন আছিল নাৰীসুলভ সংস্কাৰৰ উৰ্ধত।

মেৰীয়ে আগৰ পৰাই ভনীয়েকৰ চিঠিৰ পৰা শ্যেলীৰ ৰূপ গুণৰ

কথা শুনি আছিল। এতিয়া শ্যেলীক নিজ চকুৰে দেখি তাইৰ অন্তৰতো জন্ম হ'ল এক দুৰ্বলতা। শ্যেলীৰ আগত মেৰীয়ে অন্তৰ উজাৰি কথা পাতিবলৈ ধৰিলে। মেৰীয়ে ক'লে তাইৰ পিতৃৰ প্ৰতি শ্ৰদ্ধা আছে। কিন্তু মাকে এই ঘৰৰ সকলো সুখ শান্তি কাঢ়ি নিছে। এই অশান্ত পৰিবেশৰ মাজৰ পৰা মুক্তি বিচাৰি সময়ে সময়ে তাই ওলাই যায় কবৰ থলীলৈ। তাতেই মনৰ শান্তি বিচাৰি পায়। শ্যলীকো তাই লগ ধৰিলে তালৈকে যাবৰ বাবে।

পাঁচ বছৰৰ যুৱত আন এজনী গাভৰুৰ সৈতে শ্যেলীয়ে আকৌ এবাৰ কবৰ থলীত উপনীত হ'ল। মেৰীৰ প্ৰতি শ্যেলীৰ অন্তৰত জাগিল দুৰ্বাৰ আকৰ্ষণ। তাইৰ হাতখন নিজৰ হাতৰ মুঠিত তুলি লবলৈ ওঠজুৰিৰে মেৰীৰ ওঁঠ যুগল স্পৰ্শ কৰিবলৈ তেওঁ লালায়িত হৈ পৰিল। কিন্তু তেও তাইক কি দিব পাৰে? তেও যে বিবাহিত।

শ্যেলীয়ে মেৰীক সকলো কথা খুলি ক'লে। হেৰিয়েটৰ মাজত বিচাৰি নোপোৱা এক নাৰী সত্তাৰ তেওৰ প্ৰয়োজন হৈছে। যিয়ে কবিতা ভাল পায় দৰ্শন বুজিব পাৰে মেৰীয়ে শ্যেলীক সঁহাৰি জনালে।

মেৰীক শ্যেলীয়ে Q n Mab এখন উপহাৰ দিলে। হেৰিয়েটৰ নামত উছৰ্গা কৰা উছৰ্গা পৃষ্ঠাৰ তলতে শ্যেলীযে লিখি দিলে—Count 1 bendorf wa about t marry w man who attended soley by hı fortune proved he selfishness by dese tıng h m ın prı on

মেৰীয়ে আনন্দতে কিতাপখনত নিজে লিখিলে মই এই গ্ৰন্থকাৰক এনেদৰে ভাল পাও যে মই তাক প্ৰকাশ কৰিবলৈ অপাৰগ। মই তোমাৰ নহ'ব পাৰোঁ কিন্তু মই কেতিয়াও আনৰ নহওঁ। মই কেৱল তোমাৰে—

By the kiss of love the glance none saw beside
The smil none lse m ght und tand,
The whispe ed thought f heart allied,
The pressur of th th lling hand

মই তোমাৰ হৈ থকাৰ বাবে প্ৰতিজ্ঞাবদ্ধ আৰু এই দান মোৰ বাবে অতিশয় পৱিত্ৰ।

মেৰীৰ লগত শ্যেলীৰ এই সম্পৰ্ক গডউইনে অকণো ভাল নেপালে। এজন বিবাহিত মানুহৰ লগত মেৰীৰ সম্পৰ্কই তেওঁক বিতুষ্ট কৰি তুলিলে। শ্যেলীলৈ সাৱধান কৰি তেওঁ চিঠি লিখিলে। কিন্তু মেৰী আৰু শ্যেলী প্ৰেমত আকুল। দুয়ো প্ৰেম ৰাজ্যত উটি ভাঁহি ফুৰিব ধৰিলে।

এদিন শ্যেলীয়ে হেৰিয়েটক প্ৰকাশ্যে জনাই দিলে তেও অলপতে এজনী ছোৱালীৰ সেতে পলাই যাব। হেৰিয়েটক এতিয়াৰে পৰা তেও এজনী বান্ধৱী হিচাপে জ্ঞান কৰিব। হেৰিয়েটে এই আঘাত সহজভাৱে গ্ৰহণ কৰিব নোৱাৰিলে। তাই অসুস্থ হৈ পৰিল। শ্যেলীৰো আৰম্ভ হ'ল স্নায়ৱিক আলোড়ন। হেৰিয়েটৰ এই অৱস্থা দেখি শ্যেলীৰ দুখ লাগে। কিন্তু পিছ মুহূৰ্তত মেৰীৰ সান্নিধ্যই তেওক সকলো পাহৰাই দিয়ে। তেওঁৰ মন কেতিয়াবা হেৰিয়েটৰ স্মৃতিৰে আকুল হৈ উঠে। মেৰী হেৰিয়েট বিভিন্ন খেলিমেলিয়ে তেওক অশান্ত কৰি তোলে। অৱশেষত তেও নিজকে ডুবাই দিয়ে গভীৰ নিচাৰ মাজত। বন্ধু পিককৃক তেও বটলটো দেখুৱাই কৈ উঠে মই তোমাৰ Sophol s-ৰ শাৰীবোৰ নিজৰ মনৰ মাজতে আওৰাও।

Man happie t lot ı not to b
And when we trad life th rny st ep
M t blest are they who ıl t fr
D scend do death eternal sl ep

অৱশেষত শ্যেলীয়ে মেৰীক লৈ পলাই গ'ল। লগত ওলাল মেৰীৰ

ভনীয়েক জেন ক্লেয়াৰমণ্ট। এওঁলোক যোৱাৰ কথা আছিল চুইজাৰলেণ্ডলৈ। কিন্তু কিছুদিন পেৰিছত থকাৰ পাছত তেওঁলোকৰ টকা-পইচা শেষ হৈ গ'ল। তাৰ পাছত পুনৰ লণ্ডন পালেহি। লণ্ডনত বেংকৰ পৰা টকা উলিয়াবলৈ গৈ শ্যেলীয়ে দেখিলে হেৰিয়েটে সকলো টকা উলিয়াই পেলাইছে। শ্যেলী হেৰিয়েটৰ ওচৰলৈ গ'ল। হেৰিয়েটে প্ৰথমতে ভাবিছিল শ্যেলী আকৌ তাইৰ ওচৰলৈ উভতি অহা বুলি। কিন্তু তাই যেতিয়া জানিলে যে তলত মেৰী আৰু ভনীয়েকে অপেক্ষা কৰি আছে তাইৰ খুব খং উঠিল। তথাপি তাই কিছু টকা শ্যেলীক দিলে আৰু তাৰেই শ্যেলীয়ে কোনোমতে থকা ঠাই এডোখৰ ঠিক কৰি ললে।

কিছুদিন পিছত শ্যেলীৰ ককায়েকৰ মৃত্যু হোৱাত পৈত্ৰিক সম্পত্তিৰ কিছু অংশ লাভ কৰিলে। কিছু অৰ্থ তেওঁৰ হাতলৈ আহিল। তাৰে হেৰিয়েটক এটা বছৰেকীয়া ভাট্টাৰ ব্যৱস্থা কৰি দিলে। গডউইনৰ ধাৰবোৰৰ কিছু মাৰি দিয়াৰ সংকল্প ললে। আৰু তেওৰ এবছৰৰ ভাট্টা এহেজাৰ পাউণ্ড গডউইনক দিবলৈ ঠিক কৰিলে। গডউইনে কিন্তু শ্যেলীক তাতকৈ বেছি টকাৰ ধাৰ বিচাৰিলে। শ্যেলীৰ খং উঠিল। কিন্তু তাক সম্বৰণ কৰি তেওঁ গডউইনক জনাই দিলে যে যিজন মানুহে তেওঁৰ ছোৱালী পলুৱাই অনাৰ বাবে তেওৰ লগত সকলো সম্পৰ্ক ছেদ কৰিছে তেওঁৰ পৰা ইমান টকা বিচৰাৰ কোনো যুক্তি নাই। গডউইনে স্পষ্টভাৱে লিখি পঠালেও তেওঁ জীয়েকক কেতিয়াও গ্ৰহণ কৰিব নোৱাৰে। তেওঁ ঋণ পৰিশোধৰ বাবে ছোৱালীক বিনিময় কৰা নাই। তেওঁৰ সন্দেহ ইমান দূৰ পালেগৈ যে শ্যেলীৰ এখন চেক তেওঁ ঘূৰাই পঠালে আৰু লগতে ক'লে যে শ্যেলী আৰু গডউইনৰ নাম একেখন চেকতে থাকিব নোৱাৰে। তেওৰ স্বাচ্ছন্দ্য প্ৰেমৰ ক্ষেত্ৰত বাধা দিয়াৰ বাবে শ্যেলীয়ে খঙত গডউইনলৈ লিখিলে— Do not talk of forgiveness again to me for my blood boils in my veins and my gull rises gainst all that bears

the human form when I think of what I their benef ctor and ardent lover have endured of enmity and contempt from yo and f om all man k nd

গডউইনে তাৰ উক্তৰত লিখিলে— As long as under tanding and nt m nt h ll xı t ın th f me I hall n v c ase f m my dı pprob t n of th t act f yours which I reg rd th g t c lam ty f my lıfe

মেৰীৰ এটা পুত্ৰ সন্তান জন্ম হ ল। কিন্তু ল ৰাটো কিছুদিন পিছতে মৰিল। মেৰীয়ে সন্তানৰ স্মৃতি সু ৱৰি উন্মনা হৈ পৰিল। কেতিযাবা ৰাতি সপোনতে তাই সন্তানটোক দেখা পায়। সাৰ পাই দোলনাখনৰ কাষলৈ দৌৰি আ । দোলনাখন শূন্য। মেৰীৰ দুচকু ভৰি চকুপানী উপচি পৰে।

ইয়াৰ লগে লগে অন্য এক দু চিন্তাই মেৰীৰ মানসিকতাক আচ্ছন্ন কৰি পেলাইছে। ক্লেয়াৰ শেলীৰ প্ৰতি যে ক্ৰমাগতভাৱে দুৰ্বল হৈ পৰিছে তাৰ্লে লক্ষ্য কৰি মেৰী চিন্তিত হৈ পৰিল। মেৰীয়ে শেলীৰ ওচৰৰ পৰা ক্লেয়াৰক আঁতৰাই পঠাব খুজিলে। কিন্তু ক্লেয়াৰ শেলীৰ কাষৰ পৰা যাবলৈ ইচ্ছা নকৰে। অৱশেষত ক্লেয়াৰ লিনেমথলৈ যোৱাৰ ঠিক হ ল। তাবে তাই গডইউনৰ বান্ধৱী ব্ৰিকনেলা নামৰ বিধৱা এজনীৰ লগত থাকিব।

শেলীৰ পৰা আঁতৰি থাকি ক্লেয়াৰ তাইৰ শূন্য হৃদয় পৰিপূৰ্ণ কৰিব খুজিলে অইন এজনৰ প্ৰেমেৰে আৰু তাই সেই সময়ৰ জনপ্ৰিয় কবি বায়ৰণৰ মাজতে তাইৰ জীৱনৰ উপযুক্ত নায়কক বিচাৰি পালে ক্লেয়াৰক শেলীয়ে আগতে বায়ৰণৰ কবিতা পঢ়ি শুনাইছিল। তাই বায়ৰণৰ পাপ প্ৰতিভা সকলো বিষয়ে সম্পূৰ্ণ অৱগত। তেওঁৰ সৌন্দৰ্য্য তেওঁৰ উপাধি তেওঁৰ প্ৰতিভা তেওঁৰ সাহসিক ধাৰণা অংগ প্ৰেমৰ

কুৎসা ৰটনাবোৰে এজন পৰিপূৰ্ণ নায়কৰূপে বায়ৰণক তেওঁৰ সমুখত দাঙি ধৰিলে।

ক্লেয়াৰে যেন এনে এজন পুৰুষকে বিচাৰি আছিল। বায়ৰণৰ ঠিকনা সংগ্ৰহ কৰি তেওঁ বায়ৰণলৈ লিখিলে তাই যদি তেওঁক প্ৰেম নিবেদন কৰে তেনেহ'লে তেও প্ৰত্যাখ্যান কৰিব নেকি ?

ডনজুৱানে কোনো উত্তৰ নিদিলে। দ্বিতীয় চিঠিৰে ক্লেয়াৰে পুনৰ লিখিলে তেওঁৰ লগ ধৰাৰ কথা বায়ৰণে প্ৰত্যাখ্যান কৰিলে। তৃতীয় চিঠিত তাই থিয়েটাৰত নমাৰ ইচ্ছা প্ৰকাশ কৰি বায়ৰণৰ পৰামৰ্শ বিচাৰিলে। বায়ৰণে উত্তৰত থিয়েটাৰৰ পৰিচালকৰ সতে আলোচনা কৰিবলৈ লিখিলে। এইবাৰ বায়ৰণক ক্লেয়াৰে অনুৰোধ কৰিলে তাই লিখা উপন্যাস এখন চাই দিবলৈ। বায়ৰণ এইবাৰ নিমাতে থাকিল। ইয়াৰ পিছত ক্লেযাৰে তাই নিজকে তেওৰ ওচৰত সপি দিয়াৰ কথা উল্লেখ কৰি লিখিলে— তোমাৰ লগত মাত্ৰ দুটা ক্ষণ থাকিবলৈ দিবানে ? তুমি যাবলৈ কোৱাৰ পাছত মই আৰু এখন্তেকো নেথাকোঁ। তুমি যি ইচ্ছা তাকে কৰা যলৈকে ইচ্ছা তলৈকে গুচি যোৱা আৰু মোক বেয়া ব্যৱহাৰ কৰা তথাপিও মই কিন্তু তোমাৰ ভদ্ৰ ব্যৱহাৰ আৰু তোমাৰ মুখৰ সজীৱ দৃশ্য নেপাহৰে।।

বায়ৰণ তেতিয়া লণ্ডন এৰি চুইজাৰলেণ্ড বা ইটালীলৈ যোৱাৰ কথা। এই থৰতকীয়া যাত্ৰাই অবাঞ্ছিত প্ৰেমক যেন পৰিসীমিত কৰিলে।

ক্লেয়াৰ আতৰি যোৱাৰ পিছত শ্বেলীয়ে আন এখন দীঘলীয়া কাব্য লিখিলে। নাম থলে Alasfor বা Spirit of solitude কিন্তু লণ্ডনত শ্বেলী আৰু মেৰীয়ে থাকি ভাল নোপোৱা হ'ল। কাৰণ তেওঁলোকৰ এনে ধৰণৰ সম্পৰ্কৰ বাবে যেন বহু মানুহেই তেওঁলোকৰ ওপৰত অসন্তুষ্ট। ইয়াৰ পৰা বাহিৰলৈ যাবলৈ তেওলোকৰ মনত ইচ্ছা হ'ল।

ইতিমধ্যে মেৰীয়ে দ্বিতীয় সন্তানৰ জন্ম দিলে। মেৰীয়ে নাম থলে

উইলিয়াম। ঘৰখনত আৰু বেছি খৰচৰ প্ৰয়োজন হৈ পৰিল। চুইজাৰলেণ্ডত জীৱন ধাৰণৰ খৰচ খুব কম বুলি তেওলোকে শুনি আছিল। সেয়ে বাহিৰলৈ যোৱাৰ কথা ভবাৰ লগে লগে তেওঁলোকৰ মনলৈ চুইজাৰলেণ্ডৰ কথাহে আহিল। ক্লেয়াৰো আহি তেওলোকৰ লগ লাগিল। আৰু তিনিও চুইজাৰলেণ্ড পালেগৈ। হোটেল D Angl terre ত তেওঁলোকে থাকি বলৈ ললে।

কিছুদিন পাছত হোটেল D Angleterre আলোড়িত হৈ উঠিল। তাৰ প্ৰত্যেকজন মানুহেই অপেক্ষা কৰিলে লৰ্ড বায়ৰণৰ আগমনলৈ। শ্বেলীও উদগ্ৰীৱ হৈ পৰিল। বায়ৰণ আৰু ক্লেয়াৰৰ সম্পৰ্কৰ বাবে তেওঁ চিন্তিত নহয়। কাৰণ মেৰীৰ সৈতে তেওঁ যেনেকৈ সম্পৰ্ক গঢ়ি তুলিছিল বায়ৰণেও তেনে সম্পৰ্ক ক্লেয়াৰৰ সৈতে গঢ়ি তোলাতো একো অস্বাভাৱিক নহয়।

শ্বেলীয়ে প্ৰথম বায়ৰণক দেখিলে। স চাকৈয়ে তেওৰ সৌন্দৰ্য্য অসাধাৰণ। তেওৰ ছাল পেতা চকুজুৰি উজ্জ্বল ক লা চুলিবোৰ কেঁকোৰা আৰু ক লা। চকুৰ ভ্ৰূও মনোৰম। নাক আৰু ঠুঁতৰি সুগঠিত। তেওৰ দেহৰ বিস গতি কেৱল খোজ কাঢ়িলেহে ধৰা পৰে।

বায়ৰ াৰ সৈতে শ্বেলীৰ এক মধুৰ সম্পৰ্ক গঢ়ি উঠিল। দুয়োৰে মাজৰে চাৰিত্ৰগত বহুতো পাৰ্থক্য থাকিলেও এটা বস্তু দুয়ো খুব ভাল পাইছিল আৰু সেয়া হ ল হ্ৰদৰ বুকুত নাও বাবলৈ। দুয়ো পানী খুব ভাল পায়। সদায় গধূলি মেৰী ক্লেয়াৰ বায়ৰণৰ চিকিৎসকজন শ্বেলী আৰু বায়ৰণে হ্ৰদত নাওত উঠি ঘূৰি ফুৰিছিল। মাজে মাজে ক্লেয়াৰে গীত গাইছিল। সেই সুৰে তেওঁলোকৰ কল্পনাবোৰক তৰা জিলিকি উঠা পানীৰ ওপৰেৰে যেন বোৱাই লৈ গৈছিল। কেতিয়াবা বায়ৰণেও গীত গাইছিল।

বায়ৰণে শ্বেলীৰ প্ৰভাৱত সুন্দৰ সুন্দৰ কবিতাৰ শাৰী ৰচিলে। দুই কবিয়ে হ্ৰদৰ পাৰে পাৰে ঘূৰি যেন এক সাহিত্যিক তীৰ্থযাত্ৰা

আৰম্ভ কৰিলে। ৰুচো ভলটেয়াৰ গিবণৰ ৰচনাৱলীৰ পটভূমিবোৰ পৰিদৰ্শন কৰিলে।

হোটেলত থাকি দুই কবিয়ে অতিষ্ঠ হৈ উঠিল। হ্ৰদৰ ওচৰ– শ্যেলীয়ে এটা ঘৰ ললে। তাৰ কিছু দূৰত বায়ৰণেও থাকিবলৈ ল'লে। দুয়োৰে ঘৰৰ মাজত মাত্ৰ এখন আঙুৰ তলি। দুয়ো ঘৰৰ সম্পৰ্কৰ সেতু সুদৃঢ় হ'ল ক্লেয়াৰৰ যোগেদি একেবাৰে ৰাতিপুৱাই ক্লেয়া'ৰ বায়ৰণৰ ঘৰৰ পৰা মনে মনে ওলাই আহে। কেতিয়াবা ভৰিৰ পৰা চেণ্ডেল এপাত থহি পৰে। কিন্তু কোনোবাই দেখাৰ ভয়ত তেওঁ সেই পাত নোতোলাকৈয়ে দৌৰাদৌৰিকৈ শ্যেলীৰ ঘৰলৈ দৌৰি পলায়।

ক্লেয়াৰ সন্তানসম্ভৱা। শ্যেলীয়ে এই কথা বায়ৰণক জনাই দিলে। বায়ৰণ কিন্তু সম্পূৰ্ণ উদাসীন। তেওঁ মাথো বিচাৰিলে ক্লেয়াৰৰ পৰা মুক্তি আৰু ভৱিষ্যতে কোনোদিন এই নাৰীৰ মুখ নেচাবলৈ।

মেৰীয়ে বায়ৰণৰ এই উদাসীনতা পছন্দ নকৰিলে বায়ৰণে যেতিয়া ঘোষণা কৰিলে যে নাৰীয়ে কেতিয়াও পুৰুষৰ সম অধিকাৰ লাভ কৰিব নোৱাৰে তেওঁলোকৰ যোগ্যস্থান কেৱল হেৰেমহে মেৰীয়ে এই কথা শুনি খঙত কঁপিব ধৰিলে। মেৰীয়ে ই লণ্ডলৈ পুনৰ মনত কৰিলে আৰু তাৰ পৰা উভতি আহিবলৈ খৰখৰ লগালে।

শ্যেলীয়ে কিন্তু মাজে মাজে বায়ৰণলৈ উপদেশ দি চিঠি লিখিছিল। বায়ৰণৰ সন্মান সাফল্য আদিৰ কাৰণে উদ্বিগ্ন হৈ পৰা স্বভাবটোলৈ তেওঁ প্ৰধানভাবে লক্ষ্য কৰি লিখিছিল—

No that I advise you to aspir to fame Your word should spriug fr m a purer simpler source You should desire nothing m re than to express your own thoughts and to address yourself to that sympathy of those whose are capable of thinking as you do Fame follows those whom she is unworthy to guide

ভেনিচলৈ যাত্রা কৰা বায়ৰণে নিৰুদ্বিগ্নতাৰে চিঠিবোৰৰ সেই উপদেশবোৰ পঢ়ি গ'ল।

হঠাতে শ্বেলীৰ জীৱনলৈ আহিল এক কঠিন আঘাত। গডউইনৰ ঘৰত থকা ফেনীয়ে অস্বাভাৱিক মৃত্যুক আকোৱালি ললে। গডউইনৰ পত্নীৰদ্বাৰা বিতাড়িত হৈ ফেনীয়ে যেতিয়া ঘুৰি ফুৰিছিল সেই সময়তে লগ পাইছিল শ্বেলী আৰু মেৰীয়ে। তাই বেচ হতাশগ্রস্ত হৈ পৰিছিল আৰু কঁপা কঁপা মাতেৰে তেওঁলোক দুয়োৰে পৰা বিদায় লৈছিল। ‾ৰ কিছুদিন পাছত ব্রিষ্টলৰ পৰা ফেনীৰ এখন আচৰিত চিঠি পালে শ্বেলীয়ে। তাত তাই লিখিছিল— **I am going to a place whence I hope never t return** শ্বেলীয়ে দৌৰাদৌৰিকৈ ব্রিষ্টললৈ গৈ দেখিলে ফেনীয়ে বিহ খাই আত্মহত্যা কৰিছে আৰু তাইৰ কাষত পৰি আছে মেৰী আৰু শ্বেলীয়ে তাইক উপহাৰ দিয়া ঘড়ীটো।

ফেনীৰ এই মৃত্যুৱে শ্বেলীক অত্যন্ত কাতৰ কৰি তুলিলে। শ্বেলীৰ লাহে লাহে ভাব হ'ল ফেনীৰ মৃত্যুৰ কাৰণ যেন তেৱেঁ। এটা কাৰণ ফেনীৰ মাজত এদিন তেৱেঁই হয়তো প্রেমৰ দীপ শিখা জ্বলাই দিছিল যেতিয়া হেৰিযেটৰ প্রেমৰ বিশ্বাসঘাতকতাৰ পৰা সান্ত্বনা লাভ কৰিবলৈ যি কোনো এক নাৰী হৃদয়ৰ মৰম তেওঁ বিচাৰি ফুৰিছিল। কিন্তু সেই সময়ত ফেনীক তেওঁ পুৰ্ণৰূপে বুজিব পৰা নাছিল। আজি যেন তাইৰ প্রতিটো কথা প্রতি আচৰণৰ অর্থ বুজি পালে।

মানসিক শান্তি বিচাৰি তেওঁ লেহান্টৰ ওচৰলৈ গ'ল। হান্টৰ ঘৰত ল'ৰা ছোৱালী আৰু হান্টৰ পত্নীৰ লগত দিন কটাই তেওঁ ফেনীক পাহৰিবৰ উপক্রম কৰিলে। তেওঁৰ মন ফৰকাল হ'ল। কিন্তু ইয়াৰ পাছত বজ্রাঘাতৰ দৰে আন এক বাতৰি লৈ আহিল এখন চিঠি। চিঠিখন লিখিছিল **Hookham** এ। **Hookham** ক শ্বেলীয়ে হেৰিয়েটৰ খবৰ কৰিবলৈ দিছিল। তাত লিখিলে— এমাহ ধৰি তেওঁ হেৰিযেট আৰু তেওঁৰ সন্তান দুটাক বিচাৰি পোৱা নাই। কিন্তু

এতিয়া সম্প্ৰতি গম পাইছে হেৰিয়েটে আত্মহত্যা কৰিছে। নদীৰ পৰা তেওঁৰ মৃতদেহ উদ্ধাৰ কৰা হৈছে। তেওৰ সন্তান দুটা ভালে আছে।

ইতিমধ্যে Time কাকতত এটা বাতৰি প্ৰকাশ পালে। সেই বাতৰি টোৱে হেৰিয়েটৰ আত্মহত্যাকে সমৰ্থন কৰিলে। বৃহস্পতিবাৰে এগৰাকী সন্মানীয়া গৰ্ভৱতী মহিলাক নৈৰ সোঁতৰ বুকুৰ পৰা উদ্ধাৰ কৰা হয়। তেও ছয় সপ্তাহ ধৰি নিৰুদ্দিষ্ট হৈ আছিল তেওৰ হাতৰ আঙ্গুলিত এটা মূল্যবান আঙঠি আছে। সন্মানহানিকৰ কোনো চাৰিত্ৰিক স্খলনে এই মৃত্যুৰ কাৰণ বুলি অনুমান হয়।

শ্বেলীৰ মনৰ মাজত হেৰিয়েটৰ স্মৃতিবোৰে দোলা দিবলৈ ধৰিলে। হেৰিয়েট এই নামটোৱে তেও এসময়ত গোটেই পৃথিৱীখনকে বুজিছিল। পিছলৈ ই নীচতা আৰু পাপেৰে সিক্ত হৈ পৰিল। হেৰিয়েট মোৰ স্ত্ৰী এজনী বেশ্যা। হেৰিয়েট মোৰ স্ত্ৰী আত্মহত্যাকাৰিণী। শ্বেলীয়ে নিজে নিজেই বিৰবিৰালে।

পিছদিনা শ্বেলীয়ে মেৰীলৈ চিঠি লিখিলে হেৰিয়েটৰ দুৰ্ভগীয়া আয়েন্থ আৰু চাল চৰ মাতৃত্ব তেও ব ণ কৰিব লাগিব বুলি কিন্তু পিছ মুহূৰ্তত তেও উকীলৰ পৰা জানিব পাৰিলে যে হেৰিয়েটৰ দেউতাকে হেৰি য়টৰ সন্তান দুটা দাবী কৰিব পাৰে। শ্বেলীযে মেৰীৰ সৈতে এক অবৈধ জীৱন যাপন কৰাৰ বাবে তেও সন্তানৰ পৰা বঞ্চি হ ব।

শ্বেলীয়ে তেওলোকৰ মিলনক বৈধ কৰিবৰ বাবে St Meldred Bread Street থকা গীৰ্জা আনুষ্ঠানিক বিবাহ সম্পন্ন কৰিলে। বিয়াৰ বিষয়ে বিৰোধগ্যাৰ কৰা শ্বেলীয়ে এনেদৰে পঁচিশ বছৰ বয়সতে দুবাৰ বিয়া কৰালে।

বিয়াৰ পাছতে কিন্তু শ্বেলীযে সন্তানৰ অভিভাৱকত্ব অৰ্জন কৰিব নোৱাৰিলে। বিচাৰৰ ৰায় তেওৰ প্ৰতিকূলে গ ল। তেও খুব নিৰাশগ্ৰস্ত হৈ পৰিল। আনকি এই সময়ৰ মানসিক উত্তেজনাই তেওঁক অসুস্থ কৰি তুলিলে। জীৱন সম্পৰ্কে তেওঁ উদাসীন হৈ পৰিল।

কিবা এটা কাম কৰিবলৈ তেওঁ ভয় খোৱা হ'ল। কাৰণ প্ৰতিটো কামত তেওঁৰ একো একোটা খুঁত বৈ যায় আৰু ইয়ে তেওঁক অশান্ত কৰি তোলে।

কিন্তু কবিতাৰ ভাববোৰে ছবিৰ দৰে তেওৰ চৌকাষে অস্পষ্টভাৱে ঘূৰি ফুৰিব ধৰিলে। জীৱনত ব্যৰ্থতা সঞ্চয় কৰিও তেওঁৰ অন্তৰ বিপ্লৱৰ উদ্দীপনাৰে পুষ্ট হৈ পৰে। কবিতাবোৰৰ ভাৱৰ মাজত বিৰিঙি ওলায় এই বিপ্লৱৰ বাণী। কিন্তু তেওঁৰ বিপ্লৱ ৰক্তপাতৰ বিপ্লৱ নহয়। তেওঁ ফৰাচী বিপ্লৱৰ সেই ৰক্তাক্ত বিপ্লৱৰ পোষকতা কৰিব নোখোজে। তেওৰ বিপ্লৱ সম্ভৱ কৰিব নৰ নাৰীৰ ঐকান্তিক প্ৰেমেৰে। তেওঁৰ ব্যক্তিগত অভিজ্ঞতাই এক সত্য তেওৰ সম্মুখত উদ্ভাসিত কৰি তুলিছে যে নাৰীৰ প্ৰেমেহে এক উদাত্ত সাহস জগাব পাৰে। মেৰীৰ প্ৰেমৰ যোগেদি এই সত্যকেই যেন তেও উপলব্ধি কৰিছিল আৰু মেৰী আৰু তেও নিজেকে এই বিপ্লবৰ প্ৰতিনিধি ৰূপে গণ্য কৰি কাব্য ৰচনাত প্ৰবৃত্ত হৈছিল

মনক আকৌ নতুন উদ্যমেৰে গঢ়ি তুলিবলৈ তেও এখন নতুন ঠাইলৈ যাব বিচাৰিলে। এনে এখন নতুন ঠাইত তেওৰ জীৱনটো হৈ পৰিব এখন উকা কাগজৰ দৰে আৰু ইয়াতে তেও ৰচিব পাৰিব তেওঁৰ এক নতুন অস্তিত্ব যেনেকৈ উকা কাগজত ৰচা হয় এট নতুন কবিতা। তেও ইটালীলৈ যোৱা ঠিক কৰিলে। তাতে তেও বায়ৰণকো লগ পাব। তেওঁৰ সৈতে ক্লেয়াৰ আৰু তাইৰ সন্তানটো সম্পৰ্কেও কিবা মীমাংসা কৰিব পাৰিব।

ইটালীলৈ আহি তেওঁ বায়ৰণৰ লগত যোগাযোগ কৰিলে। ক্লেয়াৰৰ নাম শুনিলেই বায়ৰণ জাঙুৰ খাই উঠে। কোনোপধ্যেই তেও ক্লেয়াৰক দেখা নকৰে। বায়ৰণে ক'লে যে ক্লেয়াৰ কোনোবা এখন নগৰত সোমালেই তেওঁ সেইখন নগৰৰ পৰা ওলাই যাব। অৱশ্যে ক্লেয়াৰৰ সন্তান এলেগ্ৰাৰ ভাৰ তেওঁ গ্ৰহণ কৰিব। শিক্ষা দীক্ষাৰ ব্যৱস্থাও কৰি দিব। কিন্তু তাইৰ ওপৰত তেওঁৰ পূৰ্ণ অধিকাৰ থাকিব

লাগিব। শ্বেলীয়ে এই চৰ্ত মানি লব খোজা নাছিল। ক্লেয়াৰ কিন্তু সম্মত হ'ল আৰু তাইৰ বৰ মৰমৰ এলেগ্ৰাক নাৰ্চ এলিচৰ সৈতে বায়ৰণৰ ওচৰলৈ পঠাই দিলে।

সন্তানটোক পঠিয়াই দি ক্লেয়াৰ কিন্তু শান্তিত থাকিব নোৱাৰিলে। এলেগ্ৰাই আছিল এই ঘৰ আৰু প্ৰেমিকৰ পৰা বঞ্চিতা নাৰী গৰাকীৰ একমাত্ৰ সান্ত্বনা। এতিয়া তাইৰ অবৰ্তমানত ক্লেয়াৰৰ বাবে সকলো ফালে শূন্য হৈ গ'ল। তাইক চাবলৈ তাই থকা ভেনিচলৈ যাবলৈ ক্লেয়াৰ সাজু হ'ল। শ্বেলীক প্ৰথমতে মেৰীয়ে ক্লেয়াৰৰ লগত যাব দিবলৈ ইচ্ছা কৰা নাছিল যদিও পিছলৈ সন্মতি দিলে কিন্তু বায়ৰণে প্ৰকাশ্যে জনাই দিছে যে ক্লেয়াৰক তেওঁ কোনোপধ্যেই গ্ৰহণ নকৰে। তেনে ক্ষেত্ৰত ক্লেয়াৰক একেবাৰে ভেনিচলৈ লৈ গ'লে বেয়া হ'ব বুলি ভাবি শ্বেলীযে তাইক পাদুৱাত যোৱাৰ ব্যৱস্থা কৰিলে। কিন্তু ক্লেয়াৰে ক'লে যে তাই বায়ৰণৰ দৃষ্টিৰ পৰা লুকাই থাকি মনে মনে এলেগ্ৰাক চাব। শ্বেলীৰ সৈতে তাই এলেগ্ৰাক থৈ দিয়া মিছে চ। হোপনাৰৰ ঘৰ পালেগৈ আৰু তাতে এলেগ্ৰাক নয়ন ভৰি চালে। তাইৰ সৌন্দৰ্য্য কমা নাই। কিন্তু কিছু শেতা পৰিছে।

শ্বেলীয়ে অকলে বায়ৰণৰ লগত দেখা কৰিলে। বায়ৰণেও শ্বেলীক পাই ভালেই পালে। বায়ৰণে শ্বেলীৰ লগত কথা পাতোঁতে বৰ শান্ত আৰু গম্ভীৰ হৈ কথা পাতে। শ্বেলীয়ে এলেগ্ৰা আৰু ক্লেয়াৰৰ কথা কওতেও বায়ৰণে শান্ত আৰু নিৰুদ্বিগ্নচিত্তে শুনি গ'ল। তাৰ পাছত ক'লে ক্লেয়াৰৰ অৱস্থাটো তেওঁ বুজি পাইছে। কিন্তু এলেগ্ৰাক তেওঁ কোনোপধ্যে পঠাব নোৱাৰে।

বায়ৰণে শ্বেলীৰ লগত অন্য কথা পাতিলে। জীৱন জগত সম্পৰ্কে বিভিন্ন কথা। অৱশেষত তেওঁ ক'লে— বায়ৰণ বংশত ডেকাকালতে মৃত্যু হোৱাতো এক পৰম্পৰা স্বৰূপ হৈ পৰিছে। মোৰ মাতৃৰ পক্ষতো এনে ঘটনা ঘটা দেখা যায়। গতিকে জীৱনৰ প্ৰতি মোৰ বৰ মোহ

নাই। কিন্তু বাচি থকা দিন কেইটাও যৌৱনক পূৰ্ণৰূপে উপভোগ কৰাই মোৰ একমাত্ৰ লক্ষ্য।

কথা বতৰা শেষ হোৱাৰ পাছত বায়ৰণে শ্বেলীক দুমাহৰ বাবে চহৰৰ উপকণ্ঠ অঞ্চলত থকা তেওঁৰ বাসগৃহ এটাত দুমাহৰ বাবে থাকিবলৈ ক'লে। ক্লেযাৰকো তাতে আনি তেওঁ ৰাখক। এলেগ্ৰাও তাতে মাকৰ সৈতে থাকিব পাৰিব। শ্বেলীযে ভালেই পালে আৰু মেৰীকো তালৈ মাতি পঠালে।

মেৰী আহিল অসুস্থ শৰীৰেৰে। তেওঁলোকৰ সন্তান ক্লাৰাও অসুস্থ। মেৰীক চিকিৎসাৰ বাবে তেও ভেনিচলৈ লৈ গ'ল। ক্লাৰাও গ'ল বমাৰী দেহাৰেই। ভ্ৰমণৰ কষ্টই ক্লাৰাক যেন বেচি দুৰ্বল কৰি তুলিলে। মেৰীয়ে আৰোগ্য লাভ কৰিল। কিন্তু ক্লাৰাৰ মৃত্যু হ'ল। ক্লাৰাক সমাধিস্থ কৰি মেৰীৰ সৈতে তেও ঘূৰি আহিল বায়ৰণৰ সেই ঘৰটোলৈ। মন অশান্ত। শান্তি বিচাৰি তেও লিখাত লাগিল। আৰম্ভ কৰিলে তেওৰ প্ৰখ্যাত গ্ৰন্থ **Prometheus unbound**

বায়ৰণৰ ঘৰটোত দুমাহ থকাৰ পাছত তেওলোক এতিয়া যাবৈ ওলাল ৰোমৰ পিনে। তাৰ পিছ- গ'ল নেপলচলৈ। ই লণ্ডৰ স্মৃতিয়ে তেওলোকৰ মন আচ্ছন্ন কৰি পেলাইছে। শান্তি বিচাৰি ইথনৰ পিছত সিথন ঠাই ঘূৰি ফুৰিছে। কিন্তু তেওলোকে শান্তি কতোৱে বিচাৰি নেপায়। তেওলোক যেন বেমাৰী মানুহ যিয়ে বিছনাখনতে নতুনত্ব আৰু আমেজ বিচাৰিবৰ চেষ্টা কৰে।

নেপলচে তেওঁৰ দেহকো সুজা নাছিল। ডাক্তৰে তেওলোকক লকাৰ পিনে যাবলৈ উপদেশ দিলে। শ্বেলীয়ে যাব খোজতে গ্ৰহণী ৰোগে তেওক আক্ৰমণ কৰিলে। তাত থাকোঁতেই এইবাৰ মৃত্যুই হাতবাউলী দি মাতিলে তেওৰ পুত্ৰ উইলিয়ামক। ৰোমত প্ৰৱেশ কৰিয়ে যিখন প্ৰোটেষ্টাণ্ট কবৰ থলীৰ ৰূপ দেখি তেও আকৰ্ষিত হৈছিল সেইখন কবৰ থলীতে পুতেকক সমাধিস্থ কৰিলে। কবৰখানাত থিয় দি তেওঁ যেন মৃত পুত্ৰৰ আত্মাক নিজ চকুৰে প্ৰত্যক্ষ কৰিলে। অভিভূত

হৈ শ্যেলীয়ে মনে মনে ভাবিলে—ফেনী—হেৰিয়েট—বেবি ক্লাৰা—উইলিয়াম। একে মহামাৰীৰ পৰিৱেশে যেন এজন এজনকৈ তেওঁ ভালপোৱাবোৰক তেওঁৰ বুকুৰ মাজৰ পৰা কাঢ়ি লৈ গ'ল।

পুত্ৰৰ মৃত্যুত মেৰী ভাগি পৰিল। তাই যেন সদায় দেখিবলৈ পায় নেপলচৰ সেই শুভ্ৰ বালিৰ ওপৰেৰে দৌৰি ফুৰিছে ছুখন সৰু সৰু ভৰিয়ে শুনিবলৈ পায় মৰম মিহলি টুনুক টানাক কণ্ঠস্বৰ। তাই বোমৰ কবৰ থলীলৈ গৈ কথা পাতে। মৃত পুত্ৰৰ বাবে লৈ আহে মাৰ্বল আৰু ফুলৰ থোপা।

মেৰীৰ অৱস্থা ক্ৰমে বেয়াৰ ফাললৈ যাব ধৰিলে। ক্লোৰেঞ্চলৈ মেৰীক লৈ যোৱা হ'ল কোনোবা ডাক্তৰক দেখুৱাবৰ বাবে। কিন্তু ক্লোৰেঞ্চ যেন নিজেই এক অভিজ্ঞ ডাক্তৰ। তাৰ শান্ত আৰু বৌদ্ধিক পৰিৱেশে মেৰীক জীৱনৰ প্ৰতি নতুন দৃষ্টিভঙ্গী লবলৈ অনুপ্ৰাণিত কৰিলে। ইয়াতেই তাইৰ অন্য এক সন্তান প্ৰসৱৰ সময় আসন্ন হ'ল। এটা নতুন শিশুক বাহুৰে মেৰিয়াই ধৰি মেৰীয়ে পাহৰি গ'ল উইলিয়ামক। মেৰীয়ে সন্তানটোৰ নাম থলে পাৰ্চী ক্লোৰেঞ্চ।

শ্যেলীৰ জীৱনত ক্ৰমাগতভাৱে নতুন নতুন বন্ধু বান্ধৱীৰ সান্নিধ্য ঘটিবলৈ ধৰিলে। এবাৰ তেওঁ পিছালৈ গৈছিল। তাতে লগ ললেহি তেওঁৰ আত্মীয় মেডউইনে। মানুহজন অলপ সাহিত্যৰসিক কিন্তু বিৰক্তিকৰ। তেওঁৰ জৰিয়তেই শ্যেলী চিনাকি হ'ল উইলিয়াম দম্পতিৰ গত। এডৱাড উইলিয়ামে প্ৰথমে নৌবাহিনীত কাম কৰিছিল। পাছত ভাৰতত অষ্টম ড্ৰাগুন গাডত কাম কৰে। মানুহজন খোলা নিৰ্ভীক নিৰপেক্ষ আৰু সকলোতে তেওঁৰ নিচা আছে। তেওঁৰ ঘৈণীয়েকজনীও বৰ সুন্দৰী। ব্যৱহাৰ পাতি খুব ভাল। শ্যেলী দম্পতিৰ লগত এই দম্পতি হালৰ মিত্ৰতা বাঢ়ি গ'ল।

এই সকলৰ বাহিৰেও শ্যেলীৰ লগত বন্ধুত্ব ঘটিল আৰু কেবাজনো বিশেষ ব্যক্তিৰ। এই সময়তে তেওঁৰ জীৱনলৈ আহে অন্য এক মোহময়ী নাৰী। তেওঁ হ'ল এমিলিয়া। তাইৰ ৰূপে শ্যেলীক বিশেষ-

ভাৱে আকৰ্ষিত কৰিলে। মেৰী আৰু ক্লেয়াৰো তাইৰ ৰূপত মুগ্ধ হ'ল।

এমিলিয়াক লৈ শ্বেলীয়ে এক নতুন জগত নিৰ্মাণ কৰিলে। যাৰ মাজত আশ্ৰয় লৈ তেওঁ মেৰীৰ শীতল উদাসীনতাৰ পৰা মুক্তি লাভ কৰিব খুজিছিল। তাইক লৈ শ্বেলীয়ে ডান্টেৰ ভিটানোভা বা ছেক্সপিয়াৰৰ ছনেটবোৰৰ দৰে প্ৰেমৰ কবিতা লিখিবলৈ ধৰিলে। এমিলিয়াৰ ৰূপ বৰ্ণাই তেওঁ কবিতা লিখিলে—

Warm fragrance seems to fall from
her light dress
And her those hair  and where
som  heavy tress
The air of his  wn speed to has disentwined
The sweetness seems to satiate the faint wind

এই কবিতাবোৰ পঢ়ি মেৰীয়ে নিজকে সান্ত্বনা দিলে—শ্বেলীয়ে এমিলিয়াৰ মাজৰ ঐশ্বৰিক সত্তাকহে এনেদৰে সম্বোধন কৰিছে, এজনী ক'লা চকু আৰু ক'লা চুলিটাৰিৰ ধুনীয়া ছোৱালীক লৈ লিখা নাই। কিন্তু পিছ মুহূৰ্তত ইমান উৎসাহেৰে এজনী ছোৱালীক লৈ কবিতা লিখা বাবে মেৰীৰ শ্বেলীৰ ওপৰত খঙো উঠি যায়। শ্বেলীৰ কাব্য শেষ হোৱাৰ আগে আগে এমিলিয়াৰ বিয়া হ'ল আৰু শ্বেলীৰ প্ৰেম কাব্যবো তাতে যতি পৰিল। মেৰীয়ে তেওঁৰ বান্ধৱী এজনীলৈ এমিলিয়াৰ কথাবোৰ জনাই চিঠি লিখিছিল। তাতে শ্বেলীয়ে যোগ দিলে। এতিয়া মই কবিতাবোৰ চাব নোৱাৰো। এই কবিতাই যাক প্ৰকাশ কৰিছিল তেওঁ এটুকুৰা মেঘ আছিল জুনো নাছিল।

হোপনাৰৰ পৰা ক্লেয়াৰে এলেগ্ৰাৰ ব-বাতৰিৰ লগতে বায়ৰণৰ নাৰী সংঘটিত কাহিনীবোৰৰ কথাও গম পাই আছিল। পিছত ক্লেয়াৰে বায়ৰণৰ চিঠিৰ পৰাও এলেগ্ৰাৰ বিষয়ে গম পালে যে তাইক এখন ইটালীয়ান কনভেণ্টত থোৱা হৈছে ক্লেয়াৰে কথাটো শুনি ভাল

নেপালে। কাৰণ সেই গৰ্ভাশ্ৰমবোৰে পৰিচ্ছন্নতাৰ প্ৰতি বা বা-হোৱাৰীৰ সুখ দুখৰ প্ৰতি কোনো নজৰ নিদিয়ে। তাই বায়ৰণলৈ হতাশজনক উগ্ৰ চিঠি লিখিলে। তাৰ উত্তৰ বায়ৰণে তাইলৈ নিলিখি শ্বেলীলৈ লিখিলে যে ভৱিষ্যত তেওঁ ক্লেয়াৰৰ সকলো পত্ৰৰ যোগাযোগে প্ৰত্যাখ্যান কৰিব।

তাৰ উত্তৰত শ্বেলীয়ে বায়ৰণলৈ লিখিলে যে, এলেগ্ৰাক নেদেখি ক্লেয়াৰ স্বাভাৱিকতে হতাশগ্ৰস্ত আৰু উগ্ৰ হৈ পৰিছে। তুমি এলেগ্ৰাক চাব নিদিয়া অথচ তাই মাক হৈ চাব খোজে। এই ধৰণৰ নিৰাশাই তাইক বিৰক্ত কৰিয়ে বোধহয় তোমালৈ তেনে চিঠি লিখাইছিল। তাই সঁচাকৈয়ে দুৰ্ভগীয়া আৰু অসুখী সম্প্ৰতি তাই অসুস্থও। মূখ আৰু দুৰ্বলবোৰ এই ক্ষেত্ৰত বজাৰ দৰে—কাৰণ তেওঁলোকে কোনো ভুল নকৰে।

ক্লেয়াৰৰ এই কথাবোৰক লৈ শ্বেলী চিন্তিত হৈ পৰাৰ লগতে মেৰীৰ কাৰণেও তেওঁ উদ্বিগ্ন হ ব লগা হ ল। মেৰীৰ মেজাজ বৰ খিং খিঙিয়া হৈ পৰিছে। পিতৃ গডউইনে তাইক টকা খুজি খুজি বিপাঙত পেলাব ধৰিছে। শ্বেলীয়ে ইতিমধ্যে গডউইনক ৫ হেজাৰ পাউণ্ড দিছে। গডউইনে জীয়েকক বেয়াকৈ চিঠি দিব ধৰিলে। তাৰ উত্তৰত শ্বেলীয়ে ক'লে যে তেওঁৰ চিঠিবোৰে যিহেতু মেৰীক আঘাত দিয়ে সেই চিঠিবোৰ তেওঁ লুকুৱাই ৰাখিব। লগতে মেৰীয়ে তেওঁক টকাৰে আৰু সহায় কৰিব নোৱাৰে বুলিও লিখি পঠালে।

এনেদৰে এইথন ঘৰত মেৰী পিতাকৰ বাবে উদ্বিগ্ন, ক্লেয়াৰ নিজ সন্তানৰ বাবে উদ্বিগ্ন হৈ তেওঁকো যেন অশান্ত কৰি তুলিলে। মেৰীৰ ব্যৱহাৰত স্পষ্ট হৈ উঠিল তাই যেন ক্লেয়াৰৰ উপস্থিতি ভাল পোৱা নাই ফ্লোৰেন্সত ঘৰুৱা শিক্ষক পদ এটাৰ বাবে শ্বেলীয়ে থৈ আহিল ক্লেয়াৰক অধ্যাপক বিজোতীৰ ঘৰত। ক্লেয়াৰলৈ দীঘলীয়া চিঠি লিখি শ্বেলীয়ে তাইক সান্ত্বনা দিলে। কিন্তু এই চিঠিবোৰ তাইলৈ দিয়াৰ কথা মেৰীৰ আগত কোনোদিনে উল্লেখ নকৰিবলৈ দঢ়াই দঢ়াই

লিখিলে। এই ধৰণৰ গোপনীয়তা শ্বেলীয়ে অকণো ভাল পোৱা নাছিল। কিন্তু জীৱনত ঠেকি ঠেকি তেওঁ বুজি পাইছে সকলো সত্যকেই সকলোৱে সহজভাৱে গ্ৰহণ কৰিব নোৱাৰে। তেওঁৰ প্ৰথমাৱস্থাৰ প্ৰেম সম্পৰ্কে ধাৰণা আছিল ই কাৰ্য্য আৰু ভাবৰ ঐক্যৰ এক এনে পৰিপূৰ্ণতা যে দুই প্ৰেমিক-প্ৰেমিকাৰ মাজত কোনো ব্যাখ্যাৰ অৱকাশ থাকিব নেলাগে। কিন্তু জীৱনে তেওঁক শিকাইছে এই পূৰ্ণতা অৰ্জন কৰিব নোৱাৰি তাৰ কিছুহে গ্ৰহণ কৰিব লাগে। কিছুমান মানুহৰ কাৰণে প্ৰকৃত সত্যও বিহৰ দৰে। মেৰীয়ে সত্যক একেবাৰে পৰিপূৰ্ণ ৰূপত গ্ৰহণ কৰিব নোৱাৰে।

মেৰী আৰু শ্বেলীৰ মাজত কোনো ধৰণৰ সন্দেহে তেতিয়াও বাহ লোৱা নাই। দুয়োৰে প্ৰেমৰ জীৱনলৈ কোনো প্ৰবল প্ৰতিবন্ধক আহি পৰাহি নাই। কিন্তু মেৰীৰ যেন আগৰ সেই সাহস উদ্যম হেৰাই গৈছে। ক্লেয়াৰৰ লগ শ্বেলীৰ এক অবৈধ প্ৰণয়ৰ কাহিনী তৈয়াৰ কৰি হোপনাৰে বায়ৰণলৈ লিখিলে যে ক্লেয়াৰৰ লগত শ্বেলীৰ এক অবৈধ সন্তান জন্ম হয় আৰু সেইটোক পিয়েটালৈ পঠাই দিয়া হয় এজনী তিৰোতাক ভেটি দি আৰু তাতে কেঁচুৱাটোৰ মৃত্যু হয়। ক্লেয়াৰ আৰু শ্বেলীয়ে মেৰীৰ প্ৰতি দুৰ্ব্যৱহাৰে কৰা বুলি চিঠিখনত তেও উল্লেখ কৰে। এই ঘটনাটোৰ সাক্ষী বুলি তেওঁ শ্বেলীৰ ঘৰত থকা এলিচা নামৰ নাৰ্চজনীৰ কথা চিঠিত লিখিলে।

বায়ৰণে এই চিঠি পোৱাৰ পাছত শ্বেলীক তেওঁ থকা ৰাভেন্নালৈ মাতি পঠালে। শ্বেলী গৈ পোৱাত বায়ৰণে খুব ভাল পালে ৰাতি সুন্দৰভাৱে কাটি গ'ল বায়ৰণৰ বিতাৰ আলোচনাত। ডন জুৱানৰ নতুন গীটো শ্বেলীয়ে খুব ভাল পালে। বায়ৰণৰ ওচৰত তেওঁৰ কবিতাবোৰ নিজেৰেই দুৰ্বল যেন অনুভৱ কৰিলে।

কবিতাৰ কথাৰ পাছত বায়ৰণে হোপনাৰে তেওঁলৈ লিখা কাহিনীটো কৈ ক'লে যে ইটালীত থকা ইংৰাজসকলৰ মাজত এই কাহিনীটো ভালদৰে প্ৰচাৰ হৈছে। বায়ৰণে কিন্তু এয়া এলিচৰ মিছা

অভি যাগ্নৰ কাহিনী বুলি জানে। মেৰীলৈ শ্বেলীয়ে সকলো কথা খুলি লিখিলে এখন চিঠি। তাৰ উত্তৰত মেৰীয়ে শ্বেলীলৈ লিখিলে যে তেওঁ এই কথা বিশ্বাস কৰা নাই আৰু বায়ৰণেও সেই কথা বিশ্বাস নকৰাৰ বাবে ধন্যবাদ জনাইছে। মেৰীয়ে লগতে মিচেছ হোপনাৰলৈও শ্বেলীৰ নির্দোষিতা সম্পর্কে চিঠি লিখিলে আৰু সেইখনো শ্বেলীৰ চিঠিৰ লগতে পঠাই দিলে হোপনাৰলৈ পঠাই দিবৰ বাবে। বায়ৰণেও চিঠিখন পঢ়ি চালে। কিন্তু শ্বেলীক সেইখন হোপনাৰলৈ পঠাব নিদি তেওঁ নিজে পঠাব বুলি সেইখন ৰাখি থলে।

বায়ৰণৰ মতে আন এটা উল্লেখযোগ্য বিষয় তেওঁ আলোচনা কৰিলে আৰু সেয়া হ'ল এলেগ্রা সম্পর্কীয়। ৰাবেন্নাক যদি বায়ৰণে ত্যাগ কৰে তেনেহলে এলেগ্রাৰ কি হ'ব? বায়ৰণে ঠিক কৰিলে যে তেওঁ শ্বেলীক পিছাত লগ ধৰিব আৰু তালৈকে এলেগ্রাকো নিবলৈ তেওঁ সন্মত হ'ল। ক্লেয়াৰ যিহেতু পিছাত নাই তালৈ নোযোৱাৰ কোনো কাৰণ নাই।

ৰাবেন্না এৰাৰ আগে শ্বেলীয়ে এলেগ্রাক দেখা কৰিবলৈ গ'ল। Bagna Cavallo কনভেন্টত তাই থাকে। তালৈক গৈ শ্বেলীয়ে দেখিলে তাই বেচ ওখ হৈছে। কিন্তু আগতকৈ শেতা পৰিছে। তেওঁৰ ক'লা চুলিটাৰী কান্ধৰ ওপৰত পৰিছে। তাইক দেখিলেই বুজা যায় যে তাই সম্ভ্রান্ত বংশজাত। তাইৰ আগৰ সজীৱ মুখমণ্ডলৰ ওপৰত যেন এক চিন্তাযুক্ত গম্ভীৰতাৰ ছাপ স্পষ্ট হৈ উঠিছে।

তাই প্রথমতে শ্বেলীক লাজ কৰিছিল। শ্বেলীয়ে ৰাভেন্নাৰ পৰা নিয়া সোণৰ হাৰ এডাল তাইক উপহাৰ দিলে। সেই দান পাই তাই শ্বেলীৰ একেবাৰে কাষ চাপিল। তাই তেওঁক কনভেন্টৰ ভিতৰৰ বাগিচালৈ লৈ গ'ল। তাই দৌৰি আৰু জপিয়াই জপিয়াই যোৱাৰ কালত শ্বেলীয়ে তাইক লগ পোৱাটোৱে অসম্ভৱ হৈ পৰিছিল। তাই শ্বেলীক নি তাইৰ কোঠাত তাইৰ চকী মেজ বিছনা আদি দেখুৱালে। শ্বেলীয়ে সুধিলে 'তাইৰ মাকক কি ক'ব লাগিব? শ্বেলীৰ তাইৰ

ভাষা বুজিবলৈ টান লাগিল। হোৱাইটজনীৰ চৰিত্ৰত গঢ়লৈ উঠিব ধৰিছে এক অন্তঃসাৰশূন্যতা। তাইৰ শিক্ষা ত্ৰুটিপূৰ্ণ। কিন্তু তাই কেবাটাও প্ৰাৰ্থনা গীত মুখস্থ মাতিব পাৰে। স্বৰ্গৰ কথা কয়। স্বৰ্গৰ সপোন দেখে আৰু মহাপুৰুষসকলৰ নামৰ তালিকা মুখস্থ মাতিব পাৰে। এনেকুৱা শিক্ষাই বায়ৰণে বিচাৰিছিল।

কিছুদিন পাছত বায়ৰণ পিছালৈ আহিল। বায়ৰণৰ আগমনে যেন পিছাত এক আলোড়ন জগাই দিলে। তেও অচিৰেই পিছাৰ চক্ৰৰ সামাজিক কেন্দ্ৰবিন্দু হৈ পৰিল আৰু শ্বেলী হ'ল নৈতিকতাৰ কেন্দ্ৰবিন্দু। বায়ৰণক সপ্ৰশংস দৃষ্টিৰে আৰু শ্বেলীক সহানুভূতিৰ দৃষ্টিৰে অবলোকন কৰিব ধৰিলে পিছাৰ চক্ৰই।

দুইজন কবিৰ স্বভাৱ চৰিত্ৰ আছিল সম্পূৰ্ণ বেলেগ ধৰণৰ। শ্বেলীয়ে সদায় ৰাতিপুৱা উঠে আৰু গেটে স্পিনোজা আৰু কেলডেৰন পঢ়ে দুপৰীয়ালৈ। আনহাতে বায়ৰণ উঠে দুপৰীয়া। লঘু আহাৰ কৰি ঘোঁৰাত উঠি ফুৰে নহলেবা পিষ্টল চলোৱা অভ্যাস কৰে। গধূলি গুইচিয়োলী নামৰ তেওঁৰ কাউণ্ট বন্ধুজনৰ ওচৰলৈ যায় আৰু এঘাৰটা মান বজাত ঘূৰি আহে। তাৰ পিছত ৰাতি দুই তিনিটামান বজালৈ কাম কৰে। কেতিয়াবা আকৌ জ্বৰ উঠিলে সোনকালে বিছনালৈ যায়। বেয়াকৈ শোৱে আৰু পিছদিনা বহু পৰলৈকে শুই থাকে।

পিছাত মেৰীয়ে সকলোৰে সৈতে মিলিবৰ চেষ্টা কৰিলে আৰু সকলোৰে পৰা আদৰ পোৱাৰ আশাৰে মেৰীয়ে গীৰ্জাৰ সেৱাতো লাগিল। যি শ্বেলীয়ে নাস্তিকতাৰ পোষকতা কৰিছিল তেওঁৰ পত্নী হৈ মেৰীয়ে এনেকুৱা আচৰণ কৰাটো শ্বেলীয়ে ভাল নেপালে। শ্বেলীয়ে এই সামাজিকতাবোৰক ভাল নেপায়। শ্বেলী মাজে মাজে মেৰীৰ ওপৰত বিৰক্ত হৈ পৰে। তেওঁ তেতিয়া সান্ত্বনা বিচাৰি যায় উইলিয়াম পৰিয়ালৰ মাজলৈ। তেওঁ উইলিয়াম পত্নী জেনৰ আচৰণ বোৰ ভাল পাবলৈ ধৰে। হয়তো যৌৱনত তাই শ্বেলীক নিয়ান আকৰ্ষণ কৰিব নোৱাৰিলেহেঁতেন। তেতিয়া তেওঁ নাৰীৰ পৰা বিচাৰি

ছিল সাহসিকতা। কিন্তু এভিয়া তেওঁ নাৰীৰ পৰা বিচাৰে পাহৰণিৰ উপহাৰ সাহস আৰু শক্তি নহয়।

জেনে গীত গায়। সেই গীতে তেওঁক উটুৱাই লৈ যায় দুখময় স্মৃতিৰ মাজৰ পৰা ঘৰৰ লঘু নাৰ্য্যবোধৰ জগতৰ পৰা। হেৰিয়েটৰ পৰা সকলো হেৰুৱাই তেওঁ যেনেকৈ মেৰীৰ মাজত শান্তি বিচাৰি পাইছিল এইবাৰো যেন তেওঁ জেনৰ মাজত শান্তি বিচাৰি পালে। কিন্তু জেনক লৈ তেওঁ পলাই যোৱাৰ কথা নেভাবিলে। তাই এজন সুন্দৰ পুৰুষৰ সৈতে বিবাহ পাশত আৱদ্ধ। তেওঁৰ বন্ধুত্বৰ প্ৰতি শ্বেলী সদায় শ্ৰদ্ধাবান। জেনক তেওঁ ভাল পায়। কিন্তু এই ভালপোৱাত আশা আৰু কামনা একো নাই।

জেনে প্ৰেমৰ অভিব্যক্তিবোৰ কৌশলেৰে প্ৰকাশ কৰে। তেওঁৰ চুলিৰ মাজেৰে তাই আঙ লি বুলাই দিয়ে কপাল টিপি দিয়ে। তেওঁৰ দুখৰ ভাৱবোৰ তাইৰ মোহনীয় ব্যক্তিত্বৰে আতৰাই পেলাব খোজে। স চাকৈয়ে উইলিয়াম আৰু তেওঁৰ পত্নীৰ বন্ধুত্বৰ পৰশেৰে তেওঁক দুখৰ বুকুৰ পৰা শান্তিৰ পাৰলৈ লৈ আহিব পৰা শকতি আছে। এডৱাৰ্ড আৰু জেন যেন ফাৰ্ডিনাণ্ড আৰু মীৰাণ্ডা আৰু শ্বেলী যেন তেওঁলোকৰ বিশ্বাসী এৰিয়েল। এই এহাল সুখী প্ৰেমিক প্ৰেমিকাৰ ওচৰত তেওঁৰ শক্তি আৰু ক্ষমতা বন্দী হৈ আছে যিয়ে তেওঁলোকৰ ইচ্ছামতে যি কোনো কামকে কৰিবলৈ দৃঢ় স কল্পবদ্ধ।

উইলিয়াম পৰিয়ালত সদায় ট্ৰেলানি নামৰ অত্যন্ত সাহসিক মানুহ এজনৰ কথা ওলায়। আঠাইশ বছৰ বয়সত এই মানুহজনে সাগৰ আৰু মাটি উভয়তে নিজৰ সাহসিক কাৰ্য্যৰ নমুনা দাঙি ধৰিছিল। ট্ৰেলানিয়ে জনাইছে তেওঁ পিছাৰ এই সামাজিক বৃত্তলৈ আহিব খোজে আৰু শ্বেলী আৰু বায়ৰণৰ দৰে কবিৰ লগত পৰিচিত হ'ব খোজে।

উইলিয়ামে তেওঁক মাতি পঠালে দুই কবিৰ লগত পৰিচিত হ বলৈ। ট্ৰেলানি এদিন গধূলি উইলিয়ামৰ ঘৰ ওলাল। শ্বেলী সেই সময়ত উইলিয়ামৰ ঘৰতে আছিল। ট্ৰেলানিয়ে শ্বেলীক দেখিলে। মানুহ-

জনৰ মুখখন হাঁহিৰে উজ্জ্বল হৈ উঠিছে ঠিক ছোৱালীৰ দৰে। ট্ৰেলানিক চিনাকি কৰি দিলে উইলিয়াম। শ্বেলীয়ে উঠি আহি সজোৰে কৰমৰ্দন কৰিলে ট্ৰেলানিক। ট্ৰেলানিয়ে তেওঁলৈ আশ্চৰ্যভাৱে চাই থাকিল। বিশ্বাস নহয় যে এইজন মানুহেই চূড়ান্ত বিপ্লৱী শ্বেলী এইজন মানুহকেই যে লৰ্ড চেন্সেলৰে পিতৃত্বৰ পৰা খিত কৰিছে। শ্বেলীয়েও ট্ৰেলানিৰ সাহস আৰু নিৰ্ভীক ভয়লগা মুখখনলৈ চাই মুগ্ধ হৈ ৰ'ল।

পিছদিনা শ্বেলীয়ে নিজে ট্ৰেলানিক বায়ৰণৰ ওচৰলৈ লৈ গ'ল। বিলাসবহুল এই মানুহজন থকাৰ পৰিবেশ। ইমান ডাঙৰ মানুহ এজন। বায়ৰণে কথা ক'বলৈ ধৰিলে কিন্তু একেবাৰে সাধাৰণ মানুহ যেন লাগে। তেওঁ অভিনেতা মল্লযোদ্ধা আৰু মদপীবোৰৰ কথা পাতিলে—কেনেকৈ Hellespont ত সাঁতুৰিছিল তাৰ কথাও পাতিলে।

কথা বতৰা পতা হোৱাৰ পাছত তিনিও তিনিটা ঘোঁৰাত উঠি ফুৰিবলৈ গ'ল। তাৰ পিছত তিনিও পিষ্টলৰ গুলীৰে লক্ষ্য ভেদ কৰা আৰম্ভ কৰিলে। কোনো এজনেই এই ক্ষেত্ৰত কম নহয়। ট্ৰেলানিয়ে দেখিলে শ্বেলী দেখাত মাইকী মানুহৰ দৰে হ'লেও মতা মানুহৰ উৎকৃষ্ট গুণবোৰ তেওঁৰ মাজত বিদ্যমান।

ঘূৰি আহোঁতে তিনিও কবিতাৰ কথা পাতিলে। ট্ৰেলানিয়ে ডন জুৱানৰ এটা স্তৱক গালে আৰু ই বেচ সুকৌশলী ছন্দৰ নমুনা বুলি উল্লেখ কৰিলে। বায়ৰণে তেওঁৰ ঘোঁৰাৰ বেগ কমাই তেওৰ ওচৰ চাপি ক'লে—তুমি হয়তো মোৰ মাজত এথেন্সৰ টাইমনক অথবা টাৰ্টাৰ টাইমূৰ আদিক বিচাৰি পাবা বুলি ভাবিছিলা। কিন্তু সাধাৰণ মানুহৰ ৰূপত মোক দেখি নিশ্চয় আচৰিত হৈছা।

তাৰ পাছত তেওঁ নিজে নিজে গাই গ'ল—

**The world is a bundle of hay**
**Mankind are the asses who pull**

ট্ৰেলানি মেৰী আৰু শ্বেলীৰ সৈতে উভতিল। ট্ৰেলানিয়ে বায়ৰণৰ

বিষয়ে ক'লে তেওঁৰ মাজত একো ৰহস্য নাই। তেওঁ খুব মুক্তভাৱে কথা কয় আৰু নকবলগীয়া বস্তুৰ ওপৰত বেছি কথা কয়। তেওঁ তিৰোতাৰ দৰে ঈৰ্ষাপৰায়ণ আৰু আবেগিক আৰু হয়তো বৰ ভয়াবহ। মেৰী ট্ৰেলানিয়ে বায়ৰণৰ স্বৰূপ উৎঘাটন কৰিলে দেখিছো আমি কিমান মূৰ্খ। আমিহে বুজি পাওঁতে বহুদিন লাগিল। শ্বেলীয়ে মেৰীলৈ চাই ক'লে। কাৰণটো হ'ল ট্ৰেলানিয়ে জীয়াই থকা সকলৰ লগত থাকে আৰু আমি থাকো মৃতক সকলৰ লগত—মেৰীয়ে উত্তৰ দিলে।

ট্ৰেলানিয়ে বায়ৰণ আৰু শ্বেলীক পূৰ্ণৰূপে বুজি উঠে। তেওঁলোকৰ ব্যক্তিত্বৰ বিষয়ে জেন আৰু উইলিয়ামহতৰ আগত দুয়োৰে কথা পাতে। ট্ৰেলানিলে ক'লে—বায়ৰণে শ্বেলীক ঈৰ্ষা কৰে বুলি ভাবিব পাৰে কিন্তু চাইল্ড হেৰল্ডৰ নতুন সৰ্গ এটা প্ৰকাশ হোৱাৰ লগে লগে তেওঁৰ থকা ঠাই সংৰক্ষণ কৰিবলৈ পুলিচ মাতিবলগীয়া অৱস্থা হয়। আনহাতে শ্বেলীয়ে দহজন গ্ৰাহকো নেপায়। তেওঁৰ কিতাপৰ জনপ্ৰিয়তা ধন সৌন্দৰ্য্য বংশমৰ্য্যাদা যশস্যা প্ৰেম সকলো আছে।

এইটো ঠিকেই উইলিয়ামে কয়—কিন্তু বায়ৰণ কামনাৰ দাস।

জেনে কয়—বায়ৰণ এজন নষ্ট লৰা। বায়ৰণ বা শ্বেলী কোনেও মানুহক বুজি নেপায়। শ্বেলীয়ে মানুহক খুব ভাল পায়। বায়ৰণে সিমান ভাল নেপায়। শ্বেলীৰ ক্ষেত্ৰত আটাইতকৈ ডাঙৰ কথা হ'ল—ট্ৰেলানিয়ে আৰম্ভ কৰিলে তেওঁৰ আত্মৰক্ষাৰ প্ৰবৃত্তি অকণো নাই। সিদিনা কি হ'ল জানা মই আৰনো'ত ডুবিয়াই আছো। তেওঁ বৰ দুখ কৰি ক'লে যে তেওঁ সাঁতুৰিব নেজানে। চেষ্টা কৰা—মই কলো। তুমি পিঠিথন তলৰ ফালে দিয়া আৰু ভাহিবলৈ চেষ্টা কৰা।

তেওঁ কোনো সংকোচ নকৰাকৈ পানীত জপিয়াই পৰি টুলুং ভুটুং লগালে। মানুহজনৰ কিন্তু নিজকে বচোৱাৰ কোনো চেষ্টা নাই। তেওঁ একেবাৰে পানীৰ তলত পৰিলগৈ। মইহে কোনো মতে বিচাৰি উলিয়ালোঁ।

শ্বেলীৰ এই কথা শুনি জেনে হুমুনিয়াহ কাঢ়িলে। তাই জানে আত্মহত্যাৰ চিন্তাই কেনেকৈ শ্বেলীৰ মন আৱৰি থবে। তেওঁ প্ৰায়ে কয়— তেওঁক ভালপোৱাবে এনেদৰেই মৃত্যুবৰণ কৰিছিল। কিন্তু তেওঁকতো অসুখী যেন দেখা নেযায়। ট্ৰেলানিয়ে ক'লে— কাৰণ তেওঁ সপোনৰ ৰাজ্যত বাস কৰে। কিন্তু বাস্তৱ জীৱনত তেওঁ হতাশাত ভোগে। এই হতাশাৰ জন্ম হয় তেওঁৰ মন ধাৰণাবোৰ ঠিকমতে প্ৰচাৰ কৰিব নোৱাৰাৰ বাবে তেওঁৰ গ্ৰন্থবোৰ খুব কম বিক্ৰী হোৱাৰ বাবে তেওঁৰ অশান্তময় পাৰিবাৰিক জীৱনৰ বাবে। মৃত্যু তেওঁৰ বাবে যেন এক দুঃস্বপ্নৰ পৰা জাগৰণ। জেনে ক'লে।

তেওঁ ভৱিষ্যত জন্ম বিশ্বাস কৰে। যিয়ে তেওঁক নাস্তিক বুলি কয়—তেওঁলোকে শ্বেলীক ভালদৰে নেজানে। শ্বেলীয়ে প্ৰায়ে কৈছিল—তেওঁৰ প্ৰচলিত ধৰ্মৰ ধাৰণাৰ প্ৰতি যি অসহনীয়তা তাৰ বাবে তেওঁ অকণো দুখিত নহয়। তেওঁ সদায় অন্ধবিশ্বাসৰ বিৰোধী। তেওঁৰ মতে খ্ৰীষ্টীয় ধাৰণাৰ প্ৰলয় প্ৰতিভা আৰু মৌলিকতাৰ বাবে অতিশয় মাৰাত্মক।

শ্বেলীৰ বিষয়ে এনেদৰে কথা পাতি থাকোঁতে তেওঁলোকে দেখিলে শ্বেলী বহু সময়লৈ ঘৰলৈ উভতি অহা নাই। দুপৰীয়া আহাৰৰ সময় পাৰ হৈ যোৱাৰ পাছতো শ্বেলী নহাত মেৰীয়ে ট্ৰেলানিক লগত লৈ শ্বেলীক বিচাৰি ওলাল।

শ্বেলীয়ে তেতিয়া পিছাৰ বাহিৰত নদীৰ পাৰত পাইন গছৰ তলত বহি অধ্যয়নত ব্যস্ত। ট্ৰেলানিয়ে তেওঁক দেখা পালে। তেওঁ নিজৰ ভাবৰ মাজত ইমান আত্মমগ্ন হৈ আছে যে কাৰো উপস্থিতিৰ কথা তেওঁ গম নেপালে। ট্ৰেলানিয়ে তেওঁৰ উপস্থিতিৰ কথা সকিয়াই দিয়াৰ পিছতো শ্বেলী নীৰৱ নিথৰ। ট্ৰেলানিয়ে তেওঁৰ কাষত পৰি থকা এচকিলাচ আৰু চেক্সপিয়াৰ দুখনৰ এখন তুলি ললে। কাগজখনত লিখা আছে **To Jane with a guiter** ইয়াত আৰু দুটা মান শাৰী তেওঁ কোনোমতে পঢ়িলে—

**Ariel to Miranda, Take**

**This slave of music**

ট্ৰেলানিয়ে শ্বেলীক মাতিলে। ক্ষীণ স্বৰেৰে শ্বেলীয়ে এইবাৰ মাত দিলে—অ তুমি আহা।

এয়াই তোমাৰ অধ্যয়ন নেকি? ট্ৰেলানিয়ে সুধিলে। এৰা, এই গছবোৰেই মোৰ কিতাপ। এইবোৰে কেতিয়াও মিছা কথা নকয়। মানুহে যেতিয়া নিজৰ ভাৱৰাশিক ৰচনাৰে ৰূপ দিবলৈ যায় তেতিয়া তেওঁক দৰকাৰ এক নিৰিবিলি পৰিবেশৰ। যাতে কোনো বাধাই তেওঁৰ ভাবক বিচ্ছিন্ন কৰিব নোৱাৰে। ঘৰতে থাকিলে তুমি হয়তো শুনিবা দুৱাৰখনৰে শব্দ হয়তো কাৰোবাৰ ভৰিৰ খোজৰ নহলেবা ঘণ্টা ধ্বনি বা কাৰোবাৰ মাত। এইবোৰে তোমাৰ মস্তিষ্কত একো একোটা প্ৰতিধ্বনি তোলে আৰু তেতিয়াই মনৰ কল্পনা হেৰাই যায়।

ইয়াতোতো নদীৰ কুলু কুলু সুৰে বৈ গৈ আছে। চৰাইবোৰে চিঞৰি আছে।

'নদী সময়ৰ দৰে বৈ যায় আৰু প্ৰকৃতিৰ শব্দবোৰৰ মাজত এক ঐক্যতান আছে। মানুহেই হ'ল এক বেসুৰা জীৱ। সিয়ে মোৰ মনত আউল লগাই দিয়ে।

ট্ৰেলানিয়ে শ্বেলীক ক'লে মেৰীয়ে তেওঁৰ বাবে অপেক্ষা কৰি থকাৰ কথা। তেওঁ চমকি উঠিল। সকলো কিতাপ কাগজ সামৰি সুতুৰি ললে। তাৰ পাছত ক'লে—বেচেৰী মেৰী কি যে দুৰ্ভাগ্য! বেচেৰীয়ে নিলগতা সহ্য কৰিব নোৱাৰে। মই নোৱাৰো সমাজক সহ্য কৰিব। জীৱনোচ্ছলতাই যেন মিলিত হৈছে মৃত্যুৰ সৈতে।

মেৰীয়ে শ্বেলীৰ আগত নিজৰ আৱেগ ঢাকি ৰাখি কৈ উঠিল—'তুমি ইয়াতে সোমাই আহা? অথচ আমি তোমাক বিচাৰি মৰিছোঁ। যদি মোৰ চিন্তাই কিতাপৰ পৰা কালৰি কাটি যায় তেতিয়া হ'লে ই বিয়েটাৰ নাইথা ক্ৰোৰেঞ্চৰ পৰা অনা কাপোৰ যোৰৰ ওচৰ পাম্বগৈ।

আৰু বিশেষকৈ মোৰ মন হাতীদাঁতৰ হাৰডালৰ চিন্তাত নিমগ্ন হয় তোমাৰ চিন্তাত নহয়।

কিন্তু শ্বেলীয়ে জানে মেৰীৰ এই আনন্দোচ্ছলতাবোৰৰ অন্তৰালত এটা ফাঁকি লুকাই আছে।

বায়ৰণে পিছালৈ আহোতে এলেগ্ৰাক লৈ আহিব বুলি শ্বেলীৰ আগত কথা দিও নানিলে। ক্লেয়াৰে বৰ আশা কৰি আছিল বায়ৰণে এলেগ্ৰাক লৈ আহিব বুলি। সেয়ে তাই ফ্লোৰেঞ্চৰ পৰা আহি অপেক্ষা কৰি আছিল। তাই যেতিয়া জানিলে এলেগ্ৰাক বাগনোকেভোলোৰ কনভেণ্টত থৈ আহিছে তাই খুব আত কিত হৈ পৰিল। ইটালীয়ান এই কনভেণ্টবোৰে ল ৰা ছোৱালীৰ প্ৰতি অকণো যত্ন নলয় বুলি তাই তাইৰ এগৰাকী বান্ধৱীৰ পৰা ইতিমধ্যে গম পাইছে। তাই বায়ৰণলৈ লিখিলে তাই আৰু কোনোদিনে এলেগ্ৰাক চাবলৈ ইচ্ছা নকৰে। কেৱল তাইক এটা ই লণ্ডৰ কনভেণ্টত থোৱাৰ ব্যৱস্থা কৰক। লগতে তাই লিখিছে— মই আৰু নিজক সংযত কৰিব নোৱাৰা হৈ পৰিছো। কিবা এক শ কাই মোক আৱৰি ধৰিছে। মই যেন তাইক আৰু কোনোদিনে দেখা নেপাম।

বায়ৰণে ক্লেয়াৰক কোনো উত্তৰ নিদিলে। শ্বেলীয়েও বায়ৰণৰ পৰা কোনো উত্তৰ নেপালে। ক্লেয়াৰ ভাঙি পৰিল। মেৰী আৰু শ্বেলায়ে তাইক ফ্লোৰেঞ্চলৈ যাবলৈ নিদিলে। কিছুদিন পাছত গ্ৰীষ্মকালত সাগৰ ভ্ৰমণলৈ যাব ভেওঁলোক উইলিয়াম পৰিয়ালৰ লগত। ক্লেয়াৰকো লৈ যাব খুজিলে। শ্বেলীয়ে ট্ৰেলানিৰ সৈতে নাও এখনৰ বিষয়ে আলোচনা কৰিলে। ট্ৰেলানিয়ে গোৱেনাত তেওঁৰ বন্ধু কেপ্তেইন ৰোবাৰ্টৰদ্বাৰা সজা এজন নাও পালে। বায়ৰণৰ প্ৰতি সন্মান জনাই সেই নাওৰ নাম ৰখা হ'ল ডন জুৱান। বায়ৰণেও তেওঁৰদ্বাৰা বলিভাৰ নামৰ আন এখন নাও সজাই লোৱালে ৰোবাৰ্টৰদ্বাৰা।

তেওঁলোকৰ পৰিকল্পনা কাৰ্য্যকৰী কৰাৰ বাবে সাগৰ উপকূলত থকা

ভাড়াঘৰ বিচাৰিবলগীয়া হ'ল। কিন্তু তাত ঘৰ পোৱাতো সহজ নহয়। বায়ৰণো যাব খুজিছিল। কিন্তু তেও ঘৰ নোপোৱাত সেই যাত্রা ত্যাগ কৰিলে। উইলিয়াম আৰু তেওঁৰ পত্নীয়ে অৱশেষত ঘৰ বিচাৰি ওলাল তেওঁলোকে ক্লেয়াৰকো লগত ল লে।

তেওঁলোক যোৱাৰ পাছতে বায়ৰণে শ্যেলীলৈ লিখিলে যে তেও এটা বৰ বেয়া বাতৰি পাইছে। এলেগ্রা থকা নগৰত টাইফয়েদ মহামাৰী ৰূপত দেখা দিছে। এনেয়ে কনভেণ্টৰ নানসকলে ল বা ছোৱালীৰ প্রতি অকণো যত্ন নলয়। এলেগ্রা এনেয়ে দুর্বল ছোৱালী। তাইক টাইফয়েদে আক্রমণ কৰিছে আৰু তাইক মৃত্যুৱে কাঢ়ি লৈ গ'ল।

শ্যেলীয়ে তেওক দেখা কৰিবলৈ গ ল। মানুহজন যেন শে তা পৰি গৈছে। কিন্তু তেওঁ আগৰ দৰে শান্ত।

দুদিন পাছত ইউলিয়ামহ ত উভতি আহিল। ক্লেয়াৰে এইবোৰ শুনিলে খ আৰু দুখত আত্মজ্ঞানশূন্য হৈ পৰিব সেয়ে বায়ৰণ ওচৰত থকা কালত এই বেয়া খবৰটো তেওঁ নিদিবলৈ ঠিক কৰিলে।

উইলিয়ামহ তে কোনোমতে এটা পৰিত্যক্ত ঘৰ বিচাৰি পাইছে। ঘৰটো ডাঙৰ কিন্তু কোনো আচবাব নাই। ঘৰটো বেচ ডাঙৰ। সাগৰৰ মূৱাকৈ এখন বাৰান্দাও আছে। লেৰেচিৰ এই ঘৰটো কাচামাগ্নী নামে জনাজাত।

ক্লেয়াৰক যি কোনো উপায়ে পিছাৰ পৰা দূৰলৈ লৈ যোৱাৰ চিন্তাই শ্যেলীক কাবু কৰি তুলিছিল। শ্যেলীয়ে সেই ঘৰটো লবলৈয়ে সন্মত হ'ল। আচবাববোৰ পিছাৰ পৰা নিয়া যাব বুলি মত দি তেওঁ যাবলৈ ওলাল।

শুরু বিষয়া নাৱৰীয়া আদিয়ে এশ এবুৰি সমস্যাৰ সৃষ্টি কৰিছিল যদিও শ্যেলীয়ে সেইবোৰ হেলাৰঙে দূৰ কৰিলে তেওঁৰ ইচ্ছাশক্তি প্রাবল্যৰে। আৰু কিছুদিনৰ ভি ৰতে দুয়োটা পৰিয়ালে সাগৰৰ পাৰৰ সেই ঘৰটোত থাকিবলৈ ললে। কাচামাগ্নী এটা জেচুইট

কনভেন্ট আছিল। সাগৰৰ পাছত থিয় দি থকা ই এটা বৃহৎ ঘৰ। ইয়াৰ পাছফালে এখন ডাঠ হাবি। ঘৰটোত চাৰিটা শোৱনি কোঠা। তাৰে দুটা শ্বেলী আৰু মেৰীৰ বাবে। এটা উইলিয়াম পৰিয়ালৰ বাবে আৰু আনটো ক্লেয়াৰৰ বাবে ঠিক কৰা হ'ল।

ইয়াত আটাইকেইজন একেলগে থাকিল যদিও উইলিয়াম আৰু শ্বেলীহঁতে যেন ক্লেয়াৰৰ প্ৰতি বেলেগ ভাব পোষণ কৰিবলৈ ধৰিলে। আচলতে তেওঁলোকে ক্লেয়াৰৰ দুৰ্ভাগ্যৰ কাৰণে চিন্তিত হৈয়ে তেনেকুৱা হৈ পৰিছিল। ক্লেয়াৰে ভুল বুজিলে—তাইৰ উপস্থিতি তেওঁলোকৰ কাৰণে বিৰক্তিকৰ হৈছে বুলি সন্দেহ কৰিবলৈ ললে আৰু তাই ফ্লোৰেঞ্চলৈ গুচি যাবলৈ ওলাল। কিন্তু তাহৰ এই সিদ্ধান্তক প্ৰত্যেক জনেই বাধা দিলে। জেনে মেৰীৰ কাণে কাণে ক'লে। দুইজনে গৈ উইলিয়ামৰ কোঠাত সোমালগৈ। পিছে পিছে শ্বেলীও গ'ল। কেই মুহূৰ্তমান পাছত ক্লেয়াৰো তেওলোকৰ পাছ ললে। ক্লেয়াৰে গৈ দেখিলে আটাইকেইজনে উৎসুক্যৰে কথা পাতি আছে। এনেতে ক্লেয়াৰ সোমাই অহাত তিনিও কথা পতা বন্ধ কৰিলে। কিবা এটা শব্দ উচ্চাৰণ কৰাৰ আগতেই তাই চিঞৰি উঠিল— এলেগ্ৰা মৰিছে।

পিছদিনাখন তাই বায়ৰণলৈ এখন ভয়ানক চিঠি লিখিলে। বায়ৰণে সেইখন শ্বেলীলৈ গুভোটাই পঠালে আৰু লগতে ক্লেয়াৰ তেওঁৰ ওপৰত বৰ কঠোৰ হোৱা বুলি অভিযোগ কৰিলে। শ্বেলীক লগতে এই কথাখিনিও ক্লেয়াৰক ক'বলৈ ক'লে যে এলেগ্ৰাৰ সমাধিৰ বাবে সকলো ব্যৱস্থা তেওঁ গ্ৰহণ কৰিব।

তাৰ উত্তৰত মৃত্যুব্যংগৰে ক্লেয়াৰে লিখিলে—ভৱিষ্যতলৈ আৰু তেওঁলৈ সকলো এৰি থৈ যাব। তাই কেৱল বায়ৰণৰ পৰা বিচাৰে এলেগ্ৰাৰ এখন ছবি আৰু তাইৰ ক'লা চুলি এডাল। বায়ৰণে লগে লগে ক্লেয়াৰৰ মনৰ ইচ্ছা পূৰণ কৰিলে। এলেগ্ৰাৰ ছবি এখন আৰু ক'লা কেকোৰা চুলি এডাল পঠাই দিলে। ক্লেয়াৰ কাচামাগ্নীৰ পৰা বিদায় লৈ ফ্লোৰেঞ্চলৈ গুচি গ'ল। অপৰিচিত মানুহৰ মাজত তাইৰ

দুখৰ ইতিহাস কোনেও গম নেপাব আক সেই অপৰিচিত মানুহবোৰে তাইৰ দুখক সান্ত্বনাৰে আক গভীৰ কৰি নোতোলে।

বায়ৰণে ইংলণ্ডত তেওঁৰ ছোৱালীক সমাধিস্থ কৰিব বিচাৰিছিল। ইংলণ্ডৰ হেৰো অন দ হিল চাৰ্চৰ কবৰ থলীত। মাৰ্বল পাথৰৰ ফলি এথনত তেওঁ লগত লিখি দিব খুজিলে—

To the memory of Allegra
Daughter of George Gordon Lord Byron
Died at Bana-Cavállo the 20th April 1822
Aged five years and six months
I shall go to her but she
Shall not return t me

II sam XII 23

কিন্তু হেৰোৰ ৰেক্টৰ আক চাৰ্চ ৱাৰ্ডেনে এজনী অবৈধ সন্তানৰ মৃতদেহ ইয়াত সমাধিস্থ কৰিবলৈ সন্মতি নিদিলে। এলেগ্ৰাক গীৰ্জাৰ বাহিৰত কোনো ফলক নোহোৱাকৈয়ে কবৰ দিয়া হ'ল।

বাগনা কেভেলো কনভেণ্টত কোনোদিনেই ভৰি নিদিয়া বায়ৰণে এলেগ্ৰাৰ মৃত্যুৰ পাছত আলৈকে গৈছিল। মৃত্যু আক তেওঁৰ নিজৰ ওপৰত এক নতুন চিন্তাৰ উদ্ৰেক কৰিলে এই পৰিবেশে মই তাইৰ ওচৰলৈ যাম। তাই মোৰ ওচৰলৈ উভতি নাহিব। দ্বিতীয় চেমুৱেলে সঁচাকৈয়ে ঠিকেই কৈছিল।

কাচামগ্নী শ্বেলীয়ে খুব ভাল পালে। তেওঁ ভাল পালে ইয়াৰ বনৰীয়া নিঃসংগতা ঘৰৰ পাছফালৰ হাবিবন শিলাময় উপসাগৰীয় অঞ্চল আক মাছ মৰীয়াবোৰৰ দুখীয়া গাওঁবোৰ।

মেৰী কিন্তু অসুখী। তাই পুনৰ সন্তান-সম্ভৱা হ'ল এথন ভাল চহৰৰ ওচৰত থকাৰ কামনা তাইৰ বেছি হ'ল। কাৰণ তাতে যি কোনো মুহূৰ্ত্ততে এজন ভাল ডাক্তৰ পোৱা যাব। মেৰীৰ অধৈৰ্য্য

অৱস্থাৰ বাবে শ্বেলীয়ে অৱশ্যে বিৰক্ত হোৱা নাছিল। কাৰণ স্বাস্থ্য জনিত কাৰণত তাইৰ তেনে হোৱা বুলি তেওঁ ধৰি লৈছিল।

এবাৰ কেপ্টেইন ৰোবাৰ্ট গেনোৱাৰ পৰা শ্বেলীক দেখা কৰিবলৈ অহাৰ কথা। তিনিওজনী তিৰোতাই ৰোবাৰ্টক চাবলৈ উৎসুক। অৱশেষত ৰোবাৰ্ট আহিল আৰু শ্বেলীক চাবলৈ উদগ্ৰীৱ হৈ উঠিল। কিন্তু শ্বেলী নাইকিয়া হ'ল। তেওঁলোকে ৰোবাৰ্টৰ সৈতে তেওঁ নোহোৱাকৈয়ে বহি থাকিল। হঠাতে তিনিজনী তিৰোতাৰ এজনীয়ে চিঞৰি উঠিল—হে ভগৱান। মেৰীয়ে উভতি চাই দেখিলে শ্বেলী সম্পূৰ্ণ উলংগ। তেওঁ তেনে অৱস্থাৰে কোঠাটো পাৰ হৈ যাব খুজিছিল। কিন্তু চিঞৰ শুনি চাকৰণীজনীৰ আৰত লুকাল।

—পাৰ্চী তুমি কেনেকুৱা। মেৰীয়ে চিঞৰি উঠাৰ লগে লগে শ্যেলীয়ে তেওঁক অনাহকতে আক্ৰমণ কৰা বুলি থকা ঠাইৰ পৰা ওলাই আহিল নিজৰ নিৰ্দোষিতা ব্যাখ্যা কৰিবলৈ। তিৰোতা কেইজনীয়ে মুখ কেইথন ঢাকি ললে। উলংগ হ'লেও তেওঁ দেখিবলৈ ধুনীয়া হৈ পৰিছিল। তেওঁৰ চুলিত সাগৰীয় বনৰ টুকুৰা লাগি আছিল গাত আছিল সাগৰৰ পানীৰ নিমখৰ সুবাস।

বায়ৰণৰ প্ৰতি শ্যেলী কষ্ট হৈ পৰিল এলেগ্ৰাৰ মৃত্যুৰ লগে লগে। আৰু তেওঁ নিজৰ মৰমৰ নাওখনৰ নাম ডন জুৱানৰ পৰিৱৰ্তে ৰাখিলে এৰিয়েল। এতিয়া বাইৰণৰ সকলো স্মৃতি তেওঁৰ বাবে ঘৃণনীয় হৈ পৰিছে।

শ্যেলীয়ে তথাপি তেওঁৰ বন্ধু লেহাণ্টৰ কাৰণে বায়ৰণৰ কাষ চাপিব লগা হ'ল। লেহাণ্টে তেওঁৰ ধাৰ কৰা ব্যক্তিসকলৰ পৰা ৰাজনৈতিক বিৰোধীবোৰৰ পৰা যথেষ্ট অসুবিধা পাইছিল লণ্ডনত। তেওঁক ইটালীলৈ লৈ অহাৰ এটা বৰ ইচ্ছা আছিল তেওঁৰ। বায়ৰণৰ লগত তেওঁ এই বিষয়ে কথা পাতিলে আৰু বায়ৰণৰ সৈতে লেহাণ্টক লগ লগাই দি বাওঁৰি কাকত এখন উলিওৱাৰ কথা চিন্তা কৰিলে। বায়ৰণে তেওঁৰ ঘৰৰ তলাটো দিবলৈ সন্মত হ'ল।

বহুতো অসুবিধা সত্বেও ১৮২২ চনৰ জুন মাহত তেওঁ লেগহৰ্ণ পালে। ট্ৰেনালিয়ে বন্দৰত অপেক্ষা কৰি আছিল বলিভাৰত উঠি। শ্যেলী আৰু উইলিয়াম আহিল এৰিয়েলত। শ্যেলীয়ে লেহান্টক লৈ পিছালৈ গ'ল। উইলিয়ামে লেগহৰ্ণত শ্যেলীৰ বাবে অপেক্ষা কৰি থাকিল।

কিন্তু বায়ৰণ হান্টক লৈ সন্তুষ্ট হ'ব নোৱাৰিলে। বিশেষকৈ তেওৰ ঘৈণীয়েক আৰু উৎপতীয়া ল'ৰা ছোৱালী কেইটাই তেওঁক অতিষ্ঠ কৰি তুলিলে। বাতৰি কাকতৰ একো ঠিক নোহোৱাত শ্যেলীয়ে তাত থাকিব লগা হ'ল কেবাদিনো। ইপিনে উইলিয়াম অধৈৰ্য্য হৈ পৰিছে ঘৈণীয়েকক নেদেখি।

অৱশেষত যেনিবা প্ৰথম সংখ্যা কাকত বায়ৰণৰ **The Vision of Judgement** ৰ প্ৰকাশেৰে ওলোৱাটো সিদ্ধান্ত হ'ল।

ইপিনে লেগহৰ্ণত উইলিয়ামে ে যলীৰ বাবে অতিষ্ঠ হৈ উঠিল। শ্যেলীয়ে তেওঁৰ পলম হোৱাৰ কাৰণ ব্যাখ্যা কৰি চিঠি দিলে। জুলাই মাহৰ গৰম। খেতিয়কবোৰে পথাৰত কাম কৰিব পৰা নাই। পানী কমি গৈছে। পুৰোহিতবোৰে আচৰিত ধৰণৰ মূৰ্তিবোৰ লৈ শোভাযাত্ৰা কৰিছে বৰষুণ অহাৰ কামনাৰে।

৮ তাৰিখে ট্ৰেলানি আৰু শ্যেলী পিছাৰ পৰা আহি পালে। তেওঁলোকে কাচামাগ্ৰীৰ কাৰণে বয় বস্তু কিনিলে আৰু তিনিও বন্দৰলৈ গ'ল। বলিভাৰত উঠি ট্ৰেলানিয়ে এৰিয়েলৰ লগত যাব খুজিছিল। কিন্তু তেওঁৰ কাগজ-পত্ৰ ঠিক নথকাত স্বাস্থ্য বিষয়াই তেওঁক দণ্ড বিহাৰ কথা ক'লে ট্ৰেলানিয়ে কাগজ পত্ৰ ঠিক ঠাক কৰিবলৈ যাবলৈ ওলাল। উইলিয়াম অধৈৰ্য্য। তেওঁ অলপো ৰব নোখোজে। ইপিনে বতৰ বেয়া হৈ আহিছে। যি কোনো মুহূৰ্তত ধুমুহা আহিব পাৰে। কেপ্তেইন ৰোবাৰ্টে সাৱধান কৰি দিলে উইলিয়ামে কোনো কথা নুশুনি যাত্ৰা আৰম্ভ কৰিলে। তিনিজন প্ৰাণী এৰিয়েলত উঠিল—শ্যেলী উইলিয়াম আৰু নাৱৰীয়া চাৰ্লচ ভিভিয়ান।

তেওঁলোকে যাত্ৰা আৰম্ভ কৰিলে। ৰোবাৰ্টে লাইট হাউচৰ ওপৰত উঠি চালে— ততিয়া এৰিয়েল দহ মাইল মান দূৰ পাইছে। সাগৰ উপকূলৰ পৰা লাহে লাহে এচাটি ধুমুহা তীব্ৰগতিত উঠি আহিব ধৰিছে। এৰিয়েল পূৰ্ণ গতিৰে আগবাঢ়ি গৈ আছে। ধুমুহাই সাগৰ তোলপাৰ লগালে

দিগন্ত পৰিষ্কাৰ হোৱাৰ পাছত ট্ৰেলানি আৰু ৰোবাৰ্টে সাগৰৰ পিনে উদ্বিগ্ন হৈ চালে। সাগৰত সি চৰিত হৈ পৰা সৰু সৰু নাও বোৰৰ মাজত ক ৰবাত শ্যেলীৰ নাও চকু পৰেনে চালে। কিন্তু তেওলোকৰ নাওখন চকুত নপৰিল।

ইপিনে জেন আৰু মেৰীযে দুয়োৰে কাৰণে অধীৰ আগ্ৰহেৰে অপেক্ষা কৰি আছে। দুয়োৰে দুচকু চকুপানীৰে ভৰি পৰিছে। মেৰীৰ মনটো উদাস হৈ পৰিছে। মেৰীয়ে ক লে শ্যেলী উভতি আহিলেহে মোৰ মন শান্ত হৈ পৰিব।

পিছদিনা জেনে উইলিয়ামৰ চিঠি এখন পালে। তা লিখা আছে — শ্যেলীলৈ মই অপেক্ষা কৰি আছো। তেওঁ যদি সোমবাৰে নাহে মই অন্য নাৱেৰে যেনেতেনে উভতি যাম। আৰু বৃহস্পতিবাৰে ঘৰ পাম। সেই সোমবাৰটোৱে আছিল ধুমুহা অহা সোমবাৰ। দুয়ো ভ বিব নোৱাৰিলে যে সেই ধুমুহাৰ দিনাখনেই দুইজনে যাত্ৰা আৰম্ভ কৰিব।

বৃহস্পতিবাৰে ৰাতিলৈ অপেক্ষা কৰি কৰি তেওলোক ভাগৰি পৰিল। কাৰোবাৰ অসুখ বিসুখ হোৱাৰ চিন্তাহে মনলৈ আহিল। এবাৰৰ বাবেও নাও ডুবাৰ কথা মনলৈ নাহিল। তাৰ পাছদিনা লেহাণ্টৰ চিঠি আহি পালে। লেহাণ্টে শ্যেলীলৈ লিখিছে— সোমবাৰে তুমি যোৱাৰ পাছত বোৱা ধুমুহাই আমাক চিন্তিত কৰিছে। তুমি নিৰাপদে গৈ পোৱাৰ খবৰ দিবা।

মেৰীৰ হাতৰ পৰা চিঠিখন সুলকি পৰিল। জেনে সেইখন বুটলি লৈ ক লে— তেনেহলে সকলো শেষ।

মেৰীয়ে ক লে— সকলো শেষ নহয় জেন বলা আমি লেগহৰ্ণলৈ যাওঁ।

লেগহৰ্ণলৈ যাওতে পিছ ৰ ষাব লাগে। বাটত তেওঁলোকে বাযৰণক শ্যেলীৰ কথা সুধিলে। বায়ৰণে ক লে— সোমবাৰে শ্যেলী যোৱাৰ পাছত তেওৰ আৰু একো নেজানে।

লেগহৰ্ণত বিচাৰি বিচাৰি তেওঁলোকে ৰবাৰ্ট আৰু ট্ৰেলানিক উলিয়ালে। তেওলোকে এৰিয়েলক ধুমুহাই কৰাবালৈ উটুৱাই নিছে নেকি তাৰ বিষযে অ ত ত ত খবৰ কৰিলে। কিন্তু একো খবৰ নেজানে।

ইয়াৰ ছয়দিন পাছত ট্ৰেলানিয়ে এটা সাগৰৰ চৌৱে উটুৱাই লৈ যোৱা মৃ দেহৰ খবৰ পালে। গৈ দেখা পালে মৃতদেহটো মাছৰ আহাৰ হৈ বিকৃত হৈ পৰিছে। মানুহজনৰ জেকেটৰ পৰা পোৱা চফোক্লিচ এখন আৰু কীটচৰ কবিতাৰাশিৰ পৰা সেইজনই শ্যেলী বুলি তেওৰ দৃঢ বিশ্বাস হ ল। তাৰ কিছুদিন পাছত উইলিয়াম আৰু চালচ ডিভানাৰ মৃ দেহটো পোৱা গ ল। সাগৰৰ বালিৰ স্তূপত সেই দেহৰ অৱশেষবোৰ সমাধিস্থ কৰি ট্ৰেলানি মেৰীৰ ওচৰ পালে।

শ্যেলীৰ ঘৰৰ দুৱাৰ মুখ পাই তেও বৈ গ ল। ঘৰখনত কাকো দেখিবলৈ পোৱা নেযায়। ডাঙৰ ঘৰটোত এটা লেম জ্বলি আছে। বোধহয় সেই পোহৰতে দুজনা বিধবাই ইজনীয়ে সিজনীক নতুন নতুন আশাৰ বাণী শুনাই বহি আছে। ট্ৰেলানিযে পোন প্ৰথমবাৰৰ বাবে এইখন ঘৰত প্ৰবেশ কৰাৰ সেই মধুৰ দিনবোৰ সু ৱৰিবলৈ ধৰিলে। শ্যেলীৰ হাহিৰ টুকুৰাবোৰে জেনৰ গীতৰ মধুৰ কলিৰ অ শবোৰে তেওৰ স্মৃতিৰ পৰ্দাত ভাহি উঠিল। ভাহি উঠিল উইলিয়ামৰ সৌহাৰ্দ্যপূৰ্ণ ব্যৱহাৰৰ স্মৃতিবোৰ।

হঠাতে তেওৰ ভাৱত আউল লাগিল। কেটেৰিনা নামৰ নাৰ্চজনীয়ে তেওক দুৱাৰ মুখত দেখি চিঞৰি উঠিল। তেও একো নোকোৱাকৈ মেৰী আৰু জেনৰ কোঁঠালৈ সোমাই গ ল। ট্ৰেলানিয়ে এষাৰ কথাও ক ব নোৱাৰিলে। মেৰীযে তেওৰ ফালে সজল চকুজুৰি নিবদ্ধ কৰি কৈ

উঠিল আৰু কোনো আশা নাইনে ? ট্ৰেলানিয়ে একো উত্তৰ নিদিয়াকৈ-ল বা ছোৱালী কেইটাক দুৰ্ভগীয়া মাতৃৰ ওচৰলৈ লৰাটোক লৈ যাবলৈ কৈ ওলাই গ ল।

মেৰীয়ে শ্যেলীক ৰোমান কবৰ থলীত সমাধিস্থ কৰিব খুজিছিল। কিন্তু কতৃপক্ষই অনুমতি নিদিলে। এবাৰ বালিত পুতি কবৰ দিয়া মৃতদেহ দ্বি ীয়বাৰৰ বাবে ইয়াত কবৰস্থ কৰিব নোৱাৰে।

শ্যেলীৰ মৃতদেহটো গ্ৰীক প্ৰথামতে পুৰি পেলোৱাৰ ঠিক কৰা হ ল। সংকাৰৰ দিনা লেহাণ্ট আৰু বায়ৰণক মাতি পঠোৱা হ ল প্ৰথম দিনা উইলিয়ামৰ মৃ দেহ সংকাৰ কৰা হ ল। এই অনুষ্ঠানৰ বাবে ইটালীয কতৃপক্ষই সংকাৰৰ দিনা এটা সৈন্যদল পঠালে।

অৱশেষত উইলিয়ামৰ মৃতদেহ বালিৰ তলৰ পৰা উলিওৱা হ'ল। বায়ৰণে তাকে দেখি কৈ উঠিল এইটো মানুহৰ শৰীৰনে ? ইয়াক ভেড়াৰ মৃতদেহৰ দৰেই দেখা গৈছে।

বায়ৰণ বিচলিত হৈ পৰিছিল আৰু তেওঁৰ আৱেগক ঢাকি ৰাখিব খুজিছিল।

অৱশেষত চিতা সাজি তাতে জুই লগাই দিলে ট্ৰেলানিয়ে। বালিত শুকাই থকা হাড়মূৰবোৰ পাইনৰ তীব্ৰ জুইৰ শিখাত দহি যাবলৈ ধৰিলে। দৰ্শকবোৰে জুইৰ তাপ সহ্য কৰিব নোৱাৰি পিছুৱাই যাব লগা হ'ল। দেহ আৰু মূৰৰ অ শবোৰত জুই লগাত জুইৰ শিখাবোৰে ৰূপালী ৰ লৈ উজ্জ্বল হৈ পৰিছিল। যেতিয়া জুইৰ উত্তাপ কমি আহিল বায়ৰণ আৰু হাণ্ট ওচৰ চাপি আহি জুইৰ মাজলৈ সুগন্ধি কাঠি নিমখ আৰু মদ চটিয়াই দিলে।

হঠাতে বাযৰণে কৈ পেলালে— আহা এতিয়া আমি সাগৰৰ শক্তি পৰীক্ষা কৰো। যিয়ে আমাৰ বন্ধুক কাঢ়ি লৈ গ ল।

তেওলোকৰ যেি য়া জাহাজ ডুবে তেওলোক সাগৰৰ কিমান দূৰ পাইছিল বুলি ভাবা ? বায়ৰণে ট্ৰেলানিক এনেয়ে সুধিলে হেলিস্পাট সাতুৰি পাৰ হোৱা বায়ৰণ থকা হলে নিশ্চয় তেওঁৰ বন্ধুক এনে কম

ভয়াবহ সাগৰত ডুবি মৰিবলৈ নিদিলেহেঁতেন। এই শোকতে ম্রিয়মাণ হৈ বায়ৰণে এই কথাখিনি কৈছিল।

তেওঁ কাপোৰ খুলি সাগৰত নামি গ'ল আৰু সাতুৰিব ধৰিলে। ট্ৰেলানি আৰু হেণ্টে তেওক অনুসৰণ কৰিলে। তেওঁলোকে উভতি চাই দেখিলে উইলিয়ামৰ চিতাৰ জুইৰ শিখা বালিৰ ওপৰত ঢিমিক-ঢামাককৈ জ্বলি আছে।

পিছদিনা শ্যেলীৰ সৎকাৰৰ ব্যৱস্থা কৰা হ'ল। তেওৰ মৃতদেহটো ৰেগিওৰ ওচৰত সাগৰ আৰু পাইন হাবিয়নিৰ মাজত পুতি থৈছিল।

বতৰটো উজ্জ্বল আছিল। প্ৰখৰ সূৰ্য্যৰ তাপত হালধীয়া বালিবোৰ আৰু গভীৰ বেঙ নীয়া সাগৰৰ দৃশ্যই সুন্দৰ বৈপৰীত্যৰ সৃষ্টি কৰিছিল। গছবোৰৰ ওপৰৰ আকাশখনক এপেনাইনবোৰে মেঘালী আৰু মাৰ্বলৰ পটভূমিৰে ঢাকি দিছিল যাক দেখি শ্যেলীয়েও ভাল পালেহেঁতেন। গাঁওৰ ল'ৰা ছোৱালীবোৰ এই দৃশ্য চাবলৈ দৌৰি আহিছিল। কিন্তু কানেও এষাৰ মাত মতা নাছিল।

বায়ৰণ নিজেও নিমাত আৰু চিন্তাকুল হৈ পৰিছিল। অ লৌহ ইচ্ছাশক্তি। তোমাৰ সাহসৰ েনে এই পৰিণতি প্ৰমিথিউচৰ দৰে তুমি জুপিটাৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছিলা আৰু এতিয়া চোৱা ।

সৈন্যবোৰে খান্দি খান্দি মৃতদেহটো উলিয়াবৰ চেষ্টা কৰিছে। হঠাতে এটা শব্দই সচকিত কৰি দিলে যে নিশ্চয় মূৰৰ খোলাত কোৰৰ খুন্দা লাগি এই শব্দ হৈছে। বায়ৰণ কঁপি উঠিল।

শ্যেলীৰ দেহাৱশেষ খান্দি উলিয়াই চিতাত তোলা হ'ল। মুখাগ্নি কৰা আৰু নিমখ চটিয়াই দিয়া হ'ল জুইৰ শিখাত। তেওঁৰ মৃন্দেহত ইমাই মদ ঢালি দিয়া হ'ল বোধহয় সিমান মদ তেওঁ গোটেই জীৱনতে খোৱা নাছিল। তিনি ঘণ্টা মানৰ মূৰতো তেওঁৰ ভাঙৰ হৃৎপিণ্ডটো পোৰা যোৱা নাছিল। ট্ৰেলানিয়ে সেইটো জ্বলি থকা চিতাৰ পৰা টান মাৰি আনিলে। এনে কৰোতে তেওঁৰ হাতো পুৰিল। মূৰৰ খোলাৰ

যিটো অংশৰ ওপৰত কোৰৰ কোব পৰিছিল সেই অংশটো থহি পৰিল আৰু তেওঁৰ মগজুবোৰ উতলিব ধৰিলে।

বায়ৰণে সেই দৃশ্য চাব নোবাৰিলে। আগদিনাৰ দৰে তেওঁ উপসাগৰত পৰি থকা বলিভাৰথনৰ ওচৰলৈ সাঁতুৰি গুচি গ'ল। ট্ৰেলানিয়ে হাড়মূৰৰ পোৰা অৱশেষ কিছু লগত লৈ আহিল এক কাঠৰ বাকচ এটাত ভৰাই।

এতিয়া কাহিনীৰ বাকী চৰিত্ৰবোৰনো কি হ'ল তাকে কোৱা যাওক—

টিমোথী শ্যেলীয়ে ৯১ বছৰ বয়সলৈ বাচি থাকিল। ১৮৪৪ চন মৃত্যুবৰণ কৰিলে। তেওঁ মেৰীক এটি কথা দিলে এটা চৰ্তত যেতিয়া লৈকে টিমোথী শ্যেলী বাচি থাকিব তেতিয়ালৈকে যেন শ্যেলীৰ মৰণোত্তৰ কোনো কবিতা বা আত্মজীৱনী মেৰীয়ে প্ৰকাশ নকৰে। তেওঁৰ মৃত্যুৰ পাছত তেওঁৰ সম্পত্তিৰ অধিকাৰী হ'ব পাৰ্চী ফ্লোৰেঞ্চ।

মেৰী আৰু জেন বহুদিনলৈ একেলগে আছিল। শ্যেলীৰ বন্ধু ট্ৰেলানিয়ে মেৰীৰ আৰু হগ জেনৰ পাণি প্ৰাৰ্থনা কৰিলে। মেৰীয়ে এই প্ৰাৰ্থনা মঞ্জুৰ কৰিলৈ তাই ক'লে মেৰী শ্যেলী এই নামটো তাইৰ বাবে বৰ মৰমৰ। এই নামটোৱে তাইৰ সমাধিৰ ফলকত অংকিত হৈ থকাতো তাই বিচাৰে। আনহাতে জেনে হগৰ প্ৰস্তাৱ গ্ৰহণ কৰিলে।

ক্লেয়াৰ ৰাছিয়াত শিক্ষয়িত্ৰী হৈ থাকিল। টিমোথী শ্যেলীৰ মৃত্যুৰ পাছত শ্যেলীয়ে তাইৰ বাবে এৰি থৈ যোৱা ১২ হেজাৰ পাউণ্ড লাভ কৰিলে আৰু ইয়ে তাইক দাৰিদ্ৰ্যৰ পৰা মুক্তি দিলে।

বয়স বাঢ়ি অহাৰ লগে লগে এই তিনিগৰাকী তিৰোতাই তেওঁ লোকৰ মাজতে কাঁজিয়া পেচাল কৰিব ধৰিলে। জেনে প্ৰচাৰ কৰি দিলে যে কাচামাগ্ৰীত থাকোঁতে তাইক শ্যেলীয়ে অকলে প্ৰেম নিবেদন কৰিছিল। মেৰীয়ে জেনৰ এইবোৰ কথাত ইমান অসন্তুষ্ট হৈ পৰিল যে তাই জেনক নেচাবলৈ ঠিক কৰিলে। লাহে লাহে মিৰাণ্ডা এজনী বুঢ়ীত পৰিণত হ'ল। কিন্তু তাই সদায় আকৰ্ষণীয়া হৈয়ে

থাকিল। তাইৰ চকু এতিয়াও উজ্বলি উঠে যেতিযাই কোনোবাই কবিৰ কথা উলিয়ায।

ক্লেয়াৰে  ৰখন গ্ৰন্থ প্ৰণয়ন কৰাৰ স কল্প লৈছিল। কিন্তু মানসিক অসুস্থতাৰ কাৰণে নোৱাৰিলে। তাই শেষ ডোখৰত ফ্লোৰেঞ্চতে কটায আৰু ৰোমান কেথলিক হৈ দয়াশীলতাৰ জীৱন যাপন কৰিলে।

১৮৭৮ চনত এজন ডেকা ল ৰা আহি ক্লেয়াৰৰ পৰা বায়ৰণ আৰু শ্যেলীৰ বিষযে জানিব খুজিলে। এই দুজন মানুহৰ নাম কোবাৰ লগে লগে বুঢ়ী হৈ যোবা ক্লেযাৰৰ অজস্ৰ কুঞ্চিত ৰেখা উপচি পৰা মুখত এক ঠৰ বছৰীযা ছোবালীৰ াহিৰ দৰে হাহি বিযপি পৰিল।

তুমিও নিশ্চয ধৰি লৈছা যে মই বায়ৰণক ভাল পাইছিলো।

তেনেহলে—ল ৰাজনে আচৰিত হৈ সুধিলে।

হে মোৰ ডকা বন্ধু এদিন তুমিও ৴খন নাৰী হৃদযক ভালদৰে বুজি পাবা। মই চমকিত ৈছিলো। সেয়া প্ৰেম নাছিল। হযতো প্ৰেমলৈ ৰূপান্তৰিত হ লহেতেন। কিন্তু কাহানিও নহ ল।

অলপ সময মৌনতা বিৰাজ কৰিলে দুয়োৰে মাজত। ল ৰাজনে অলপ হেহো নেহোকৈ সুধিলে— আপুনি তেনেহলে কেতিযাও কাকো ভাল পোবা নাছিল ?

ক্লেয়াৰৰ শুকান গালৰ ওপৰেৰে এটা মৃদু হাঁহি বাগৰি গ ল। তাই একো নেমাতি কেৱল তলৰ ফালে চাই থাকিল।

শ্যেলীক ? সি সৰু সৰুকৈ সুধিছিল।

মোৰ সমস্ত অন্তৰাত্মাৰে—মাটিৰ পৰা চকুহাল নোতোলাকৈ য় ৱাই কৈ গ ল।

তাৰ পাছত বৰ মৰম লগাকৈ তাই তাৰ গালত এটা টোকৰ মাৰি দিলে।

———

# ইবচেনৰ নাটক এন এনিমি অব দি পিপল

## হেনৰিক ইবচেন

১৮২৮ চনত হেনৰিক ইবচেনৰ জন্ম হয় দক্ষিণ নৰৱেৰ টেলেমাৰ্কিন অঞ্চলৰ সমুদ্ৰতীৰত অৱস্থিত সৰু চহৰ স্কেইনত। তেওৰ পিতৃ আছিল এজন ব্যৱসায়ী। কিন্তু তেওৰ অৱস্থা দেউলীয়া হোৱাত পৰিয়ালটো আৰ্থিক সংকটত পৰে। ইবচেনে এখন ঔষধৰ দোকানত সামান্য এটা চাকৰি যোগাৰ কৰি লবলগীয়া হল। তেনেদৰে চাকৰি কৰিয়ে তেও পঢ়া শুনা কৰিবলৈ ধৰিলে। গ্ৰীমষ্টাডৰ সেই দোকানত কাম কৰোঁতেই তেও বিশ্ববিদ্যালয়ৰ পৰীক্ষাৰ কাৰণে লেটিন মনপুতি পঢ়িছিল এই অধ্যয়নৰে ফলশ্ৰুতি হল তেওৰ প্ৰথম নাটক কেটেলিনা। ১ ৫ চনত তেও ওচলোলৈ যায় আৰু তাতেই নাটক আৰু কাব্য ৰচনা আৰম্ভ কৰিলে। ১৮৫১ চনত বাৰ্গেনৰ জাতীয় মঞ্চৰ নাট্যকাৰ আৰু নাট্য পৰিচালক ৰূপে তেও নাট প্ৰযোজনা কৰিবলৈ আৰম্ভ কৰিলে। ১৮৫৭ চনত তেও ওচলোৰ নৰওৱে থিয়েটাৰৰ পৰিচালক নিযুক্ত হয়। ইয়াৰ পাছত তেও চুচানাথোৰেচেনৰ লগত বৈৱাহিক জীৱন আৰম্ভ কৰে। নাট্য ৰচনা আৰু পৰিচালনা ক্ষেত্ৰত তেওঁ পত্নীৰ দ্বাৰা প্ৰভূত পৰিমাণে উৎসাহিত হয়।

১৮৬২ চনত আৰ্থিক স কটৰ কাৰণে তেওৰ থিয়েটাৰ বন্ধ হৈ যায়। এই সময়ত নৰৱেৰ লোক সংস্কৃতি সম্পৰ্কে তেও বিস্তৃতভাৱে অধ্যয়ন কৰে। ১৮৬৪ চনত তেও ভ্ৰমণ ফেলশ্বিপ লৈ পেৰিছ আৰু ৰোমলৈ যায়। ১৮৬৮ চনলৈ তেও ইটালীত থাকে। ১৮৬৬ চনত প্ৰকাশিত হোৱা তেওঁৰ নাটক ব্ৰাণ্ডে তেওক নৰৱেত বিশেষ জনপ্ৰিয় কৰি তোলে। ইয়াৰ পাছত প্ৰকাশিত হয় তেওঁৰ আন এখন উল্লেখযোগ্য নাটক গীয়াৰগিন্ট। ইয়াৰ লগে লগে তেওঁ লিখনিৰে উপাৰ্জন কৰিবলৈ ধৰিলে। ইবচেনৰ সৃষ্টি সম্ভাৰে নতুনত্বৰ স্বাক্ষৰ লৈ এই

সময়তে বিশেষ আলোড়নৰ সৃষ্টি কৰে। তেনে বিশেষত্বমণ্ডিত তেওঁৰ গুৰুত্বপূৰ্ণ নাটকবোৰ হ'ল 'দি পিলাৰচ অব চোচাইটি (১৮৭৭) এ ডলচ হাউচ (১৮৭৯) গোষ্টচ (১৮৮১) এন এনিমি অব দি পিপল (১৮৮২) দি ওবাইল্ড ডাক ( ৮৮৪) ৰজমাৰচহলম্ (১৮৮৬) দি লেডী ফ্ৰম দি চী ( ১৮৮৮ ) হেড্ডা গেবলাৰ (১ ৯ ) দি মাষ্টাৰ বিল্ডাৰ (১৮৯২) লিটল ইযলফ (১৮৯৪) জন গাব্ৰিয়েল বৰ্কমেন (১৮৯৬) হোৱেন ইউ ডেড এয়োকেন (১৯ ) ইত্যাদি।

ইবচেন নতুন নাট্যধাৰাৰ প্ৰৱৰ্তক। বিষয়বস্তু আৰু আঙ্গিক উভয় ক্ষেত্ৰতে তেওঁ নতুনত্ব প্ৰদৰ্শন কৰে। তেওঁৰ নাটকবোৰ সাধাৰণতে সমস্যামূলক। সমাধানৰ ইঙ্গিত দিয়াতকৈ সমস্যা এটা নাটকত উপস্থাপিত কৰিহে নাটকক তেওঁ নতুনত্বমণ্ডিত কৰি তোলে। নাটকৰ প্লটবোৰত কাৰ্য্যৰ মাত্ৰাধিক্যৰ পৰিৱৰ্তে পোৱা যায় আলোচনাৰ যোগেদি সমস্যাৰ সমাধানৰ প্ৰয়াস তেওৰ নাটকৰ আন এক বিশেষত্ব হ'ল মনস্তাত্বিক তাৎপৰ্য্যমণ্ডিত হৈ চৰিত্ৰ আৰু ঘটনাবোৰ প্ৰকাশিত হয়। মনস্তাত্বিকতাৰ প্ৰতি বিশেষ প্ৰৱণতাৰ কাৰণেই তেওৰ নাটকবোৰ চৰিত্ৰপ্ৰধান হৈ পৰে। প্লটতকৈ চৰিত্ৰৰ প্ৰতি নাট্যকাৰৰ মনোযোগ বেচি। কিন্তু চৰিত্ৰবোৰক পূৰ্ণৰূপে বিকশিত কৰি দেখুওৱাৰ পৰিৱৰ্তে তেওলোকৰ বৰ্তমান ৰূপতেই স্পষ্ট কৰি তোলে কিন্তু সময় আগবঢ়াৰ লগে লগে সিবোৰৰ অতীত ইতিহাস তেওঁ মূৰ্ত কৰি তোলে। চৰিত্ৰ এটাক পূৰ্ণৰূপে বুজিব নোৱাৰাকৈ তেওঁ প্ৰথমতে অ কন কৰে যাতে তাৰ দ্বাৰা আমাৰ মনত কৌতূহলৰ সৃষ্টি হয় কিন্তু পাছত লাহে লাহে চৰিত্ৰটোৰ স্বৰূপ স্পষ্ট কৰি তুলি আমাৰ কৌতূহল নিৰসন কৰে। তেওৰ নাটকৰ চৰিত্ৰবোৰ সদায় টাইপ নহয়। অসাধাৰণ ব্যক্তিত্বৰে সেইবোৰ একো একোটা ব্যক্তিসত্তা। চৰিত্ৰবোৰ টাইপ চৰিত্ৰৰ বৈশিষ্ট্যবোৰ সামৰি লৈয়ে অসাধাৰণ হৈ উঠে তেওঁৰ চৰিত্ৰ নিৰ্মাণৰ ক্ষমতাৰ বলত। উদাহৰণস্বৰূপে এ ডলচ হাউচৰ হেলমাৰ এক আত্মসন্তুষ্ট টাইপ স্বামী কিন্তু তেওঁৰ তীক্ষ্ণতা

অসাধুতা আৰু তেওঁ নিজৰ কপটাচাৰক আৰু আত্মস্বাৰ্থপৰতাক উপলব্ধি কৰিব নোৱাৰা গুণৰ সমাবেশেৰে একক আৰু অনন্য হৈ পৰিছে। সৰু সৰু চৰিত্ৰ চিত্ৰণতো ইবচেনে নিজৰ পটুতা প্ৰদৰ্শন কৰিছে।

প্ৰতীক আদি প্ৰয়োগৰ ক্ষেত্ৰতো ইবচেনে বিশেষ কুশলতা দেখুৱাইছে। আনহাতে আকৌ গদ্যৰ সংলাপৰ সুন্দৰ প্ৰয়োগেৰে বাস্তৱবাদৰ ভেটি নিৰ্মাণ কৰি গৈছে। তেওঁৰ গদ্য সদায় বিশেষণ অলংকাৰ বৰ্জিত মাৰ্জিত আৰু কথ্যৰীতিৰ ওচৰ চপা।

আধুনিক সমাজ ব্যৱস্থাত দেখা নানা ধৰণৰ কপটাচাৰ স্বাৰ্থপৰতা, তৰলতা ভীৰুতা তেওঁ নাটকত উপস্থাপিত কৰি তেওঁৰ প্ৰখৰ বাস্তৱ চেতনাৰ পৰিচয় দাঙি ধৰিছে। খোলাখুলিভাৱে নাটকবোৰত তেওঁ যৌনৰোগ দাম্পত্য বিশ্বাস স্ত্ৰীৰ অধিকাৰ আদিৰ বিষয়ে আলোচনা কৰি তেওঁৰ সাহসিকতাৰ পৰিচয় দিছে। অৱশ্যে ইয়াৰ বাবে তেওঁ যথেষ্ট গৰিহণাৰ পাত্ৰও হৈছিল। তথাপিও এই সমস্যাবোৰক নাটকত স্পষ্টভাৱে উপস্থাপিত কৰিছিল আৰু পাঠকক বা দৰ্শকক সমাধানৰ পথ উলিয়াই লবলৈ সচকিত কৰি তুলিছিল। নিজ ব্যক্তিসত্তাক বিচাৰি চাবলৈ যেন তেওঁ পাঠক তথা দৰ্শকক উৎসাহিত কৰিছিল। ইচ্ছাৰ স্বাধীনতাৰ ওপৰত তেওঁ জোৰ দিলেও ঐতিহ্য আৰু পৰম্পৰাই চৰিত্ৰবোৰক গঢ় দিয়ে বুলি প্ৰতিপন্ন কৰিছে।

## এন এনিমি অব দি পিপল

ইবচেনৰ এখন গুৰুত্বপূৰ্ণ নাটক হল— এন এনিমি অব দি পিপল (১৮৮২)। এই নাটকখনৰ মাজেৰে নাট্যকাৰে গণতান্ত্ৰিক সমাজ ব্যৱস্থাৰ মাজত থকা ভুৱা ভণ্ডামিক উন্মুক্ত কৰি দেখুৱাই নিজৰ সাহস প্ৰদৰ্শন কৰিছে। এখন সৰু চহৰত থকা এক স্নানাগাৰলৈ আহে দূৰ ঠাইৰ পৰা অজস্ৰ মানুহ আৰু তাৰ জৰিয়তে নগৰ কতৃপক্ষই লাভ কৰে যথেষ্ট অৰ্থ। কিন্তু এদিন সেই স্নানাগাৰৰ পানী হৈ পৰে বিষাক্ত। স্নানাগাৰৰ কতৃপক্ষই জানিও এই কথা গোপন কৰি ৰাখিব বিচাৰে কিন্তু ডাক্তৰ ষ্টকমেনে তাক প্ৰকাশ কৰি দিব খোজাত তেওঁক গণ-

শত্ৰু আখ্যা দিয়া হয়। সংখ্যাত বেচি হ'লেই যে তেওলোকৰ মত অভ্ৰান্ত নহয় আৰু সংখ্যাগুৰু সকলে কৰা কাম যে সদায় সৰ্বসাধাৰণৰ মঙ্গলৰ কাৰণে নহয় তাক লাহে লাহে নাট্যকাৰে উন্মোচিত কৰি তোলে। মানুহৰ প্ৰৱৰ্তিত যি কোনো অনুশাসনৰ বহুত ওপৰত মানুহৰ জীৱন। প্ৰত্যেকজন মানুহৰ জীৱনত যে তেওঁৰ নিজস্ব এটা আদৰ্শ থকা প্ৰয়োজন আৰু সেয়াই স্বাভাৱিক অগ্ৰগতিৰ লক্ষণ তাকেই যেন ইবচেনে এই নাটকত প্ৰতিপন্ন কৰি ব্যক্তিত্ববাদৰ ওপৰত গভীৰ আস্থা স্থাপন কৰিছে।

এই নাটকৰ মূল চৰিত্ৰ ডাক্তৰ ষ্টকমেন এজন সৎসাহস আৰু কতৰ্ব্যনিষ্ঠাৰে সমুজ্জ্বল ব্যক্তি। তেও ব্যক্তিগত স্বাৰ্থক সামূহিক স্বাৰ্থৰ সম্মুখত জলাঞ্জলী দিছে। সবল নাৰী চৰিত্ৰ সৃষ্টি ইবচেনৰ নাটকৰ বিশেষত্ব। এই নাটকতো ডাক্তৰ ষ্টকমেনৰ জীয়ৰী পেট্ৰাই সাহস আৰু ধৈৰ্য্যৰ চিনাকী দিছে। প্ৰথমতে ষ্টকমেনৰ ঘৈণীযেক এগৰাকী সাধাৰণ নাৰীৰ দৰে সৰল আৰু সাধাৰণ আ-িল। কিন্তু পিছলৈ তেওঁ সাহসেৰে সমুজ্জ্বল হৈ পৰিছে।

নাটকখন ব্যঙ্গ বিদ্ৰূপ বক্ৰোক্তি আদিৰ লগতে প্ৰ-ীক আদিৰ সু প্ৰযোগেৰে অনন্য সাধাৰণ হৈ পৰিছে। বক্তব্যৰ বলিষ্ঠতা আৰু স্পষ্ট ়াই লিখকৰ এক স্থিৰ প্ৰ য়য় আৰু জীৱন দৰ্শন স্পষ্ট কৰি তুলিছে। এক নতুন সত্যক ডাক্তৰ ষ্টকমেনৰ যোগেদি লিখকে এনেদৰে উপস্থাপিত কৰিছে—

Ye I hav th th ng y u th t th tr ng t m n n th wo ld the m n wh t nds l n

ইবচেনৰ সবল ব্যক্তিত্বক বুজিবলৈ নাটকৰ এই স'লাপখিনিয়ে যথেষ্ট।

## নাটকৰ কাহিনীৰ সংক্ষিপ্ত ৰূপ

নৰৱে চহৰৰ সমীপৱৰ্তী এটি কৃত্ৰিম জলাশয়। কিছুমান বিত্তবান মানুহে স্বাস্থ্য আৰু পৰ্য্যটক নিবাস প্ৰকল্পৰূপে ইয়াক গঢ়ি তুলিছে। এই প্ৰকল্পটোৰ পৰিচালনা কৰে নৰৱে চহৰৰ বিশিষ্ট নাগৰিক মেয়ৰ

পিটাৰ ষ্টকমেনে। এই পৰ্য্যটক নিবাসৰ স্নানাগাৰবোৰৰ স্বাস্থ্য বিষয়া ৰূপে নিযুক্তি দিয়া হয় মেয়ৰ ভাতৃ ডা টমাছ ষ্টকমেনক। সুস্বাস্থ্য ৰোগৰ আৰোগ্য লাভ আৰু অৱসৰ বিনোদনৰ কাৰণে দেশৰ বিভিন্ন প্ৰান্তৰ পৰা অজস্ৰ পৰ্য্যটক ইয়ালৈ আহিব ধৰাৰ লগে লগে প্ৰকল্পটোৰ ব্যৱসায়িক সাফল্য আৰু উদ্যোগপতি ব্যৱসায়ী গোষ্ঠীটোৰো সামাজিক প্ৰতিপত্তি উত্তৰোত্তৰ বৃদ্ধি পাব ধৰিলে। সকলো ফালৰ পৰা আহিল অৰ্থ জাগি উঠিল জীৱনৰ চাঞ্চল্য। ইয়াৰ লগে লগে তাৰ মাটি আৰু ঘৰৰ দামো বাঢ়ি গ'ল আশ্চৰ্য্যজনকভাৱে। নিবনুৱাৰ স খ্যাও কমিল। দুখীয়াবোৰৰ মূৰৰ ওপৰৰ পৰা কৰৰ বোজাও পাতল হৈ গৈছে। টমাচ ষ্টকমেনে নগৰৰ বিখ্যাত কাকত পিপল হেৰাল্ড কাগজত স্নানাগাৰ সম্পৰ্কে এটা প্ৰবন্ধ প্ৰকাশৰ কাৰণে দিছে আৰু সেইটো প্ৰকাশ হোৱাৰ পাছত ইয়াৰ গুৰুত্ব আৰু বাঢ়িব বুলি আশা কৰা হৈ ছ।

ডাক্তৰ ষ্টকমেনৰ ঘৰৰ এক সান্ধ্য ভোজনত সমবেত হোৱা বিশিষ্ট ভদ্ৰ মণ্ডলীৰ মাজ এই ধৰণৰ কথাবোৰ আলোচিত হৈছে। তাত উপস্থিত আছিল মেয়ৰ বাতৰি কাকতৰ সম্পাদক হৱস্তাদ সহকাৰী সম্পাদক বিলি আদি। ডাক্তৰ ষ্টকমেন স্বাভাৱিকতে উচ্ছ্বসিত হৈ পৰিছিল এক আনন্দময় পৰিবেশত। এই নগৰলৈ স্বাস্থ্য বিষয়া হৈ অহাৰ লগে লগে খ্যাতি টকা পইচা আৰু স্বচ্ছলতাই তেওঁক খুব আনন্দিত কৰি তুলিছিল আৰু সেয়ে এই নতুন জীৱন ৰসত নিমজ্জিত হোৱাৰ আনন্দ তেও ককায়েক আৰু বিশিষ্ট ব্যক্তিসকলৰ সমূখত প্ৰকাশ কৰিছিল।

মেয়ৰ ওলাই গ ল সোনকালে তেওঁ ওলাই যোৱাৰ পাছত হেৰাল্ড কাকতৰ সম্পাদক হৱস্তাদে কথাৰ মাজতে তেওঁৰ কাকতত ডাক্তৰৰ প্ৰবন্ধ এটা ছপোৱাৰ কথা উলিয়ালে। ষ্টকমেনে ক লে যে সম্প্ৰতি সেই প্ৰবন্ধটো ছপাব নেলাগে। কিয় নেলাগে তাক তেও পাছত বুজাই ক ব। এনেতে ষ্টকমেনৰ জীয়ৰী পেত্ৰাই দেউতাকৰ হাতত চিঠি এখন তুলি দি ক'লে যে তাই সেইখন তেওঁক দিবলৈ পাহৰিয়ে আছিল।

চিঠিখন হাতত লৈ ডাক্তৰ তেওৰ পঢা কোঠালৈ সোমাই গ'ল। সম্পাদক হবস্তাদে এইখিনি সময়ৰ ভিতৰতে ষ্টকমেনৰ পুতেক জীয়েক হতৰ লগত দুই এষাৰ কথা পতা আৰম্ভ কৰি দিলে। ষ্টকমেনৰ ছোৱালী পেত্ৰাই ৰাত্তিৰ স্কুলত শিক্ষকতা কৰে। হবস্তাদে সুধিলে তাইৰ চাগে যথেষ্ট কষ্ট হয়। এতিয়াও তাই স্কুল কৰি আছে নে?

ষ্টকমেনৰ জীয়েক পেট্ৰাই কৰি থকা বুলি ক'লে। পুতেক মৰ্টেনে সেই কথাব বা শুনি আছিল। বায়েকে কষ্ট কৰাৰ কথা শুনি সি ক'লে যি কষ্টকৰ কাম নকৰে সি হ'ব জলদস্যু।

আনজন পুতেকে ইলিফে ক'লে যে এনে কাম কৰিবলৈ সি অধাৰ্মিক হ'ব লাগিব। মৰ্টেনে ক'লে যে সি অধাৰ্মিকেই হ'ব। এনেদৰে সি কষ্ট কৰি নমৰে।

সিহঁতে এনেদৰে তৰ্ক বিতৰ্ক কৰি থাকোঁতে মিচেচ ষ্টকমেন সোমাই আহিল আৰু পুতেকহতক পঢিবলৈ পঢা কোঠালৈ পঠিয়াই দিলে।

এইবাৰ ডাক্তৰ তেওৰ পঢা কোঠাৰ পৰা ওলাই আহিল। হাতত তেওৰ খোলা চিঠিখন। তেওৰ চকু মুখত এক নতুন ভাবৰ ৰেঙণি। তেও কোঠাটোত সোমোৱা সকলোলৈ চাই আৰম্ভ কৰিলে।

ষ্টকমেন — ইয়াত এনে এটা কথা আছে যি প্ৰকাশ পোৱাৰ পাছত আমাৰ এই নগৰখন হৈ পৰিব এক ৰহস্য আৰু বিস্ময়ৰ উৎস।

বিলিং — ই আকৌ কেনে কথা?

ষ্টকমেন — এটা বিৰাট আৱিষ্কাৰ।

হবস্তাদ — আপুনি কি ক'ব খুজিছে ডাক্তৰ।

ষ্টকমেন — সকলোৱে জানে এই চহৰখন বেচ স্বাস্থ্যকৰ হয় নে?

হবস্তাদ — হয়।

ডাক্তৰ — এই নগৰৰ যি অপূৰ্ব স্নানাগাৰবোৰ যি ইয়াৰ ধমনী স্বৰূপ যাক স্নায়ুকেন্দ্ৰ বুলি ক'ব পাৰি তাক এতিয়া কি বুলি অভিহিত কৰিব পৰা হৈছে জানে নে?

বিলিং নগৰৰ প্ৰাণস্পন্দন। মইতো আনন্দময় মুহূৰ্তত ইয়াক এই বুলিয়ে নামকৰণ কৰিছিলো।।

ষ্টকমেন সেয়েতো ঠিকেই কিন্তু ই আৰু সেই হৈ থকা নাই। ই কিহত পৰিণত হৈছে তাক জানিলে সকলোৱে চমকি উঠিব। যাৰ কাৰণে ইমান টকা খৰচ হৈছে সেইবোৰ এতিয়া কিহলৈ ৰূপান্তৰিত হৈছে তাক কওনে?

মিচেচ ষ্টক কি হৈছে কোৱাচোন।

ষ্টকমেন সেইবোৰ বিষাক্ত বীজাণুৰে উপচি পৰিছে। স্বাস্থ্যৰ কাৰণে হৈ পৰিছে মাৰাত্মক ক্ষতিকৰ। মোলডেলৰ সকলো আবৰ্জনা তাৰ দুৰ্গন্ধপূৰ্ণ পচা বস্তুবোৰে পানী বিষাক্ত কৰি পেলাইছে আৰু সেই পানীক পাম্পৰুমৰ পৰা পঠিয়াই দিয়া হৈছে স্নানাগাৰবোৰলৈ।

হৱস্তাদ কিন্তু ডাক্তৰ আপুনি এই বিষয়ে ইমান নিশ্চিন্ত হ'ল কেনেকৈ?

ষ্টকমেন মই খুব সতৰ্কতাৰে অনুসন্ধান কৰিছো। কিছুদিনৰ পৰা মোৰ মনত এনে এটা সন্দেহ ঘনীভূত হৈছিল। বিশেষকৈ যোৱা বছৰ ইয়ালৈ যিবোৰ পৰ্য্যটক আহিছিল তেওঁলোকৰ মাজত হঠাতে বিয়পি পৰিছিল নানা ধৰণৰ অসুখ যেনে— পেটৰ গোলমাল টাইফয়েদ আদি। মই প্ৰথমতে ভাবিছিলো। পৰ্য্যটকসকলে তেওলোকৰ শৰীৰতে এই বেমাৰবোৰ লৈ অহা বুলি। কিন্তু যোৱা শীতকালত মোৰ সন্দেহ দৃঢ় হ'ল। মই স্নানাগাৰৰ পানী পৰীক্ষা কৰাৰ কথা ভাবিলো।। আৰু সেই মৰ্মে মই বিশ্ববিদ্যালয়লৈ পানীৰ নমুনা পঠিয়ালো। পৰীক্ষা কৰাৰ কাৰণে। আৰু মোৰ অনুমানেই সঁচা। পানীত পোৱা গৈছে অজস্ৰ জীৱাণু যি বিষাক্ত।

হৱস্তাদ তেনেহলে ডাক্তৰ আপুনি এতিয়া কি কৰিব খোজে।

ষ্টকমেন পানীবোৰ পৰিশুদ্ধ কৰি লব লাগিব।

গোটেই কথা মেয়ৰক জনোৱাৰ লগতে পানী পৰিশুদ্ধ কৰাৰ দিহাও তেওঁ দিব বুলি কোৱাৰ লগে লগে জীয়েক পেত্ৰাই সুধিলে বৰ দেউতাকে এই কথা জানিলে কেনে পাব বাৰু? ডাক্তৰ ষ্টকমেনে ক'লে যে তেওঁ নিশ্চয় ভালেই পাব।

হবস্তাদে ক'লে যে তেওঁ কৰা এই আৱিষ্কাৰৰ বিষয়ে তেওঁৰ কাকতত প্ৰবন্ধ এটা ছপাবলৈ ইচ্ছুক। গতিকে সোনকালে ডাক্তৰে এই বিষয়ে অলপ লিখি দিব লাগে।

বিলিঙে ক'লে যে এই বিষয়টোক কেন্দ্ৰ কৰিয়ে ডাক্তৰ অতি সোনকালে এজন বিখ্যাত মানুহ হৈ পৰিব। লগতে হবস্তাদক তেওঁ ক'লে যে ডাক্তৰষ্টকমেনৰ সন্মানাৰ্থে এটা শোভাযাত্ৰাৰো আয়োজন কৰা উচিত। ষ্টকমেনে ক'লে যে এই কথাটো লৈ এতিয়াই হুলস্থুল লগাব নেলাগে। তেওঁ ইয়াক এটা হুলস্থুলৰ বিষয় বুলি গ্ৰহণ নকৰে। এনে এক সাফল্যৰ বাবে যদি পৰিচালক মণ্ডলীয়ে ( ওৰ ৰমহা বঢাবও খোজে তাকো তেওঁ গ্ৰহণ নকৰে।

ডাক্তৰ ষ্টকমেনৰ এই সাফল্যই তাত উপস্থিত থকা প্ৰতিজন সচেতন নাগৰিকক উচ্চাসিত কৰি তুলিছিল। ডাক্তৰৰ এই সাফল্যক আদৰণি জনাবলৈ হবস্তাদ বিলিং কেপ্তেইন হোৰষ্টাৰ আৰু পেত্ৰা আটায়ে হাতত সুৰাৰ পাত্ৰ তুলি ললে।

চামৰাৰ কাৰখানাৰ মালিক মৰ্টেন কিল ডাক্তৰ ষ্টকমেনৰ শহুৰেক। পেত্ৰা স্কুললৈ যোৱাৰ সময়ত তাই ককাকৰ ঘৰত সোমাই দেউতাকৰ সেই আৱিষ্কাৰৰ কথা কৈ গৈছিল। পেত্ৰাৰ মুখৰ পৰা কথাবোৰ শুনি কিলো আহিছে জোৱায়েকৰ ওচৰ'ল। তেওঁ আহিয়েই ক'লে কথাটো যদি সচা হয় তেওঁ ভিতৰলৈ যাব আৰু যদি নহয় তেওঁ ইয়াৰ পৰাই ঘূৰিব। ষ্টকমেনে ক'লে যে ই সম্পূৰ্ণ সত্য। তেওঁ কথাটো ঠিক সময়তেই ধৰিব পাৰিলে।

কিল তেনেহলে পানীৰ পাইপেৰে জন্তুবোৰ সোমাই গ'ল নহয় নে?

ষ্টক জন্তু নহয় বেক্টেৰীয়া।

কিল কিন্তু পেট্ৰাইতো ক লে অজস্ৰ জন্তু সোমাই পৰিছে। পিছে সেইবোৰ দেখা নেযায় নহয় নে?

ষ্টক তেনেই। কোনোৱে তাক খালী চকুৰে নেদেখে।

কিল ষ্টকমেন এনেধৰণৰ গুজবেৰে তুমি কিন্তু মেযৰক কেতিয়াও গলাব নোৱাৰা।

ষ্টক দেখা যাওক।

কিল আচলতে অসন্তুষ্ট হৈ পৰিছিল জোৱায়েকৰ ওপৰত। কথাবোৰ তেওঁ জোৱায়েকক উপহাসৰ ভঙ্গীৰেই কৈছিল।

তেওঁলোকে কথা পাতি থাকোঁতে বাতৰি কাকতৰ সম্পাদক হবস্তাদ আহি ওলাল। তেওক দেখি কিলে বিদায় ললে। কিলৰ মানসিক অৱস্থাৰ কথা ডাক্তৰে হবস্তাদৰ আগত বুজাই ক লে যে শহুৰেকে মুঠে বিশ্বাস নকৰে যে পানী দূষিত হৈছে।

হবস্তাদে কলে যে তেও কিন্তু যোৱা ৰাতিৰ পৰা কথাটো বিশেষ ভাৱে চিন্তা কৰি আছে।

ডা ষ্টকমেনে পুনৰ কথাটো দোহাৰি ক লে যে মোলেদলৰ লেতেৰা জলাহৰ পৰা বীজাণুবোৰ স্নানাগাৰৰ পানীত উপচি পৰিছে।

হবস্তাদ মোৰ ধাৰণাত ইয়াৰ উৎসভূমি কিন্তু বেলেগ।

ষ্টকমেন তেনেহলে আপুনি কোনটো জলাহৰ কথা ভাবিছে।

হবস্তাদ যি জলাহত আমাৰ সমস্ত জাতি উৰলি গৈছে।

ষ্টকমেন তাৰ মানে?

হবস্তাদ বাৰে বাৰে এটাৰ পাছত এটাকৈ এই নগৰৰ সকলোবোৰ এদল বিষয়াৰ হাতত পৰিছেগৈ।

ষ্টকমেন প্ৰত্যেকবোৰেই বিষয়া নহয়।

হবস্তাদ আচলতে এদল ধনী সম্প্ৰদায় যিয়ে আমাক সদায় শাসন কৰি আছে।

ষ্টকমেন কিন্তু আপুনি মনত ৰাখিব এওঁলোক কিন্তু বেচ সমৰ্থবান আৰু দূৰদৃষ্টিসম্পন্ন মানুহ।

হবস্তাদে এই চক্ৰটোক তেওঁৰ কাকতৰ যোগেদি ভাণ্ডি চিণ্ডি পেলোৱাৰ আশ্বাস দিলে। এটা সুযোগ তেওঁৰ হাতলৈ আহিছে। এই সুযোগ তেওঁ নষ্ট নকৰে। কতৃপক্ষই কৰা ভুলৰ কথা ৰাইজৰ আগত তুলি ধৰিবই লাগিব।

তেওঁলোকে কথা পাতি থাকোঁতে কাকতৰ মুদ্ৰাকৰ আলোকচেন আহি পালে তেওঁবো সেই একেটা প্ৰশ্ন পানী দূষিত হোৱা কথাটো সঁচানে? স্নানাগাৰবোৰলৈ বিশুদ্ধ পানীৰ সৰবৰাহ কৰাৰ কথাও তেওঁ শুনিছে। সেয়াও সঁচা নিশ্চয়। এই কামত ডাক্তৰক সকলো প্ৰকাৰে তেওঁ সহায় কৰিবলৈ সাজু। এই সম্পৰ্কত এটা জনমত গঢ়ি তোলাবো প্ৰয়োজন।

ষ্টকমেন জনমত গঢ়ি তুলিব কেনেকৈ?

আলোকচেন অৱশ্যে খুব সাধাৰণভাৱে বেছি হৈ-চৈ নকৰাকৈ। মই সদায় সংযত হৈ কাম কৰাৰ পক্ষপাতী কাৰণ মই ভাবো সংযমেই হৈছে নাগৰিকৰ শ্ৰেষ্ঠ গুণ।

আ লাকচেনে ডাক্তৰ ষ্টকমেনক প্ৰশংসা কৰি অৱশেষত যাবলৈ ওলাল। যোৱাৰ সময়ত তেওঁ প্ৰতিশ্ৰুতি দি গ ল যে তেওঁৰ দৰে ক্ষুদ্ৰ ব্যৱসায়ীবোৰ সদায় ডাক্তৰৰ পাছত থাকিব। ডাক্তৰৰ পাছত আছে সংখ্যাগৰিষ্ঠৰ দল।

হবস্তাদে ডাক্তৰক পুনৰ সকিয়াই দিলে যে কতৃপক্ষৰ এই উদাসীনতাক কোনোপধ্যেই ক্ষমাৰ দৃষ্টিৰে চাব নোৱাৰি। নগৰ কতৃপক্ষৰ কথা প্ৰতিজন ভোটদাতাকে অৱগত কৰিব লাগিব। ডাক্তৰৰ ৰিপোৰ্টটো প্ৰকাশ কৰিবলৈ হবস্তাদে সেইটোৰ পাণ্ডুলিপিটো খুজি ললে। সেইটো লৈ হবস্তাদ ওলাই গ ল।

স্কুলৰ পৰা পেট্ৰা উভতি আহি মেয়ৰ আহিছে নেকি সুধিলে। ষ্টকমেনে ক লে—

ষ্টকমেন নাই। কিন্তু হবস্তাদৰ লগত মোৰ দীঘলীয়া আলোচনা হ'ল। মোৰ এই আৱিষ্কাৰত তেওঁ বৰ উত্তেজিত হৈ পৰিছে। বুজিছা পেট্রা কথাটো প্ৰথমে মই যিমান গুৰুত্বপূৰ্ণ বুলি ভাবিছিলোঁ। এতিয়া ই তাতকৈ বেছি গুৰুত্ব লাভ কৰিছে। যেতিয়াই প্ৰয়োজন হয় তেওঁৰ কাকতে মোক সমৰ্থন কৰিব।

মিচেচ ষ্টক কিন্তু তেনে প্ৰয়োজন তোমাৰ হ'ব বুলি তুমি ভাবানে?

ষ্টকমেন মই অৱশ্যে নেভাবোঁ। তথাপিও উদাৰ মনোভাৱ সম্পন্ন কোনো স্বাধীন সংবাদপত্ৰই কাৰোবাক সমৰ্থন কৰা বুলি জানিব পৰাতো সঁচাকৈয়ে গৰ্বৰ বিষয়। তুমি কি ভাবিছা? হাউচ হোল্ডাৰচ এছোছিয়েচনৰ সভাপতিও অলপ আগতে আহিছিল।

মিচেচ ষ্টক সঁচাই। তেওক আকৌ কি লাগে?

ষ্টকমেন তেওলোক আটায়ে মোক সমৰ্থন কৰিব। ক্যাথেৰিণ মোৰ পাছত কি আছে জানা নে?

মিচেচ ষ্টক তোমাৰ পাছত? নেজানো। কোন আছে নো?

ষ্টকমেন একেবাৰে নিতোল সংখ্যাগৰিষ্ঠৰ দল।

মিচেচ ষ্টক হয় নেকি? এইটো জানো তোমাৰ কাৰণে ভাল হ'ব টমাচ?

ষ্টকমেন হে ভগৱান। নগৰবাসীৰ লগত সম্পূৰ্ণ এক হৈ যাব পৰাতো যে কেনে সুন্দৰ কথা।

পেট্রা তাৰ লগতে এনে এটা কাম কৰা যাব বাস্তৱ মূল্যক কেতিয়াও আৱিষ্কাৰ কৰিব নোৱাৰি। নহয় নে দেউতা?

ষ্টকমেন আৰু বিশেষকৈ সেই কামটো যদি নিজৰ নগৰবাসীৰ ভালৰ কাৰণে হয়।

তেওঁলোকে কথা পাতি থাকোঁতে মেয়ৰ আহি পালে। মেয়ৰে ক'লে যে স্নানাগাৰ সম্পৰ্কে ডাক্তৰে পঠিওৱা ৰিপোৰ্টটো তেওঁ পাইছে।

কিন্তু তেওঁক আগতে একো নজনোৱাকৈ এইবোৰ কৰাৰ কি দৰকাৰ আছিল ?

ষ্টকমেন কিন্তু পিটাৰ এবাৰ ভাবি চোৱা মানুহে সেই পানী খায় আৰু তাতে গা ধোৱে। সেই পানী বিষাক্ত। যিবিলাক মানুহ স্বাস্থ্য উদ্ধাৰৰ কাৰণে ইয়ালৈ আহে টকা খৰচ কৰে আমি তেওঁলোকক পৰিবেশন কৰোঁ বিষাক্ত পানী।

মেয়ৰ কিন্তু তুমি যিবোৰ পানীৰ পাইপ বদলি কৰাৰ প্ৰস্তাৱ দিছা তাত কিমান খৰচ পৰিব জানা নে ? প্ৰায় দহ হেজাৰ ক্ৰোনাৰ। কাম শেষ কৰাৰ কাৰণে সময় লাগিব দুবছৰ। ষ্টকমেন চোৱা তুমি কেনে কাম কৰিলা ? যি সময়ত স্নানাগাৰবোৰে চাৰিওফালে স্বাস্থ্যকৰ বুলি ৰজনজনাই গৈছে সেই সময়তে তুমি লগাই দিলা এই হুলস্থূলখন। এতিয়া মানুহবোৰে আমাৰ নগৰখনলৈ পিঠি দি অন্য নগৰবোৰলৈ ঢাপলি মেলিব।

ষ্টকমেন তেনেহলে তুমি কি কৰা উচিত বুলি ভাবা।

মেয়ৰ মই কেৱল ইয়াকে ক'ব খোজোঁ যে কথাটো লৈ তুমি বহুত বেছি আগবাঢ়িলা। এতিয়া তুমি তোমাৰ ৰিপোৰ্টটো বন্ধ কৰিব লাগিব। এই বিষয় যাতে কোনো কথা জনসাধাৰণৰ কৰ্ণগোচৰ নহয়। নহ লে ইয়াৰ পৰিণতি বেয়াৰ ফালে ঢাল খাব। ইয়াৰ ফল ভোগ কৰিব লাগিব তোমাৰ পৰিয়ালে।

মেয়ৰে ডাক্তৰক দোষাৰোপ কৰিলে কতৃপক্ষক তেওঁ এই চেলুলৈ আক্ৰমণহে কৰিছে।

ষ্টকমেনে ক'লে যে তেওঁ এজন ডাক্তৰ এজন বৈজ্ঞানিক। গতিকে তেওঁ কোনো অসত্যক প্ৰশ্ৰয় দিব নোৱাৰে। মেয়ৰ যদি তেওঁৰ ককায়েক নহ'লহেঁতেন অসত্য পথৰ আশ্ৰয় লব কোৱাৰ কাৰণে তেওঁক

সুদাই নেৰিলেহেঁতেন। মেয়ৰে ক'লেও তেওঁ কেতিয়াও মিছা বিবৃতি দিবলৈ নেযায়। মেয়ৰে ষ্টকমেনক চাকৰিৰ পৰা বৰ্খাস্ত কৰাৰ ভাবুকি দিলে। কিন্তু ষ্টকমেন নিজ মতৰ পৰা বিচলিত নহ'ল।

এই নগৰৰ প্ৰধান উপাৰ্জনৰ পথ বন্ধ কৰি দিব ওলোৱা বুলি মেয়ৰে ডাক্তৰক সমাজৰ শত্ৰু বুলি অভিহিত কৰিলে। ষ্টকমেন খণ্ডত অধীৰ হৈ মেয়ৰক মুখ বন্ধ কৰিবলৈ ক'লে। মেয়ৰ খণ্ডতে ঘৰৰ পৰা ওলাই গ'ল।

মেয়ৰ যোৱাৰ পাছত ষ্টকমেনৰ ঘৈণীয়েকে তেওঁক বুজালে ককায়েক মেয়ৰ তথা কৰ্তৃপক্ষৰ বিৰুদ্ধে নেযাবলৈ। জীয়েক পেত্ৰা কিন্তু পিতৃৰ পক্ষত। মিচেচ ষ্টকমেনে পুনৰ গিৰিয়েকক বুজালে।

মিচেচ ষ্টক তেওঁলোকে তোমাৰ লগত অন্যায় ব্যৱহাৰ কৰিছে সেই বিষয়ে কোনো সন্দেহ নাই। কিন্তু ঈশ্বৰে জানে এই জগতত বহুত অধিকাৰ আছে। সহ্য কৰাৰ বাহিৰে আন পথ আমাৰ নাই। টমাচ তোমাৰ ল'ৰা ছোৱালী কেইটাৰ কথা এবাৰ ভাবি চোৱা। তোমাৰ চাকৰি গ'লে ইহঁত কেইটাৰ কি অৱস্থা হ'ব।

ষ্টকমেন ল'ৰা ছোৱালীহঁতৰ অৱস্থা নাই নাই যদি ই জগত ধ্বংস হৈ যোৱাটোও বুজায় মই কিন্তু মূৰ নত নকৰোঁ।

কথাখিনি কৈ ডাক্তৰ পঢ়া কোঠাৰ পিনে আগবাঢ়িল। তেওঁৰ পদাঙ্ক অনুসৰণ কৰি গৈ থকা ঘৈণীয়েকে কৈ উঠিল—টমাচ তুমি ক'লৈ যোৱা।

ষ্টকমেন মোৰ ল'ৰা ছোৱালীহঁত যেতিয়া ডাঙৰ হ'ব। স্বাধীন মানুহ হিচাপে তেতিয়া সিহঁতৰ মুখৰ ফালে চোৱাৰ সামৰ্থ্য আহৰণ কৰিবলৈ—

মিচেচ ষ্টক হে ভগৱান আমাক বচোৱা।

পেত্ৰা দেউতা অপূৰ্ব। দেউতাই কেতিয়াও মূৰ নোদোৱায়।

পিপলচ হেৰাল্ড কাকতৰ অফিচত হবস্তদ আৰু বিলিঙে ডাক্তৰৰ লেখাখিনি প্ৰকাশ কৰাৰ বিষয়ে নানা ধৰণৰ কথা পাতি আছে।

হবস্তাদ লিখাখিনি ভালদৰে পঢ়িছে নে?

বিলিং হয়।

হবস্তাদ বেচ কথা হৈছে নহয় নে?

বিলিং একোটা শব্দ যেন একো একোটা ডাঙৰ হাতুৰীৰ কোব।

হবস্তাদ কিন্তু ইহঁতক এটা মাৰেৰে আপুনি একো কৰিব নোৱাৰে।

বিলিং এনে হাতুৰীৰেই আঘাত কৰি যাব লাগিব এই সুবিধাবাদীৰ দলক। লেখাখিনি পঢ়ি পঢ়ি মোৰ ভাব হ'ল বিপ্লৱৰ মেঘ দিগন্তত ঘণীভূত হৈছে।

হবস্তাদ যিয়েই নহওঁক ইয়াৰ পৰা আমি কিছু লাভ কৰিব পাৰিছোঁ। ডাক্তৰৰ প্ৰস্তাৱটো যদি মেয়ৰে মানি নলয় তেনেহলে সৰু সৰু ব্যৱসায়ীবোৰ তেওঁৰ ওপৰত অসন্তুষ্ট হ'ব আৰু যদি মানি লয় তেতিয়াহলে যিবোৰ ডাঙৰ ব্যৱসায়ীয়ে তেওক সমৰ্থন কৰি আহিছে তেওলোকৰ মতে মেয়ৰৰ সম্পৰ্ক ছিন্ন হ'ব। চক্ৰটো এইদৰেই ভাঙিব লাগিব। কাকতৰ প্ৰতিটো সংখ্যাৰ জৰিয়তে জনসাধাৰণক অৱগত কৰিব লাগিব যে মেয়ৰে ইটোৰ পাছত সিটো কামত নিজৰ অযোগ্যতা প্ৰমাণ কৰিছে আৰু সেয়ে পৌৰসভাৰ মূল দায়িত্ব লিবাৰেলসকলৰ হাতত ন্যস্ত কৰিব লাগে বুলি আমি প্ৰতিপন্ন কৰিব পাৰিম।

তেওঁলোকে কথা পাতি থাকোঁতে ডাক্তৰ সোমাই আহিল। তেওঁ লেখাটো প্ৰকাশৰ সন্দৰ্ভত আহিছে। তেওঁ এই লেখাটো প্ৰকাশ হ'লে এনেধৰণৰ আৰু কিবাকিবি প্ৰকাশৰ বাবে দিব। হবস্তাদ বিলিং আলোকচেন প্ৰত্যেকেই ডাক্তৰৰ লেখাৰ বিষয় প্ৰশংসা কৰিলে। ডাক্তৰে কলে যে পিপলচ হেৰাল্ডতেই তেওঁ লজৰ পেলাব আৰু তাৰ পৰাই বোমাবৰ্ষণ আৰম্ভ কৰিব।

উল্লাস আৰু আনন্দ লৈ ডাক্তৰ বাতৰি কাকতৰ অফিচৰ পৰা ওলাই গ'ল। প্ৰেছলৈ এইবাৰ আহিল মেয়ৰ। তেওঁ গোপনে আহিছে হবস্তাদক লগ ধৰিবলৈ। হবস্তাদ বিলিং আলোকচেন প্ৰত্যেকৰে লগত মেয়ৰে ডাক্তৰৰ লেখাটো ছপা কৰাৰ সন্দৰ্ভত আলোচনা কৰিলে। মেয়ৰে তেওঁৰ সুচতুৰ ভাষণেৰে এইটো প্ৰতিপন্ন কৰিলে যে ডাক্তৰে এই নগৰৰ অহিত চিন্তা কৰিছে এনে কাম কৰিছে। আলোকচেনে তৎক্ষণাৎ মেয়ৰৰ পক্ষ লৈ ক'লে—তেনেহলে ষ্টকমেনক কোনোপধ্যেই ক্ষমা কৰিব নোৱাৰি।

মেয়ৰ — সচাই বৰ দুৰ্ভাগ্যৰ বিষয় আলোকচেন। মোৰ ভাই সদায় অলপ বেছি মাত্ৰাত আবেগ-প্ৰৱণ।

আলোকচেন — ইযাৰ পাছতো হবস্তাদ আপুনি ডাক্তৰক সমৰ্থন কৰিব খোজে নে?

মেয়ৰ — যি হ'বৰ হৈ গ'ল। এতিয়া কথা হ'ল এটা বিবৃতি লৈ আহিছো। বাস্তৱ দৃষ্টিভঙ্গী লৈ ইয়াত ব্যক্ত কৰিছো। যদি সৰু-সুৰা আসোঁৱাহ থাকে তেনেহলে স্নানাগাৰৰ আৰ্থিক সঙ্গতিৰ মাজত তাক ঠিক কৰি লোৱা হ'ব।

তেওঁলোকে কথা পাতি থাকোঁতে ডাঃ ষ্টকমেন পুনৰ উভতি অহা দেখা গ'ল। ডাক্তৰক দেখি মেয়ৰে বাহিৰতে টুপী আৰু লাঠিডাল এৰি এটা কোঠাত সোমাই থাকিলগৈ। ষ্টকমেন প্ৰবন্ধৰ প্ৰুফ চাবলৈ উদগ্ৰীৱ হৈ পৰিছে। সেয়েহে তেওঁ আকৌ উভতি আহিল। হবস্তাদে ক'লে ইমান সোনকালে প্ৰুফ নোলায়। তেওঁ দৰকাৰ হ'লে পুনৰ আহিবলৈ সাজু বুলি ক'লে।

এনেতে ডাক্তৰৰ ঘৈণীয়েকো আহি ছপাশাল পালে। তেওঁ হবস্তাদক ক'লে যে ডাক্তৰৰ লেখাটো যদি প্ৰকাশ পায় তেনেহলে তেওঁৰ চাকৰি যাব আৰু ঘৰখন আছুকালত পৰিব।

ষ্টকমেন — তুমি এইবোৰ চিন্তা কৰিব নেলাগে। তেওঁলোকে

তেনে কৰিব নোৱাৰে কাৰণ মোৰ পাছত আছে সংখ্যা গৰিষ্ঠৰ দল।

মিচেচ ষ্টক তোমাৰ পাছত এনে এটা লেতেৰা বস্তু থকাটোৱে তো হৈছে ডাঙৰ বিপদ।

ষ্টকমেন মূৰ্খৰ দৰে কথা নকবা ক্যাথেৰিণা। তুমি ঘৰখন চোৱাগৈ সমাজক চাবলৈ দিয়া মোক। তোমাৰ ভয় কিহৰ মোৰ নিজৰ ওপৰত সম্পূৰ্ণ আস্থা আছে। শেষ পৰ্য্যন্ত থাকিব সত্য আৰু মানুহ। তুমি তাৰে শপত খাবা পাৰা। মই যেন দেখিছো উদাৰ মধ্যবিত্ত সম্প্ৰদায়ৰ মানুহবোৰে বিজয়ী সেনানীৰ দৰে স ঘবদ্ধ হৈছে।

ডাক্তৰৰ হঠাতে চকুত পৰিল মেযৰে এৰি থৈ যোৱা টুপী আৰু লাঠি। তাকে দেখি তেও কৈ উঠিল—ইয়াত দেখো প্ৰভুত্বৰ পিৰামিড বহি আছে।

মিচেচ ষ্টক এইটো দেখো মেযৰৰ টুপী।

ষ্টকমেন এইডাল দেখো মেযৰৰ লাঠি।

ষ্টকমেনে মেয়ৰৰ টুপীটো পিন্ধি হাতত লাঠিডাল তুলি ললে। মেয়ৰে তেনেতে ভিতৰৰ কোঠাটোৰ পৰা ওলাই আহিল। খঙত তেও ৰঙা চিঙা পৰিছে। তেওঁৰ পাছে পাছে বিলিং।

মেয়ৰ এইবোৰ বান্দৰামিৰ অৰ্থ কি ?

ষ্টক তোমাৰ প্ৰতি সম্মান প্ৰদৰ্শন কৰা আৰু নো কি ? বৰ্তমান মই হৈছোঁ এই চহৰৰ সৰ্বময় কৰ্তা। (গভীৰ খোজেৰে তেওঁ খোজ কাঢিব ধৰে)।

মেয়ৰ মোৰ টুপী আৰু লাঠি দিয়া বুলি কৈছোঁ।

ষ্টক তুমি পুলিচৰ ডাঙৰ বিষয়া হব পাৰা কিন্তু মই মেয়ৰ। ময়েই এই চহৰৰ হৰ্তাকৰ্তা। এৰা মই।

মেয়ৰ টুপী খোলা বুলি কৈছো। সেইটো মেয়ৰৰ পদাধীকাৰীৰ টুপী বুলি তুমি জানা নে নাজানা ?

ষ্টক — যেতিয়া মানুহ সাৰ পাই ঠিক এটা অন্তৰ দৰে তুমি তাক জানো পদাধিকাৰীৰ প্ৰতীক এটা টুপীৰে সিহঁতক ভয় দেখুৱাব পাৰিবা। নগৰত অহাকালি জাগি উঠিব এক তীব্ৰ বিক্ষোভ। তুমি মোক বৰ্খাস্তৰ ভয় দেখুৱাইছা মই এতিয়া তোমাক বৰ্খাস্ত কৰিম তোমাৰ সকলো পদমৰ্য্যাদা কাঢ়ি লম। হয়তো তুমি ভাবিছা মই নোৱাৰো বুলি। কিন্তু মই পাৰো। কাৰণ মই অপ্ৰতিবোধ্য সামাজিক শক্তি কঢ়িয়াই আনিব পাৰো। পিপলচ হেৰাল্ডত হবস্তাদ আৰু বিলিঙে গৰ্জন কৰিব আৰু হাঁউচ হোল্ডাৰচ এছোছিয়েচনৰ সকলো সদস্যক লৈ এখোজ এখোজকৈ আগুৱাই যাব মি আলোকচেন।

আ লাক — নাই নাই ডাক্তৰ মই নেযাওঁ।

মেয়ৰ — তেনেহলে হবস্তাদ আপুনিও এই বিক্ষোভৰ লগত জড়িত হৈ পৰাৰ সিদ্ধান্ত লৈছে।

হবস্তাদ — নাই নাই মেয়ৰ।

আলোকচেন — কাকতখনক আৰু নিজকে ধ্বংস কৰাৰ দৰে মূৰ্খামি হবস্তাদে কেতিয়াও নকৰে।

ডাক্তৰ ষ্টকমেন আচৰিত হ'ল। তেওঁলোক প্ৰত্যেকৰে কথাৰ সুৰ বদলি গৈছে। বিলিং হবস্তাদ আলোকচেন আটায়ে এইবাৰ তেওঁৰ বিৰুদ্ধেহে সংঘবদ্ধ হৈছে। আলোকচেনে স্পষ্টভাৱে কৈয়ে দিলে যে ডাক্তৰৰ লেখা তেওঁলোকে নছপায় কাৰণ সেয়ে ছপোৱা মানে চহৰৰ ধ্বংস অনিবাৰ্য্য। আনকি ডাক্তৰে যেতিয়া সেইখিনি প্ৰচাৰ পত্ৰিকা হিচাপে ছপাই দিবলৈ অনুৰোধ কৰিলে তাকো তেওঁ কৰিবলৈ সন্মত নহ'ল। এই নগৰৰ কোনো ছপাখানাতে তেওঁক সেইটো ছপাবলৈ দিয়া নহ'ব— আলোকচেনে কৈ দিলে। মুঠ কথা জনমতক আঘাত কৰা সাধ্য তেওঁৰ নাই।

ষ্টকমেন কিন্তু দৃঢ় প্ৰতিজ্ঞ। তেওঁ তাক যি কোনো প্ৰকাৰে প্ৰচাৰ কৰিবই।

ষ্টকমেন — মই ইয়াক যি কোনো প্ৰকাৰে প্ৰচাৰ কৰিমেই। মই এখন সভা পাতি তাত এই লেখাটো পাঠ কৰিম। মোৰ প্ৰতিবেশী প্ৰতিজন নাগৰিকে শুনিবলৈ পাব সত্যৰ কণ্ঠস্বৰ।

মেয়ৰ — তুমি এটা হলঘৰো নোপোৱাৰ ব্যৱস্থা কৰিম।

আলোকচেন — এৰা কোনোৱে নিদিয়ে আপোনাক ঘৰ এটা।

বিল্লিং — মই ভিত্তিত ফাঁচ লগাই মৰিম যদি আপুনি ঘৰ পায়।

মিচচ ষ্টক — এওঁলোক আটায়ে তোমাৰ বিৰুদ্ধে কিয় এনেকৈ লাগিছে ষ্টকমেন।

ষ্টকমেন — মই তোমাক কওঁ শুনা। এই নগৰৰ প্ৰত্যেকবোৰ তোমাৰ দৰে বুঢ়ী তিৰোতাত পৰিণত হৈছে। তেওঁলোকে কেৱল নিজৰ পৰিয়ালটোকহে জানে সমাজৰ কাৰণে ভাবিবলৈ তেওলোকৰ আহৰি নাই।

মিচচ ষ্টক — তেনেহলে মই তেওঁলোককো দেখুৱাম এজনী বুঢ়ী তিৰোতাও অৱশেষত এজন মানুহ হব পাৰে। মই তোমাৰ ওচৰত থিয় দিছোঁ টমাচ।

ষ্টকমেন — ক্যাথেৰিণা তুমি সজ কথা কৈছা আৰু মোৰ কথা শুনা ঈশ্বৰৰ নামত মই শপত খাই কৈছোঁ মই যদি এটা সভাঘৰ ভাড়ালৈ নাপাওঁ তেনেহলে এজন ঢোল কোঁৱৰীয়া মানুহ ভাড়া কৰি আনিম আৰু ঢোল পিটি এই নগৰত কথাটো সদৰি কৰিম।

মেয়ৰ — তুমি এনে ৰলিয়ালি কৰিবলৈ যাবা বুলি মই ভাবিব নোৱাৰো।

ষ্টকমেন — চাবা, এই কৰিমেই।

আলোকচেন — তোমাৰ লগত যাবলৈ কোন মানুহ ওলাব।

মিচেচ ষ্টক — ভাণ্ডি নপৰিবা টমাচ। তোমাৰ ল ৰাহঁত তোমাৰ পাছে পাছে যাব।

ষ্টকমেন — পেত্ৰা আৰু তুমি?

মিচেচ ষ্টক — মই নেযাওঁ। মই খিৰিকীমুখত থিয় দি তোমালোকক চাই থাকিম।

ষ্টকমেন — মই তোমাক ধন্যবাদ যাচিছো।

তেনেহলে ভদ্ৰলোক সকল যুদ্ধ আৰম্ভ হৈ গ ল। এখন নগৰক পৰিষ্কাৰ কৰিব খোজা এজন সৎ মানুহক আপোনালোকে আৰু আপোনালোকৰ ঘিন লগা কৌশলে বাধা দিব পাৰে নে নোৱাৰে চাম।

কেপ্তেইন হৰষ্টাৰৰ ঘৰত ষ্টকমেনে মেয়ৰৰ বিৰুদ্ধে বক্তৃতা দিযাৰ কাৰণে ঠিক কৰিলে। তাত ষ্টকমেনৰ পৰিয়ালৰ লগতে সাংবাদিকসকল উপস্থিত হ ল। উপস্থিত হ ল উশৃঙ্খল নাগৰিক কিছুমান। তেওলোকৰ হাতত হুইচেল। ডাক্তৰক অপদস্থ কৰাৰ কাৰণে সকলো সাজু হৈ আছে। হৱস্তাদ আৰু আলোকচেনো আহি পালে। মেযৰ আহিল। আলোকচেনক সভাপতি হিচাপে বৰণ ক ৰা হ ল উপস্থিত সমজুৱাৰ দাবীত।

মিটিঙত মেয়ৰে ভাষণ দি ক লে যে তেওঁ এই নগৰখনক খুব ভাল পায়। এই নগৰৰ বেয়া কথা তেও শুনিব নোৱাৰে। এই স্নানাগাৰ সম্পৰ্কে কিবা কুৎসা ৰটনা হোৱাটো তেও সহ্য কৰিব নোৱাৰে। নগৰখনক ভাল পোৱা কোনো মানুহেই এই কাম ভাল পাব নোৱাৰে গতিকে তেও বিনীতভাৱে সভাপতিকে নিবেদন কৰে যে এই সভাত যেন স্নানাগাৰ সম্পৰ্কে স্বাস্থ্য বিষয়াক কোনো বিবৃতি দিবলৈ দিয়া নহয়। হৱস্তাদেও ডাক্তৰে বিপদজনক পথ গ্ৰহণ কৰা বাবেহে তেওঁৰ পৰা আঁতৰি আহিছে বুলি সভাত সদৰী কৰিলে।

সভাত জনতা উত্তেজিত হৈ পৰিল। মদ খাই অহা মাতাল সভা। এজনে ডাক্তৰৰ বিৰুদ্ধে নানা ধৰণৰ কথা ক'ব ধৰিলে।

চিঞৰ বাখৰক কেৰেপ নকৰি ষ্টকমেনে ভাষণ দিবলৈ থিয় দিলে। তেও ক'বলৈ ধৰিলে—এই সন্ধিয়া কিবা কিবি কোৱাৰ বিষয়ে মই থিয় দিছো। বন্ধুসকল মই যি আৱিষ্কাৰ কৰিছোঁ তাক মহা আৱিষ্কাৰ বুলি কোৱাই যুগুত হ'ব। মই আজি আপোনালোকক যি কব খুজিছোঁ তাৰ ফল সুদূৰপ্ৰসাৰী। তাৰ তুলনাত আমাৰ স্নানাগাৰবোৰৰ পানী বিষাক্ত হোৱা কথাটো একেবাৰে তুচ্ছ কথা।

উপস্থিত নাগৰিক — নক'বা নক'বা। স্নানাগাৰৰ এ'কা কথাই নক'বা। আমি সেইবোৰ শুনিবলৈ অহা নাই।

ষ্টকমেন — প্ৰবাসী জীৱনত মই মোৰ জন্মস্থান এই গৰীখনক পাহৰি যোৱা বুলি কোনেও ক'ব নোৱাৰে। মই তাতো বহি আঁচনি কৰিছিলো। এই স্নানাগাৰবোৰ উন্নত কৰাৰ আঁচনি। আৰু এদিন যেতিযা মই নিজ জন্মভূমিলৈ উভতি আহিলো সিদিনা মোৰ ভাব হ'ল পৃথিৱীত আৰু বিচাৰিবলগীয়া মোৰ একোৱে নাই। তেতিয়া কৰিবলগীয়া এটা কামেই মোৰ বাকী আছিল আৰু সেয়া হ'ল মোৰ নগৰীৰ অধিবাসীসকলৰ মঙ্গলৰ কাৰণে পৰিশ্ৰম কৰাৰ এক অনিৰ্বাণ আকাঙ্ক্ষা।

মেয়ৰ — কিন্তু সেইটো কৰিব খুজিলা এক বিশেষ ধৰণেৰে।

ষ্টকমেন — সেই কাৰণে মই আনন্দত মতলীয়া হৈ পৰিছোঁ। তাৰ পাছত যোৱা কালি পুৱা নহয় নহয় আচল কথা কবলৈ গ'লে কালি আবেলি মোৰ চুচকু মেল খালে আৰু দেখা পালো। আমাৰ কতৃপক্ষৰ পৰ্বত প্ৰমাণ ভুলৰাশি।

মেয়ৰকে ধৰি নেতৃস্থানীয় লোকসকলৰ বিষয়ে বিৰূপ মন্তব্য কৰি ডাক্তৰে ক লে—মই এই কথা ভাবি আনন্দ পাইছোঁ যে জীৰ্ণপ্ৰায় পুৰণি যুগৰ চিন্তাধাৰাৰ ধ্বংসস্তূপৰ স্বাক্ষৰবাহী এইবোৰ অলস প্ৰকৃতিৰ মানুহে নিজৰ গল ছেদন কৰিবলৈ ব্যস্ত হৈ পৰিছে। এই বিলুপ্তিক খৰতকীয়া কৰাৰ কাৰণে কোনো চিকিৎসকৰো সাহায্যৰ প্ৰয়োজন তেওঁলোকৰ নাই। মানৱ সমাজৰ সকলোতকৈ শত্ৰু তেওঁলোক নহয়! আমাৰ আধ্যাত্মিক জীৱনৰ উ সমুখক যিয়ে বিষাক্ত কৰি তুলিছে আমাৰ ভৰিৰ তলৰ মাটিক যি বীজাণুৰে আকীৰ্ণ কৰি তুলিছে তেওলোক নহয় আমাৰ সমাজত যি সত্য আৰু স্বাধীনতাৰ শত্ৰু তেওঁলোক নহয়

নাগৰিক — কোন তেনেহলে? কোৱা কোন? তেওঁলোকৰ নাম কোৱা।

ষ্টকমেন — মই ক ম তেওলোক কোন। মই যোৱা কালি এক মহা আৱিষ্কাৰ কৰিছো আৰু সেয়া হ ল আমাৰ সকলোৰে শত্ৰু আৰু স্বাধীনতাৰ শত্ৰু হ ল নিটোল সংখ্যাগৰিষ্ঠতা।

আ'লোকচেন — সভাপতি হিচাপে মই ডাক্তৰক অনুৰোধ কৰিব খোজো তেওঁ যেন এই ধৰণৰ অশালীন উক্তি উঠাই লয়।

ষ্টকমেন — কেতিয়াও নলও আলোকচেন। এই সংখ্যাগৰিষ্ঠতাই মোৰ স্বাধীনতা অপহৰণ কৰিছে। সত্য কথা ক বলৈ নিদি কণ্ঠ চেপি ধৰিছে।

হৱস্তাদ — সংখ্যাগৰিষ্ঠৰ সেই অধিকাৰ সদায় আছে।

ষ্টকমেন — সংখ্যাগৰিষ্ঠ সদায় শুদ্ধ নহয়। সংখ্যাগৰিষ্ঠৰ সেই অধিকাৰ নাই। বুদ্ধিমান স্বাধীনচেতা মানুহে যিবোৰ সামাজিক মিথ্যাচাৰৰ বিৰুদ্ধে যু জ কৰিবলগীয়া হয় ই হৈছে সেইবোৰৰ ভিতৰৰে এটা। যিয়ে সংখ্যাগৰিষ্ঠতাৰ দল গঢ়ে সেইবোৰ কোন শ্ৰেণীৰ

মানুহ? জ্ঞানী নে মূৰ্খ। গোটেই পৃথিৱী জুৰি এই যে ভয়ংকৰ ধৰণৰ সংখ্যাগৰিষ্ঠতা তাক গঢ়ি তোলে মূৰ্খবোৰেই। আৰু এই মূৰ্খবোৰে বিজ্ঞবোৰৰ ওপৰত প্ৰভুত্ব কৰিব সেইটোক আপোনালোকে কিদৰে ন্যায়সঙ্গত অধিকাৰ বুলি চিহ্নিত কৰিব।

জনতাৰ মাজত চিঞৰ-বাখৰ লাগিল। তাৰ মাজতে ডাক্তৰে ক'লে—আপোনালোকে মোক চিঞৰি বহুৱাই দিব পাৰিব। কিন্তু মোৰ যুক্তিক আপোনালোকে খণ্ডন কৰিব নোৱাৰে। দুৰ্ভাগ্যবশত সংখ্যা গৰিষ্ঠবোৰ হৈছে সবল কিন্তু সেই বুলি ঠিক নহয় নিশ্চয় নহয়। ঠিক মই মোৰ দৰে আৰু দুই-এজন ব্যক্তি। কাৰণ সংখ্যালঘু সম্প্ৰদায় সদায়ে ঠিক। সেয়ে সত্য আৰু সংখ্যাগৰিষ্ঠতা যত হাত মিলাই চলে তাতেই মই বিপ্লৱ আৰম্ভ কৰিম।

সভাত উপস্থিত থকা কিছুমান নাগৰিকে ষ্টকমেনক বক্তৃতা মঞ্চৰ পৰা নমাই দিবলৈ সভাপতিক খাটনি ধৰিলে। ষ্টকমেনে ক'লে যে তেওঁক এই মঞ্চৰ পৰা নমাই দিলেও তেওঁ ইয়াৰ পৰা গৈ ৰাষ্টাৰ প্ৰতিটো চুকে চুকে এই কথা সদৰি কৰিব। অন্য চহৰৰ কাগজবোৰত লিখি এই কথা সদৰি কৰিব।

হৱষ্টাদে তেতিয়া নাগৰিকক বুজাই দিলে যে ডাক্তৰে এনেকৈ নগৰখন ধ্বংস কৰি দিব ওলাইছে। গতিকে তেওঁক গণশত্ৰু আখ্যা দিব লাগে। ষ্টকমেনে ক'লে—

এখন মিছলীয়া সমাজ যদি ধ্বংস হৈ যায় তাতে ক্ষতি কি? এই সমাজ মাটিৰ লগত মিহলি হৈ যাওঁক। যি মিছাক মূলধন কৰি বাচি আছে সিহঁত কীট পোকৰ দৰে লোপ পাই যাওঁক। নহ'লে গোটেই দেশৰ শৰীৰত ইহঁতে সংক্ৰামক ৰোগৰ বীজাণু বিয়পাই দিব।

সমবেত জনতাই ডাক্তৰক 'গণশত্ৰু গণশত্ৰু বুলি চিঞৰিব ধৰিলে। আলোকচেনে ডাক্তৰক 'গণশত্ৰু আখ্যা দিবলৈ এটা প্ৰস্তাৱ আগবঢ়ালে আৰু সেই প্ৰস্তাৱৰ বিপৰীতে ভোট গ্ৰহণ কৰাও হ'ল এজন মাতালৰ বাহিৰে বাকী সকলোবোৰ মানুহে ডাক্তৰক গণশত্ৰু বুলি ভোট দিলে।

প্ৰস্তাৱ গ্ৰহণৰ পাছত মেয়ৰে নিজ পাৰিবাৰিক স্বাৰ্থক দূৰৈত ৰখা বুলি আলোকচেনে তেওঁক অভিনন্দিত কৰিলে।

উত্তেজিত জনতাই ডাক্তৰৰ দৰে গণশত্ৰু এজনৰ ঘৰ দুৱাৰ ভাঙি পেলাবলৈ উন্মত্ত হৈ পৰিল। উত্তেজিত জনতাৰ উশৃঙ্খল কোলাহল বৰ্ধিত হ'ল ডাক্তৰৰ ওপৰত। প্ৰত্যেকেই উন্মত্তৰ দৰে চিঞৰিছে— গণশত্ৰু জনশত্ৰু।

উত্তেজিত জনতাই শিলগুটি দলিয়াই ডাক্তৰ-ষ্টকমেনৰ ঘৰৰ দুৱাৰ খিৰিকীবোৰ ভাঙি পেলালে। তেওৰ পিন্ধা কাপোৰ কানি ফালি পেলাইছে তাক চিলাই লব পাৰিব কিন্তু মূৰ্খৰ দলে তেওঁৰলগত সিহঁ ৰ সমগোত্ৰৰ দৰে যি ব্যৱহাৰ কৰিলে তাকহে পাহৰি যোৱাটো কঠিন হ'ব।

দেউতাকৰ ওপৰত পোতক ল'বলৈ পেট্ৰাকো স্কুল কৰ্তৃপক্ষই চাকৰিৰ পৰা বৰ্খাস্ত কৰিলে। হৱষ্টাৰৰো সেই দশা হ'ল। ষ্টকমেনক তেওঁ সহায় কৰিছিল ষ্টকমেনৰ ছোৱালী পেট্ৰাক তেওঁ আগবঢাই থৈছিল এয়াই তেওৰো দোষ।

ষ্টকমেনে ক'লে যে ৰষ্টাৰৰ এই দশা হৈছে সভ্যৰ পক্ষ লোৱা বাবেহে তেওঁ লগতে ক'লে যে কোনো দলৰ সভ্য হ'লে মানুহে স্বাধীন ভাৱে কাম কৰিব নোৱাৰে। ৰাজনৈতিক দল হ'ল মাংসৰ কাৰাব তৈয়াৰ কৰা এক যন্ত্ৰ বিশেষ। মানুহৰ মূৰবোৰ তাত একেবাৰে গুৰি কৰি পেলোৱা হয় মানুহ বুলি তাত আৰু একো অৱশিষ্ট নেথাকে। মানুহ বুলি যি থাকে সেয়া হ'ল মানুহ দেহধাৰী কিছুমান অজমূৰ্খ।

তেওলোকে কথাপাতি থাকোঁতে মেয়ৰ আহি পালে। তেও ডাক্তৰৰ লগত অলপ অকলে কথা হ'ব খোজে। ডাক্তৰক কৰ্তৃপক্ষই নোটিচ দিছে। তেওঁ চাকৰি এৰি দিব লাগিব। অকল সেয়াই নহয় তেওঁ নগৰত প্ৰেকটিচ কৰিবও নোৱাৰিব। কোনো মানুহে তেওঁক চিকিৎসা কৰিবলৈ নেমাতে। মেয়ৰে ডাক্তৰক কিছুদিন এই নগৰৰ পৰা আঁতৰি যোৱাৰ কথা ক'লে।

ষ্টকমেন এই নগৰ এৰি যোৱাৰ কথা মই আগতে ভাবিছে। আৰু এই

বিষয়ে মই ক্যাথেৰিণাৰ সৈতে অলপ আগতে কথা-বতৰাও কৈছোঁ।

মেয়ৰ ইয়াৰ পৰা আঁতৰি গৈ তুমি ছমাহমান কথাটো চিন্তা কৰা। ভালদৰে চিন্তা কৰাৰ পাছত যদি নিজৰ ভুল বুজিব পাৰা তেনেহলে লিখিতভাৱে নিজৰ দোষ স্বীকাৰ কৰিবা।

ষ্টকমেন তেতিয়াহলে মই চাকৰিটো পুনৰ পাম নহয় নে?

মেযৰ সেইটো একেবাৰে অসম্ভৱ নহয়।

ষ্টকমেন কিন্তু জনমত। তোমালোকৰ সাহস নোহোৱা উচিত সেই জনমতৰ বিৰুদ্ধে যাবলৈ।

মেয়ৰ জনমত বৰ চঞ্চল। আৰু প্ৰকৃততে ক বলৈ গ লে লিখিতভাৱে তোমাৰ এক স্বীকাৰোক্তি আমাৰ বাবে বৰ গুৰুত্বপূৰ্ণ।

ষ্টকমেন মোৰ পৰা লিখাই ল বলৈ তুমি এইবোৰ কাৰচাজি আৰম্ভ কৰিছা। মই সকলো বুজি পাইছো। মই এইবোৰ অপ কৌশলৰ বিষয়েই কৈছিলো। বোধহয় তুমি পাহৰি গৈছা।

মেয়ৰ তেতিয়া তোমাৰ অৱস্থা আছিল সম্পূৰ্ণ বেলেগ। সেই সময়ত তুমি ভাবিছিলা যে গোটেই জনগণ তোমাৰ পাছত আছে।

ষ্টকমেন ৰা এতিয়া মই বুজি পাইছোঁ গোটেই নাগৰিক মোৰ বিপক্ষে। চয়তান আৰু বুঢ়ী তিৰোতাজনীয়ে মোৰ পিঠিত হেঁচা মাৰি ধৰিলেও মই কাকো খাতিৰ নকৰো। কেতিয়াও নকৰো।

মেয়ৰ এজন সংসাৰী মানুহে এনে কাম কৰাৰ অধিকাৰ নাই।

ষ্টকমেন কোনো অধিকাৰ নাই। পৃথিৱীত স্বাধীন মানুহৰ এটা মাত্ৰ বস্তুৰ ওপৰতহে অধিকাৰ নাই। সেয়া কি জানানে?

মেয়ৰ নেজানো।

ষ্টকমেন: নেজানিবাই। মই কও শুনা এজন স্বাধীন মানুহৰ

গুণ্ডামিৰ দৰে লেতেৰা কামত নিজকে জাহিৰ কৰাৰ কোনো অধিকাৰ নাই। যত থিয় দিলে নিজৰ গাত থু পৰে তাত থিয় দিয়াৰ অধিকাৰ নাই।

মেয়ৰে ভায়েকক সাৱধান কৰি দিলে উজ্জ্বল ভৱিষ্যতৰ আশাত বালিৰ ওপৰত এইদৰে যেন প্ৰাসাদ নেবান্ধে। মাৰ্টিন কিলকো তেওঁৰ বিৰুদ্ধে উচটোৱা বুলি মেয়ৰে ভায়েকক দোষাৰোপ কৰাৰ লগতে ইয়াকো ক'লে যে ইয়াৰ ফলত তেওঁ চাকৰি পোৱাৰ আশা সমূলঞ্চে নাশ হ'ল।

মেয়ৰ আঁতৰি যোৱাৰ পাছত ষ্টকমেনৰ শহুৰেক মৰ্টিন কিল আহি পালে। তেওঁ জোৱায়েকক ক'লে যে ক্যাথেৰিণা তেওঁৰ সম্পত্তিৰ উত্তৰাধিকাৰী আৰু সেই টকাৰেই তেওঁ স্নানাগাৰৰ অংশ কিনিছে। তেওঁৰ ভৱিষ্যত আৰু অন্ধকাৰ হৈ পৰিব স্নানাগাৰ সম্পৰ্কে এই কথাবোৰ উঠাই নললে। তাৰ উপৰি তেওঁৰ চামৰাৰ কাৰখানা যি তিনি পুৰুষৰ পৰা চলি আহিছে তাৰ বিষয়ে দুনাম উলিওৱাটো তেও সহ্য নকৰে। স্নানাগাৰবোৰৰ বদনাম উলিওৱা মানে ডাক্তৰে তেওঁৰ ঘৈণীয়েক আৰু ল'ৰা-ছোৱালীহঁতৰ ছালবোৰ বখলিয়াই পেলোৱা।

ষ্টকমেন সেই লেতেৰা বস্তুবোৰ কিনিবলৈ যোৱাৰ আগতে এবাৰ মোৰ লগত আলোচনা নকৰিলে কিয়?

কিল যি হৈ গ'ল তাকতো আৰু নোহোৱা কৰিব নোৱাৰি।

ষ্টকমেন কিন্তু মই যে ঠিক এই বিষয়ে মই সম্পূৰ্ণ নিশ্চিত।

কিল তুমি যদি এইবোৰ পাগলামি নেৰা ইয়াৰ কাৰণে আৰু বেছি মূল্য ভৰিব লাগিব।

ষ্টকমেন বিজ্ঞানে নিশ্চয় ইয়াৰ কিবা এটা বিহিত ব্যৱস্থা কৰিব পাৰিব। কিবা এটা প্ৰতিষেধকৰ ব্যৱস্থা কৰিব লাগিব।

কিল জন্তুবোৰ মাৰি পেলোৱাৰ কথা কৈছা।

ষ্টকমেন হয় অথবা সেইবোৰে যদি কোনো ক্ষতি কৰিব নোৱাৰে। তাৰ ব্যৱস্থা কৰিব লাগিব।

কিল ইন্দুৰ মৰা বিহ দিলে কেনে হয়? চেষ্টা কৰি চাবা নেকি?

ষ্টকমেন মূৰ্খৰ দৰে কথা নক বচোন! সকলোৱে কৈছে ই মোৰ এক কল্পনা হে। ঠিক আছে সিহঁতে যেনেকৈ বিচাৰিছে তেনেকৈ কাম হওক। এই অনভিজ্ঞ মূৰ্খৰ দলে মোৰ পিঠিত গণ শত্ৰুৰ ছাপ মাৰি দিয়া নাই নে? নাই নাই ইয়াতকৈ সিহঁতে বেছি কৰিছে মোৰ কানি কাপোৰ পৰ্য্যন্ত ফালি পেলাইছে।

কিল তোমাৰ খিৰিকীবোৰো একেবাৰে ভাঙি পেলাইছে।

ষ্টকমেন ইয়াৰ পাছতো আছে নিজৰ পৰিয়ালৰ প্ৰতি মানুহৰ কৰ্তব্য। মই ক্যাথেৰিণাৰ সৈতে এই বিষয়ে কথা পাতিম।

কিল ঠিকেই কৈছা। ক্যাথেৰিণাৰ লগত আলোচনা কৰা। তাই বেচ বুদ্ধিমতী তিৰোতা।

ষ্টকমেন আপোনাৰ বিষযে মোৰ কোনো দিনেই বেয়া ধাৰণা হোৱা নাছিল। ক্যাথেৰিণাৰ টকাৰে আপুনি জুৱা খেলিলে আৰু মোক পেলালে এই বিপদত। মই আপোনাক দেখিলে এক চয়তানক দেখা যেন পাওঁ।

কিল এতিয়া মই যোৱাই ভাল হ ব। কিন্তু মই দুই বজাৰ ভিতৰত তোমাৰ পৰা জানিব বিচাৰোঁ তুমি ৰাজী হোৱা নে নোহোৱা। তুমি যদি ৰাজী নোহোৱা চেয়াৰৰ টকাবোৰ যাব কোনো দাতব্য প্ৰতিষ্ঠানলৈ।

ষ্টকমেন আৰু ক্যাথেৰিণাই কি পাব?

কিল একোৱে নেপায।

এনেতে হবস্তাদ আৰু আলোকচেন সোমাই আহিল। কিল ওলাই গ ল। আলোকচেনে ক লে যে ডাক্তৰৰ শহুৰেক কিলে গোটেই নগৰীত ঘূৰি ঘূৰি স্নানাগাৰৰ চেয়াৰ কিনি ফুৰিছে। কিন্তু ডাক্তৰৰ এজন আত্মীয়ৰদ্বাৰা এই কাম নকৰাই অইনৰ দ্বাৰা কৰোৱাইছেঁতেন তেওঁ বেছি বিজ্ঞতাৰ পৰিচয় দিলেহেঁতেন।

হৰস্তাদ — আপোনাৰ নামত এইবোৰ কৰাতো উচিত নাছিল কাৰণ আপুনিয়ে স্নানাগাৰৰ বিষয়ে ইমানবোৰ বেয়া কথা উলিয়াইছে।

ষ্টকমেন — ই একেবাৰে অবিশ্বাস্য।

আলোকচেন — দেখাত তেনেই। এইবোৰ আৰু অলপ কৌশল খটাই কৰা হলে ভাল আছিল।

হৰস্তাদ — আপুনি এইদৰে স্নানাগাৰৰ পৰিচালনাৰ ভাৰ নিজৰ হাতত তুলি লব খুজিছে।

ষ্টকমেনে তেওলোকৰ সমূহীয়া আক্ৰমণত অতিষ্ঠ হৈ পাগলৰ দৰে ছাট্টি এটা ঘূৰাহ ঘূৰাই খেদি গল। তেওঁলোক যদি ওলাই নেযায় তেও হত্যা কৰি পেলাব। মিচেচ ষ্টকমেন হৰষ্টাৰ পেট্ৰা সকলো গোলমাল শুনি ওলাই আহিল। ষ্টকমেনে এখন ভিজিটিং কাড হাতত তুলি ললে তাত তিনিটা ন লিখা আছিল। তেও সেইখন পেট্ৰাৰ হাতত কিলৰ ওচৰলৈ পঠিয়াই দিলে।

ডাক্তৰে এই নগৰ নেৰে। হৰষ্টাৰক তেওক এটা ঘৰ দিব থাকিবলৈ। তেও তাতে থাকি দুখীয়া মানুহবোৰক টকা নোহোৱাকৈ চিকিৎসা কৰিব। দিন ৰাতি সিহতক তেও বাণী শুনাব।

ষৈণীয়েকক তেওঁ বুজাই কলে স্বাধীন মানুহৰ আটাইতকৈ ডাঙৰ শত্ৰু হল লিবাৰেলসকল আৰু ৰাজনৈতিক দলৰ কাৰ্য্যসূচীয়ে উজ্জল নবীন সত্যক মুচৰি ধ্বংস কৰে। সুবিধাবাদী মনোবৃত্তিয়ে ন্যায়বিচাৰ আৰু নীতিবোৰৰ ধাৰণাক ওলোটাই দিলে ফলত জীৱনত বাচি থকাৰ আনন্দক সি হেৰুৱাই পেলায়। কেপ্তেইন হৰষ্টাৰক এই কথাটো তেও জনসাধাৰণক বুজাই দিবলৈ সমৰ্থ হব নেবুলি সোধাত তেওঁ কলে যে নিশ্চয় হব। তেওঁ এইবোৰ বিশেষ বুজি নেপায় বুলি কলে।

হৰষ্টাৰক ষ্টকমেনে বুজাই কলে যে ৰাজনৈতিক নেতাসকলক উচ্ছেদ কৰিবই লাগিব। এই নেতাবোৰ হৈছে কুকুৰনেচীয়া বাঘৰ দৰে। কেৱল বাচি থাকিবলৈ সৰু সৰু জন্তুবোৰ সিহঁতে নেখালে উপায় নাই।

তেওঁলোকে কথা পাতি থাকোঁতে মৰ্টেন আৰু ইলিফ স্কুলৰ পৰা উভতি আহিল। সিহঁতকো স্কুলত পঢ়াৰ পৰা বঞ্চিত কৰা হৈছে। ষ্টকমেনে ক লে যে সিহতে আৰু স্কুললৈ যাব নেলাগে তেও সিহঁতক ঘৰতে পঢ়ুৱাব। তেওৰ শিকনিত সিহঁত পৰিণত হব স্বাধীনচেতা আৰু ভদ্ৰ মানুহত। পেত্ৰাই তেওঁক সহায় কৰিব।

ষ্টকমেন যিটো ঘৰত সিহঁতে মোক গণশত্ৰু বুলি আখ্যা দিছিল সেই ঘৰতেই লিখা পঢ়া শিকাম লৰাহঁতকঁ। মোক আৰু ছাত্ৰ লাগে অতি কমেও আৰু বাৰজন।

মিচেচ ষ্টক এই নগৰৰত তুমি ক ত পাবা ?

ষ্টকমেন দেখা যাওক। বাৰু মৰ্টেন ৰাষ্টাই ৰাষ্টাই ঘূৰি ফুৰা ল ৰাবোৰ দেখিছা নে ?

মৰ্টেন দেখিছো।

ষ্টকমেন তেনেহলে তেনে কেইজনমানকে ধৰি আনা। কাৰণ এইবাৰ যেতিযা যুদ্ধত নামিছোঁ এই বৰ্ণস কৰ কুকুৰ পোৱালিবোৰক লৈয়ে পৰীক্ষা আৰম্ভ কৰো। সিহঁতৰ ভিতৰতো কিছুমান মালবস্তু পোৱা যাব পাৰে।

মৰ্টেন কিন্তু ভদ্ৰ আৰু স্বাধীনচেতা হোৱাৰ পাছত আমি কি কৰিব লাগিব দেউতা ?

ষ্টকমেন তোমালোকে এই কুকুৰনেচীয়া বাঘবোৰক পশ্চিমলৈ খেদি পঠিয়াবা চাবা যাতে সিহত আটায়ে পশ্চিমলৈ গুচি যায়।

মৰ্টেনে আনন্দত নাচিব ধৰিলে। অৱশ্যে ইলিফক অলপ সন্দিহান যেন দেখা গ ল।

মিচেচ ষ্টক যদি সেই কুকুৰনেচীয়াই তোমাকে আকৌ খেদে টমাচ ?

ষ্টকমেন মোক খেদিব। তুমি পাগল হৈছা নেকি ? চোৱা

এতিয়া মই নগৰৰ আটাইতকৈ শক্তিশালী মানুহ। মই এই পৃথিৱীৰ ভিতৰতে শক্তিশালী।

মৰ্টেন — সঁচাই দেউতা।

ষ্টকমেন — মই আকৌ এক আৱিষ্কাৰ কৰিলে। ক্যাথেৰিণা।

মিচেচ ষ্টক — সেয়া আকৌ কি?

ষ্টকমেন — জগতত সকলোতকৈ শক্তিশালী পুৰুষ সেইজনেই যি অকলে থিয় দি থাকে। যি অকলশৰীয়া।

মিচেচ ষ্টক — অ টমাচ টমাচ

পেট্ৰা — ( দেউতাকৰ হাতখন খামুচি ধৰি ) দেউতা!

# চেমুৱেল বেকেটৰ নাটক ওৱেটিং ফৰ গোদো

## চেমুৱেল বেকেট

১৯ ৬ চনত ডাব্লিনৰ ওচৰৰ ফক্সৰক চহৰত চেমুৱেল বেকেটৰ জন্ম হয়। উইলিয়াম ফ্ৰাঙ্ক বেকেট আৰু মেৰি বেকেটৰ তেও দ্বিতীয় সন্তান আছিল। জন্ম সূত্ৰে তেওঁ আইৰিচ হলেও ফৰাচী লেখক হিচাপেই তেও জনপ্ৰিয় হয় কাৰণ ফৰাচী ভাষাতেই তেওঁ সাহিত্য সেৱা আৰম্ভ কৰে। তেওঁৰ ইংৰাজী গ্ৰন্থসমূহো মূল ফৰাচী ভাষাৰ পৰা তেওঁ নিজে কৰা অনুবাদহে।

ট্ৰিনিটি কলেজৰ পৰা তেওঁ ফৰাচী আৰু ইটালীৰ সাহিত্যত স্নাতক হয়। বিশ্ববিদ্যালয়ে তেওক ফৰাচী শিক্ষাৰ প্ৰতিষ্ঠানলৈ এক প্ৰতিনিধি হিচাপে নিৰ্বাচন কৰে আৰু তাতে তেওঁ ইংৰাজী সাহিত্যক অধ্যাপনাও কৰে। এই সময়তে তেও প্ৰখ্যাত নাট্যকাৰ জেমচ জয়েচৰ সান্নিধ্যলৈ আহে। তেও কিছুকাল জয়েচৰ ব্যক্তিগত সচিব হিচাপেও কাম কৰিছিল। জয়েচৰ সক্ৰিয় সহযোগত তেওঁ সাহিত্য সাধনাত মনপুতি লাগে। বেকেটে প্ৰথমতে উপন্যাস ৰচনাত হাত দিয়ে আৰু Murphy M lloy M low D The Ummanable আদি উপন্যাস ৰচনা কৰে। কবি হিচাপেও Grome আৰু Cascand আদি কাব্য গ্ৰন্থত নিজৰ প্ৰতিভাৰ স্বাক্ষৰ এৰি যায়।

নাট্য ৰচনাৰ যোগেদি বেকেটে বিশ্বজোৰা খ্যাতি অৰ্জন কৰিবলৈ সমৰ্থ হয় আৰু এই সৃষ্টিৰ বাবেই তেওঁ নোবেল বঁটা লাভ কৰে। ১৯৫৩ চনত প্ৰকাশিত হয় তেওৰ প্ৰখ্যাত নাটক En Attandant God of ( Waiting for God of ) ইয়াৰ পাচতে প্ৰকাশিত হয় Endgame ( ১৯৫৮ ), Krapps Last Tape ( ১৯৫৮ ) Happy day play আদি নাটক।

Waiting for God of নাটকে বেকেটক বিশ্বজোৰা খ্যাতি দিলে।

ইয়াত নাট্যকাৰে মানুহৰ বিচ্ছিন্নতাবোধক প্ৰতিফলিত কৰি দেখুৱাইছে। নাটকখনৰ মূল চৰিত্ৰ চাৰিটা দুই যাযাবৰ বন্ধু আৰু এহাল প্ৰভুভৃত্য। এই আটাইবোৰ চৰিত্ৰ চাৰ্কাচৰ বন্দৰাৰ দৰে। তেওঁলোকে কোনো আশা ইচ্ছা আৰু মনস্তাত্বিক প্ৰেৰণাবিহীনভাৱে কাম কৰি গৈছে। তেওঁলোকে কি কৰি আছে কাৰ কাৰণে বৈ আছে সেই সম্পৰ্কে সিহঁত অজ্ঞ।

নাটকৰ ভাষা চমু আৰু গম্ভীৰ। নাটকৰ এটা চৰিত্ৰ লাকীৰ সংলাপে J mes Joya ৰ ৰচনা ৰাতিলৈ সোঁৱৰাই দিয়ে। এনে ধৰণৰ দুৰ প্ৰভাৱ লক্ষ্য কৰিব পৰা হ লেও ই সম্পূৰ্ণভাৱে বেকেটৰ নিজস্ব চিন্তা ধাৰা সম্বলিত মৌলিক সৃষ্টি। সমসাময়িক নাট্য আন্দোলনক এই নাটক খনেই গতি দিছে বুলি ক ব পাৰি।

## ওৱেটিং ফৰ গোদো

দুই বন্ধু এষ্ট্ৰাগণ আৰু ভ াদিমিৰ। প্ৰথমতে দেখা যায় এষ্ট্ৰাগণক। জনশূন্য এটা ৰাস্তাৰ কাষৰ ঢাপ এটাৰ ওচৰত বৈ আছে। এষ্ট্ৰাগণে জোতাযোৰ খুলিবলৈ কৰা চেষ্টাৰ যোগেদি নাটকৰ আৰম্ভণিতে মানুহৰ ক্ষুদ্ৰত্ব আৰু অপৰাজেযতাৰ কথা দাঙি ধৰা হৈছে। এষ্ট্ৰাগণে জোতাযোৰ খুলিবলৈ চেষ্টা কৰি থকা সময়তে ভ াদিমিৰ আহি ওলায়। দুয়ো গৃহহীন যাযাবৰ। ক্লান্তিৰ চাপ দুয়োৰে মুখমণ্ডলত। তেওঁলোক ক ত আছে অতীতত ক ত আছিল এই সম্পৰ্কে অজ্ঞাত। কালিৰ ঘটনা বোৰো তেওঁলোকে মনত কৰিব পৰা নাই অশেষ চেষ্টা কৰি। অসংলগ্ন কথা-বতৰা আৰু সময়ে সময়ে ভবিৰ পৰা জোতাযোৰ খুলিবলৈ কৰা চেষ্টাৰ মাজেৰে সময়বোৰ কাটি গৈছে। অৱশেষত এষ্ট্ৰাগণে ভৰিৰ পৰা জোতাযোৰ খুলিবলৈ সমৰ্থবান হ ল।

যোৱাৰাতি এষ্ট্ৰাগণে এটা ৷ভখাৰৈত কটাইছে। যোৱা ৰাতিও কিছুমান মানুহে তেওঁক কোবাইছিল। কিন্তু সেই একেবোৰ মানুহেই

কোবাইছিল নে বেলেগ কোনোবাই কোবাইছিল সেই কথা তেওঁ ভালকৈ নেজানে।

ভাদিমিৰে ক'লে যে তেওঁৰ সহায় নহ'লে এষ্ট্ৰাগণ হয়তো নিশেষ হৈ যাব। এষ্ট্ৰাগণে ভাদিমিৰৰ সহায় বিচাৰে সকলো ক্ষেত্ৰতে। দুয়ো একেলগে হাতত হাত ধৰি জপিয়াই পৰি আত্মহত্যা কৰি এক আচৰিত আত্মহত্যাৰ উদাহৰণ প্ৰতিষ্ঠা কৰিব খোজে।

দুয়োৰে মাজত এইবাৰ বাইবেল আৰু যীশুখৃষ্টৰ বিষয়ে কথা ওলাল। বাইবেলৰ কিবা কথা তাৰ মনত আছে নে বুলি সোধাত এষ্ট্ৰাগণে ক'লে— এৰা মোৰ তাত থকা পৱিত্ৰ ঠাইৰ মানচিত্ৰখন দেখা কথা মনত পৰে। মানচিত্ৰখন ৰঙীন। মৃত সাগৰক শে। নীলা ৰঙেৰে দেখুৱা হৈছে। তাকে দেখি মোৰ বৰ পিয়াহ লাগিছিল। মই নিজকে নিজে কৈছিলোঁ। বিয়াৰ পাছত সেই পৱিত্ৰ ঠাইলৈ মধুচন্দ্ৰিকা পালনৰ কাৰণে যাম আৰু সেই সাগৰত সাঁতুৰিম। আমি তাত নিশ্চয় সুখী হ'ম।

ভাদিমিৰ তুমি এজন কবি হোৱা উচিত আছিল।

এষ্ট্ৰাগণ সঁচাকৈয়ে মই এজন কবি আছিলোঁ। মোক দেখাত কবি যেন নেলাগে নে?

এই বুলি এষ্ট্ৰাগণে তাৰ ফটাচিটা পোছাকটোলৈ আঙুলিয়াই দেখুৱালে। তাৰ পাছত দুয়োৰে কথাৰ প্ৰসঙ্গ আকৌ বেলেগ হ'ল। এইবাৰ দুটা চোৰৰ প্ৰসঙ্গ ওলাল যাক যীশুৰ লগত একেলগে ক্ৰুচবিদ্ধ কৰা হৈছিল। সেই চোৰ দুটাই যীশুক গালি পাৰিছিল কাৰণ যীশুৱে সিহঁতক ৰক্ষা কৰিব নোৱাৰিলে।

তেওঁলোক দুয়ো সেই ঠাইখন এৰি আঁতৰি যাব খোজে যদিও যাব নোৱাৰে কাৰণে গোদো তালৈ অহাৰ কথা। গোদোকে তেওঁলোকে অপেক্ষা কৰি আছে। কিন্তু গোদোক অপেক্ষা কৰিবলগীয়া ঠাইডোখৰ সেয়া হয় নে নহয় সেই ধাৰণাও তেওঁলোকৰ নাই। গোদোই তেওলোকক এডাল গছৰ ওচৰত থিয় দি থাকিবলৈ কৈছিল। তেওঁলোকে ওপৰলৈ চাই দেখিলে যে গছ এডালৰ ওচৰতে দুয়ো থিয় দি আছে। গছডাল

লঠঙা। দুয়ো কিন্তু গোদো আহিব নে নাহে এই বিষয়েও নিশ্চিত নহয়। কোন বাবত কোন দিনা আহিব আনকি সিদিনা কি নো বাৰ তাকো তেওলোকে নেজানে।

গোদোলৈ অপেক্ষা কৰি থাকোঁতে এষ্ট্ৰাগণৰ টোপনি আহিল। তেতিয়া ভাদিমিৰে তেওক জগাই দিলে। এষ্ট্ৰাগণ শুই থাকিলে অকলে ভাদিমিৰৰ ভাল নেলাগে। এষ্ট্ৰাগণে কলে যে তেওঁ মাজে মাজে ভাদিমিৰৰ ওচৰৰ পৰা আতৰি যোৱা কথা ভাবে। ভাদিমিৰে কলে যে তেওঁ বেছি দূৰলৈ যাব নোৱাৰিব। এষ্ট্ৰাগণে তেতিয়া কলে—এইটো যদি হয় তেনেহলে বেয়া হব। ই বৰ বেয়া হব বুলি তুমি নেভাবানে? বিশেষকৈ যেতিয়া তুমি ভাবা বাটটো সুন্দৰ হব বুলি আৰু সঙ্গীজন কেনে সুন্দৰ হব বুলি। দিদি তুমি সেইটো বৰ বেয়া হব বুলি নেভাবা নে?

দুয়োৱে মাজত এইবাৰ বেয়া নাম থকা ঘৰলৈ যোৱা ইংৰাজ এজনৰ কথা ওলাল। ইংৰাজ জনে এদিন বেছিকৈ মদ খাইছিল। দালাল এজনে সুন্দৰ চেহেৰাৰ কলামুখৰ ছোৱালী বিচাৰে নে ৰঙা চুলিৰ ছোৱালী বিচাৰে তাকে সুধিলেহি। কাহিনীৰ তাতে ইতি পৰিল। এষ্ট্ৰাগণে ভাদিমিৰক আহ্বান জনালে আলিঙ্গনাবদ্ধ হবলৈ আৰু সেইমতে দুইজনে সিজনক আলিঙ্গন কৰিলে। এষ্ট্ৰাগণে ভাদিমিৰৰ মুখত নহৰুৰ গোন্ধ পাই পিছুৱাই আহিল। ভাদিমিৰে কলে যে মুত্ৰাশয়ৰ কাৰণে সি সদায় নহৰু খায়।

গোদোৰ বাবে দুয়ো আকৌ অপেক্ষা কৰিব ধৰিলে। কিন্তু প্ৰতীক্ষাৰ সময় কেনেকৈ কটায় তাকে ভাবি দুয়ো ঠিক কৰিলে যে দুয়ো ডিঙিত ফাঁচ লগাব। ভাদিমিৰে কলে যে দুয়ো যদি একেলগে ফাঁচ দিয়ে তেনেহলে গছৰ ডাল ভাঙি পৰিব। গতিকে এজন এজনকৈ তাত ফাঁচ লগোৱাতো ঠিক হব। কিন্তু এজন মৰি আন এজন নমৰিলে সিজন যে অকলশৰীয়া হব। সেয়ে এষ্ট্ৰাগণে যুক্তি দেখুৱাই ক'লে—

—যিহেতু মই পাতল মই ফাঁচ লগালে ডালটো ভাঙি নপৰিব। মই

লগে লগে মৰিম। তাৰ পাছত তুমি তাত ফাঁচ লগাবা, কিন্তু যিহেতু তুমি শকত গছৰ ডালটো ভাঙি পৰিব পাৰে। তেতিয়া তুমি অকল-শৰীয়া হ'বা আনহাতে তুমি যদি আগেয়ে কামটো কৰা।

ভাদিমিৰ সেইটো মোৰ ক্ষেত্ৰত নহয়।

এষ্ট্ৰাগণ ই যদি তোমাৰ শৰীৰৰ ভাৰ সহ্য কৰিব পাৰে ই সকলোৰে ভাৰ সহিব পাৰিব।

ভাদিমিৰ মই বাৰু সঁচাই তোমাতকৈ গধুৰ নেকি?

এষ্ট্ৰাগণ তুমি নিজেই কৈছা যে মই নিশ্চিত নহয়। তুমি গধুৰ হোৱাৰ সমান সুযোগ আছে।

ভাদিমিৰ আমি তেনেহ'লে কি কৰিম?

এষ্ট্ৰাগণ আমি একো কৰিব নেলাগে এইটোৱে ভাল উপায়।

ভাদিমিৰ এৰা আমি তেওলৈ অপেক্ষা কৰোঁ আৰু চাওঁ তেওঁনো কি কয়?

এষ্ট্ৰাগণ তুমি কাৰ কথা কৈছা?

ভাদিমিৰ মই গোদোৰ কথা কৈছো।

তেওঁ লাক দুয়োৰে মতে সকলোবোৰ সমস্যাৰে সমাধান হ'ব গোদো তেওঁ লাকৰ ওচৰ পালে। গতিকে গোদোক অপেক্ষা কৰাৰ বাহিৰে গত্যন্তৰ নাই। তেওঁলোকে গোদো আহিলেনো কি কৰিব কি ক'ব— এই বিষয়ে আলোচনা কৰিব ধৰিলে। এষ্ট্ৰাগণে এটা প্ৰাৰ্থনাৰে গোদোক আহ্বান জনোৱাৰ কথাও ভাবিলে। ইয়ো এক প্ৰকাৰ তেওঁক কৰা আবেদন স্বৰূপেই হ'ব। তেওঁক কিবা ক'ব খুজিলে গোদোই নো কি ক'ব কি কৰিব তাৰ বিষয়ে দুইয়ো আলোচনা কৰিব ধৰিলে। ভাদিমিৰে এষ্ট্ৰাগণক সুধিলে— গোদোৰ লগত কথা পাতোতে সি নাছিল নেকি? এষ্ট্ৰাগণে ক'লে যে বোধহয় তেওঁলোকৰ কথা সি শুনাই নাছিল। ভাদিমিৰে ক'লে যে গোদোই এই বিষয়ে ভাবি চাব লাগিব বুলি কৈছিল।

এনেতে তেওঁলোকে চিঞৰ-বাখৰৰ শব্দ শুনিবলৈ পালে। গোদো অহা বুলি দুয়ো সচকিত হ'ল। কিন্তু গোদো নহয় সেয়া বতাহ বলাবহে শব্দ।

তেওঁলোকে এনেদৰে গোদোৰ কাৰণে অপেক্ষা কৰি থাকোঁতেই তাত আহি উপস্থিত হ'ল পোজো আৰু লাকী। এজন নিষ্ঠাৰ প্ৰভু আৰু আনজন অনুগত ভৃত্য। প্ৰভুৰ হাতত চাবুক ভৃত্যৰ গলত জৰী। বন্দী লাকীয়ে প্ৰভুৰ খোৱ বস্তু আৰু মালবস্তুৰ ভাৰ বব লাগে কিন্তু সেই খোৱাৰ ভাগ সি নেপায়।

পোজোকে ভ্লাদিমিৰে গোদো বুলি ভাবিলে। এষ্ট্ৰাগণও সেই ভুলকে কৰিলে। পোজোই ক'লে—মোক গোদো বুলি ভাবিছিল নিশ্চয়?

এষ্ট্ৰাগণ কথাটো কি জানে? এতিয়া এন্ধাৰ হৈছে আৰু আমি তেওঁক অপেক্ষা কৰি কৰি ভাগৰি পৰিছিলো। মই স্বীকাৰ কৰো যে কিছু সময়ৰ কাৰণে মই আপোনাক গোদোবুলিয়েভাবিছিলোঁ।

পোজো আপোনালোকে গোদোৰ বাবে অপেক্ষা কৰি আছিল?

ভ্লাদিমিৰ আপুনি চাওক।

পোজো আপোনালোকে মোৰ ঠাইত অপেক্ষা কৰি আছে?

ভ্লাদিমিৰ আমাৰ অভিপ্ৰায় অলপো হানিকাৰক নহয়।

এষ্ট্ৰাগণ এবা আমাৰ কোনো বেয়া ভাব নাই।

পোজো যি হওক ৰাস্তাটো সকলোৰে।

দুই বন্ধুক আনন্দ দান কৰিবলৈ পোজোই তাৰ ভৃত্য লাকীক চুৱাব ধৰিলে। প্ৰভু পোজোই যি কয় লাকীয়ে তাকে কৰে। প্ৰভুৰ সকলো বস্তু যতনাই দি থিয়ে থিয়ে সি টোপনি মাৰে। ভ্লাদিমিৰে আৰু এষ্ট্ৰাগণে তাক ভালদৰে নীৰিক্ষণ কৰি দেখিলে তাৰ গলটোত জৰীৰ ঘঁহনি লাগি ঘা হৈ গৈছে। প্ৰভুৰ জৰীৰ টানত তাৰ টোপনি ভাঙি গ'ল। ইতি ধ্যে প্ৰভুই খোৱা লোৱা শেষ কৰিছিল। পোজোই খাই পেলাই দিয়া হাড়বোৰৰ প্ৰতি এষ্ট্ৰাগণৰ লোভ লাগিছিল আৰু সেইবোৰ খাবলৈ খোজাত লাকীহে তাৰ অধিকাৰী বুলি পোজোই ক'লে। লাকীৰ অনুমতি বিচাৰি এষ্ট্ৰাগণে তাক মিষ্টাৰ মিষ্টাৰকৈ সম্বোধন কৰি মাতোঁতেও তাৰ মাত পোৱা নগ'ল। পোজোৰ হাততহে তাৰ তলা চাবি। পোজোই সুধিলেহে সি বুজি পায়। পোজোই তাক সোধাত সি একো নেমাতিলে। গতিকে হাড়খিনি এষ্ট্ৰাগণে খাব পাৰে বুলি পোজোই ক'লে।

তেওঁলোকৰ মাজত লাকীৰ কথা ওলাল। লাকীয়ে কিয়নো বোজাটো সদায় লৈ থাকে। তাৰ মোনাখন থবলৈ ইচ্ছা নহয় নে ইত্যাদি প্ৰশ্নক কৰিলে এষ্ট্ৰাগণে। তাৰ উত্তৰত পোজোই ক'লে যে এই বোজাটো সি লৈ ফুৰে কাৰণ সেইটো কৰি সি ভাল পায়।

লাকীৰ লগত পোজোৰ সম্পৰ্ক দেখিয়েই বোধহয় ভ্লাদিমিৰে পোজোক সুধিলে তেও তাৰ পৰা মুক্তি পাব নিবিচাৰে নে ?

পোজাই ক'লে—মই সেইটো নিবিচাৰো। মই তাক লাঠি মাৰি আতৰাই দিব লাগিছিল। কিন্তু মই তেনে কৰাৰ পৰিবৰ্তে মই তাক এখন বজাৰলৈ নি বেচিব খুজিছো। মই ইমানেই তাৰ প্ৰতি কোমল হৃদয়ৰ বাবেই মই এনে কৰিব খুজিছো। এনে প্ৰাণীবোৰক দূৰলৈ খেদি দিয়া তো অসম্ভৱ। ভাল কথা হ'ব ইহঁতক হত্যা কৰাটোহে।

পোজোৰ কথা শুনি লাকীয়ে কান্দিব ধৰিলে। এষ্ট্ৰাগণে লাকীয়ে কন্দাৰ কথা কোৱাত পোজোই ৰুমালখন আগুৱাই দি ক'লে—তাক নিচুকোৱা তাৰ অৱস্থাই তোমাৰ অন্তৰত দুখ দিব। লাকীৰ চকুপানী বোৰ মচি পেলোৱা তেতিয়া সি অকলশৰীয়া বুলি অনুভৱ নকৰিব।

এষ্ট্ৰাগণ লাকীৰ ওচৰ চপাৰ লগে লগে লাকীয়ে কিন্তু জোৰেৰে ভৰিৰে ওক আঘাত কৰিলে আৰু তাৰ লগে লগে তেওৰ হাতৰ পৰা ৰুমালখন দূৰৈত চিটিকি পৰিল। আঘাত পাই এষ্ট্ৰাগণে কেঁকাই কেঁকাই খোজ কাঢ়িব ধৰিলে। লাকীয়ে তাৰ হাতৰ বেগ আৰু টোপোলা নমাই থৈ সি ৰুমালখন বুটলি লৈ প্ৰভুৰ হাতত তুলি দিলে। পোজোই এষ্ট্ৰাগণক বুজালে যে লাকী তেনেকুৱাই সি অপৰিচিত মানুহক ভাল নেপায়।

লাকীয়ে কান্দিব এৰিলে আনহাতে এষ্ট্ৰাগণে বিষত চিঞৰিব ধৰিলে। পোজোই তেতিয়া জীৱনৰ নতুন সত্য প্ৰকাশ কৰি ক'লে— সি কান্দিব এৰিলে তাৰ ঠাইত এতিয়া তুমি কান্দিব ধৰিলা। চকু পানীৰ পৰিমাণটো একেই থাকিল। যেতিয়া কোনোবা এজনে কান্দি বলৈ আৰম্ভ কৰে আনফালে কোনোবা এজনে কান্দিবলৈ এৰে।

লাকীৰ বিষয়ে পোজোই আৰু বহু কথা ক'লে। পোজোই লগতে ক'লে যে তেওঁ লাকীক নচুৱাব আৰু চিন্তা কৰাব পাৰে। এষ্ট্ৰাগণে

তেতিয়া লাকীৰ নাচ চাবলৈ ইচ্ছা কৰিলে আৰু ভ্লাদিমিৰে লাকীৰ চিন্তা শুনিব খুজিলে। এষ্ট্ৰাগণে তেতিয়া ক'লে লাকীয়ে প্ৰথমতে নাচক তাৰ পাচত চিন্তা কৰিব। পোজোই তেতিয়া লাকীক নাচিব ক'লে। লাকীয়ে নাচিব ধৰিলে। নাচ শেষ হোৱাৰ পাচত ভ্লাদিমিৰে ক'লে তাক চিন্তা কৰিবলৈ কোৱা।

পোজো তাক তাৰ টুপীটো দিয়া।

ভ্লাদিমিৰ তাৰ টুপী?

পোজো টুপীটো নিপিন্ধাকৈ একো চিন্তা কৰিব নোৱাৰে।

পোজোৰ নিৰ্দেশমতে ভ্লাদিমিৰে তাৰ মূৰত টুপীটো পিন্ধাই দিলে। তাৰ পাছত পোজোই লাকীৰ উদ্দেশ্যে আদেশ কৰিলে চিন্তা কৰিবলৈ। লগে লগে লাকীয়ে চিন্তা কৰিব ধৰিলে।

যদি আমি পাঞ্চাৰ আৰু ওৱাটমেনে তেওঁলোকৰ গ্ৰন্থত উল্লেখ কৰা ব্যক্তিগত প্ৰভুৰ বিষয়ে ব্যক্ত কৰা ধাৰণা গ্ৰহণ কৰোঁ—যিজন ভগৱানৰ বগা দাড়ি আছে যি সময়ৰ অধীন নহয় যি মানৱ াৰ উৰ্ধত যি উদাসীন যাৰ ভাষা আৰু আ বগ নাই যিয়ে আমাক সকলোকে ভাল পায় একমাত্ৰ কিছুমান কাৰণত যিবোৰ সময়ত প্ৰকাশমান হৈ উঠে যি স্বৰ্গীয় মীৰান্দাৰ দৰে অনাহকত কষ্ট ভোগ কৰে যাৰ কাৰণবোৰ পাছত জনা যায় যিবোৰে যন্ত্ৰণাত কাতৰ হয় অগ্নিত নিমজ্জিত হৈ যি অগ্নি জ্বলি থাকিলে হয়তো আকাশখনেই পুৰি পেলাব অৰ্থাৎ নৰকৰ পৰা অগ্নি গৈ স্বৰ্গ পায়গৈ।

যন্ত্ৰবৎ লাকীয়ে গাই যায় অসংলগ্ন কথাবোৰ। তাকেই মনপুতি শুনে ভ্লাদিমিৰ আৰু এষ্ট্ৰাগণে। পোজো কিন্তু বিৰক্ত হৈ পৰে আৰু এজনক তাৰ মূৰৰ পৰা টুপীটো খুলি আনিবলৈ পঠালে। ভ্লাদিমিৰে গৈ তাৰ মূৰৰ পৰা টুপীটো খুলি দিলে। লগে লগে লাকী নীৰৱ হৈ পৰিল। পোজোই টুপীটো খুজি আনি ভৰিৰে মোহাৰি পেলাই ক'লে এয়াই তাৰ চিন্তাৰ সামৰণি।

ইয়াৰ পাছত পোজোই লাকীক লৈ যাবলৈ সাজু হ'ল। যোৱাৰ পৰত পোজোই ক'লে যে তেওঁ যেন বিদায় লব খুজিও লব পৰা নাই।

এষ্ট্ৰাগণে তেতিয়া মন্তব্য কৰি ক'লে যে জীৱন এনেকুৱাই। পোজোই লাকীক লৈ যাবলৈ তাৰ গলৰ জৰীডালত টানিব ধৰিলে। টানি টানি তাক বাহিৰলৈ লৈ যাওঁতে সি পৰাৰ শব্দ শুনা গ'ল। পোজোই চিঞৰি উঠিল—গাহৰি উঠ। লাকী পৰাৰ পৰা উঠা যেন শব্দ হ'ল।

লাকী আৰু পোজো যোৱাত ভাদিমিৰ আৰু এষ্ট্ৰাগণে পুনৰ গোদোৰ কথা পাতিব ধৰিলে। দুয়ো ঠাইখন এৰিব খোজে কিন্তু এৰিব খুজিও এৰিব নোৱাৰে। গোদোৰ অপেক্ষাত তেওঁলোক তাতে বৈ থাকে। এনেতে তাত ল'ৰা এজন উপস্থিত হ'ল। সি গোদোৰ বাতৰি আনিছে। সি ক'লে—

মি গোদোই মোক আপোনালোকক ক'বলৈ দিছে যে আজি সন্ধিয়া তেওঁ আহিব নোৱাৰিব। কিন্তু অহাকালি তেওঁ নিশ্চয় আহিব।

ভাদিমিৰ আৰু এষ্ট্ৰাগণে গোদোৰ বিষয়ে জানিবলৈ উৎসুক হৈ পৰিল আৰু গোদো সম্পৰ্কে এটাৰ পাচত এটা প্ৰশ্ন কৰিব ধৰিলে।

ভাদিমিৰ তোমাক ইযাকে কবলৈ পঠিয়াইছে নে?

লৰাজন এৰা মহাশয।

ভাদিমিৰ তুমি গোদোৰ তাত কাম কৰা নেকি?

লৰা হয় মহাশয়।

ভাদিমিৰ তোমাৰ কাম কি?

লৰা মই তেওৰ ছাগলীবোৰ চাওঁ।

ভাদিমিৰ তেওঁ তোমাক ভাল ব্যৱহাৰ কৰে নে?

লৰা কৰে।

ভাদিমিৰ তোমাক তেও নেমাৰে নেকি?

লৰা নাই নেমাৰে মহাশয়।

ভাদিমিৰ তেনেহ লে তেওঁ কাক মাৰে?

ল'ৰা তেওঁ মোৰ ভাইটোক মাৰে।

ভাদিমিৰ তেনেহ লে তোমাৰ এজন ভাইটিও আছে।

ল'ৰা হয় মহাশয়।

ভাদিমিৰ তোমাৰ ভাইটিয়ে কি কৰে?

ল'ৰা: সে ভেড়াবোৰ চায়।

ভাদিমিৰ   তেওঁ তোমাক কিয় নেমাৰে ?

লৰা   মই সেইটো নেজানো।

ভাদিমিৰ   তেওঁ ছাগে তোমাক ভাল পায় ?

লৰা   মই নেজানো মহাশয়।

ভাদিমিৰ   তুমি ঠিকমতে খাবলৈ পোৱানে ? ভাল আৰু পৰিমিত আহাৰ তুমি পোৱা নে ?

লৰা   ই কিছু পৰিমাণে ভাল মহাশয়।

ভাদিমিৰ   মই ভাবো তুমি সুখী নোহোৱা শুনিছানে মই কি কৈছোঁ ?

লৰা   হয় মহাশয় শুনিছো।

ভাদিমিৰ   তোমাৰ উত্তৰ কি ?

লৰা   মই কি ক'ব লাগে নেজানো।

ভাদিমিৰ   তুমি জানানে তুমি সুখী নে অসুখী ?

লৰা   নেজানো মহাশয়।

ভাদিমিৰ   তোমাৰ অৱস্থাও মোৰ দৰেই বেয়া। তুমি বাৰু কত শুৱা ?

লৰা   ওপৰৰ কুঠৰীত শুও।

ভাদিমিৰ   তোমাৰ ভাইটিও তাত শুৱে নেকি ?

লৰা   শুৱে মহাশয়।

ভাদিমিৰ।   বাৰু এতিয়া তুমি যাব পাৰা।

লৰা   মই তেনেহ'লে গোদোক কি ক'ব লাগিব মহাশয়।

ভাদিমিৰ   তুমি তেওঁক ক'ব পাৰা যে তুমি আমাক দেখিছা।

লৰা   হ'ব বাৰু।

লৰাজন গুচি গ'ল। ইপিনে ৰাতি হ'ল। আকাশত জোন উদয় হ'ল। তাৰ পোহৰো লাহে লাহে শেতা হৈ পৰিল। অপেক্ষাৰ ক্লান্তি যেন সৰ্বত্ৰতে। এষ্ট্ৰাগণে জোতাযোৰ খুলি থৈছিল। সেই যোৰ তাতে এৰিব খুজি ক'লে

এষ্ট্ৰাগণ   মই এই যোৰ ইয়াতে এৰি যাম।

মোতকৈ সৰু ভৰিৰ কোনোবা এজনৰ কাৰণে ই আৰামদায়ক হ'ব।

ভাদিমিৰ কিন্তু তুমি শুদা ভৰিৰে কেনেকৈ ফুৰিবা ?

এষ্ট্ৰাগণ যীশুই শুদা ভৰিৰে খোজ কাটিছিল।

ভাদিমিৰ যীশু ? যীশু ইয়াত কেনেকৈ প্ৰাসঙ্গিক হব পাৰে ? তুমি নিজকে যীশুৰ লগত তুলনা কৰিব নোৱাৰা।

এষ্ট্ৰাগণ মই কিন্তু কৰিছোঁ মই গোটেই জীৱন নিজকে তেওৰ লগত ৰিজাই চাইছো।

ভাদিমিৰ কিন্তু যীশু গৰম আৰু শুকান দেশত আছিল।

এষ্ট্ৰাগণ এৰা তাৰোপৰি সিহঁতে তেওক সোনকালে ক্রুচবিদ্ধ কৰিছিল।

এনেদৰে তেওলোকে যীশুৰ বিষয়ে আলোচনা কৰি আকৌ গোদোৰ প্ৰসঙ্গলৈ আহিল। আৰু অহাকালি গোদো অহাৰ লগে লগে তেওঁ লোকৰ সমস্যাবোৰৰ কিবা এটা সমাধান হব বুলি আশা কৰিলে। এষ্ট্ৰাগণে সেইখিনি ঠাইতে গোদো অহালৈ অপেক্ষা কৰি থাকিব বুলি কলে। কিন্তু ভাদিমিৰে কলে যে ৰাতিটো কৰবাত জিৰণি লব লাগিব। এ নদৰে আৰু প্ৰতীক্ষা কৰি থাকিব নোৱাৰি। এনেদৰে কৈ ভাদিমিৰে এষ্ট্ৰাগণক টানিব ধৰিলে। এষ্ট্ৰাগণ অৱশেষত খোজ ললে আৰু গছডালৰ ওচৰত দুয়ো বৈ গল। এষ্ট্ৰাগণে গছডাললৈ চাই কলে—

এষ্ট্ৰাগণ এইটো বৰ দুখৰ কথা যে আমাৰ লগত এডাল জৰী নাই।

ভাদিমিৰ আহা আহা বৰ ঠাণ্ডা পৰিছে।

এষ্ট্ৰাগণ অহাকালি মোক মনত কৰি দিবা জৰী এডাল আনিবলৈ।

ভাদিমিৰ হব আহা এতিয়া বলা।

এষ্ট্ৰাগণ আমি বাৰু এনেদৰে একেলগ হৈ কিমান দিন আছো ?

ভাদিমিৰ ভালকৈ নেজানো। বোধহয় পঞ্চাশ বছৰ।

এষ্ট্ৰাগণ মই কেতিয়া নদীত জপিয়াই পৰিছিলো তোমাৰ মনত আছে নে ?

ভাদিমিৰ আমি তেতিয়া আঙুৰৰ খেতি কৰি আছিলোঁ।

এষ্ট্ৰাগণ তুমি যে মোক নদীৰ পৰা তুলিছিলা।

ভাদিমিৰ সেইবোৰ পুৰণি কথা।

এষ্ট্ৰাগণ মই ৰ'দত কাপোৰবোৰ শুকুৱাইছিলোঁ।

ভ্লাদিমিৰ সেইবোৰ মনত কৰাৰ দৰকাৰ কি? আহা।

এষ্ট্ৰাগণ ক্ষন্তেক ৰবাচোন।

ভ্লাদিমিৰ বৰ ঠাণ্ডা লাগিছে।

এষ্ট্ৰাগণ ৰবা। মই আচৰিত হওঁ এইটো আমাৰ পক্ষে ভাল নহলহেঁতেন যদি আমি অকলশৰীয়া হলোহেঁতেন আৰু নিজে নিজৰ যত্ন ললোহেঁতেন।

এনেদৰে দুয়োৱে মনত আশা মৃত্যু চিন্তা প্ৰেম বিচ্ছেদ নিঃসঙ্গতা আদি বিভিন্ন প্ৰসঙ্গই খেলি মেলি লগাই দিলে। লাহে লাহে দুয়ো যাব খুজি স্তব্ধ হৈ ৰল।

নাটকৰ দ্বিতীয় অংকৰ পটভূমিও সেই একে ডোখৰ ঠাই। দুই বন্ধুৱে সেই গছডালৰ ওচৰত অপেক্ষা কৰি আছে গোদোৰ বাবে। লঠঙা গছডালত এইবাৰ নতুন পাত দেখিবলৈ পোৱা গল। ভ্লাদিমিৰে সোমায়ে গছডাললৈ চালে। আৰু তাৰ পাচত জোৰে জোৰে গীত জুৰিব ধৰিলে। গীতটোৰ মৰ্ম হল এটা কুকুৰে ৰুটি এটুকুৰা চুৰি কৰিছিল ৰান্ধনী ঘৰৰ পৰা আৰু দোষতে ৰান্ধনীয়ে তাক কোবাই মাৰিলে।

এনেতে সুদা ভৰিৰে এষ্ট্ৰাগণ সোমাই আহিল। এষ্ট্ৰাগণক দেখি ভ্লাদিমিৰে মৰমতে আলিঙ্গন কৰিবলৈ আগবাঢ়ি গল কিন্তু এষ্ট্ৰাগণে কলে—

এষ্ট্ৰাগণ তুমি মোক নুচুবা। মোক একো নুসুধিবা।

ভ্লাদিমিৰ মই আতৰি যোৱাতো তুমি বিচৰা নেকি? গোগো তোমাক সিহঁতে আকৌ মাৰিছে নেকি? গোগো তুমি ৰাতিটো কত কটালা?

এষ্ট্ৰাগণ তুমি মোক নুচুবা তুমি মোক একো নকবাও। কিন্তু মোৰ কাষতে থাকা।

ভ্লাদিমিৰ মই তোমাক কেতিয়াবা অকলশৰীয়া কৰিছো নেকি?

এষ্ট্ৰাগণ তুমি মোক আতৰি যাবলৈ দিছা।

ভাদিমিৰ মোলৈ চোৱা তুমি মোক চাইছা নে নাই ?

দুয়োকে দুই বহু সময়লৈ চাই থাকে তাৰ পাছত ইজনে সিজনক আলিঙ্গন কৰে। তাৰ পাছত এৰা এৰি হয়।

এষ্ট্ৰাগণ এইটো আচহুৱা দিন আছিল।

ভাদিমিৰ কোৱা তোমাক কোনে মাৰিছিল।

এষ্ট্ৰাগণ অন্য এটা দিন কাটি গ'ল।

ভাদিমিৰ এতিয়াও কাটি যোৱা নাই।

এষ্ট্ৰাগণ মোৰ বাবে কাটি গ'ল। বাৰু তোমাক মই গান গোৱা শুনিছিলো।

ভাদিমিৰ এৰা মই গোৱা মনত পৰে।

এষ্ট্ৰাগণ মই ভাবিছিলো তুমি অকলে থকাটোক পাহৰি থাকিবলৈ গান গাইছিলা।

ভাদিমিৰ কোনেও তেওঁৰ আবেগক নিয়ন্ত্ৰণ কৰিব নোৱাৰে। গোটেই দিনটো মই বেচ উৎসাহ উদ্দীপনাৰ মাজত আছো। মই ৰাতি এবাৰো উঠা নাছিলো। ( প্ৰসাৰ কৰিবলৈ )।

এষ্ট্ৰাগণ মোৰ অনুপস্থিতিত তোমাৰ মূত্ৰাশয়েও ভাল কাম কৰে।

ভাদিমিৰ মই তোমাক হেৰুৱাইছিলো। কিন্তু লগতে তুমি নোহোৱাত মই নিজকে সুখী যেন অনুভৱ কৰিছিলো। ই বৰ আচহুৱা কথা নহয় নে ?

এষ্ট্ৰাগণ মোৰ অনুপস্থিতিত তুমি সুখ অনুভৱ কৰা ?

ভাদিমিৰ মোৰ অনুভূতিক প্ৰকাশ কৰিবলৈ সেয়া বোধহয় উপযুক্ত শব্দ নহয়।

এষ্ট্ৰাগণ এতিয়া তুমি কেনে অনুভৱ কৰিছা।

ভাদিমিৰ এতিয়া ? মই সুখী যে তুমি উভতি আহিছা। মই আকৌ একেলগ হলো। মোৰ এতিয়া আগন্তুকৈ বেয়া।

এষ্ট্ৰাগণ তাৰ মানে তুমি মই লগত থাকিলে বেয়া পোৱা। অৱশ্যে অকলে থাকিবলৈ ময়ো ভাল পাওঁ।

ভাদিমিৰ তেনেহ'লে তুমি আকৌ মোৰ ওচৰলৈ উভতি আহিলা।

এষ্ট্ৰাগণ মই সঁচাই নেজানো।

ভ্লাদিমিৰ মই জানো। তুমি কিয় উভতি আহিলা। তুমি আত্মৰক্ষা কৰিব নোৱাৰা কাৰণেই আহিছা। মই সিহঁতক তোমাক মাৰিবলৈ নিদিলোঁহেঁতেন।

এষ্ট্ৰাগণ তুমি নোৱাৰিলা হয় সিহঁতক বাধা দিবলৈ।

ভ্লাদিমিৰ তুমি কিয় তেনেকৈ কলা?

এষ্ট্ৰাগণ কাৰণ সিহঁত দহজন আছিল।

ভ্লাদিমিৰ মই এইটো কব খোজা নাই যে মই যুদ্ধ কৰি সিহঁতক বাধা দিলোহেঁতেন। সিহঁতক বিৰক্ত কৰা কাম কৰাৰ পৰা তোমাক বাৰণ কৰিলোহেঁতেন।

এষ্ট্ৰাগণ কিন্তু মই একো কৰা নাছিলো।

ভ্লাদিমিৰ তেনেহলে সিহঁতে তোমাক কিয় মাৰিছিল?

এষ্ট্ৰাগণ মই নেজানো।

ভ্লাদিমিৰ আচল কথা হল তুমি হলা ওপৰ চকুৰা। তুমি যিবোৰ নেদেখা মই সেইবোৰ ভালকৈ দেখোঁ। মই ভাবোঁ তুমিও একেই ভাবিছা।

এষ্ট্ৰাগণ মই পুনৰ কৈছো মই একো কৰা নাছিলো।

ভ্লাদিমিৰ এইটো হব পাৰে যে তুমি একো কৰা নাছিলা। একো নকৰাটোৱে আৱশ্যক এইটো আৱশ্যকীয় যদি তুমি জীয়াই থাকিব খোজা।

এষ্ট্ৰাগণ মই একো কৰা নাছিলোঁ।

ভ্লাদিমিৰ তুমি নজনাকৈ ভিতৰি ভিতৰি সুখী হৈছা।

এষ্ট্ৰাগণ কিহৰ কাৰণে সুখী হৈছো।

ভ্লাদিমিৰ মোৰ ওচৰলৈ উভতি অহা কাৰণে।

এষ্ট্ৰাগণ তুমি সঁচাই তেনেকৈ অনুভৱ কৰা নেকি?

ভ্লাদিমিৰ তুমি সুখী যদি মই কোৱাটোও সঁচা নহয়।

এষ্ট্ৰাগণ তেনেহ'লে মই এতিয়া কি কোৱা উচিত?

ভ্লাদিমিৰ তুমি কোৱা উচিত যে তুমি সুখী।

এষ্ট্ৰাগণ মই সুখী।

ভ্লাদিমিৰ মইো সুখী।

এষ্ট্ৰাগণ : মৰো।

ভ্লাদিমিৰ আমি সুখী।

এষ্ট্ৰাগণ আমি দুয়ো সুখী এতিয়া আমি কি কৰো ?

ভ্লাদিমিৰ আমি গোদোলৈ অপেক্ষা কৰিব লাগিব। কালিতকৈ আজি বহু পৰিবৰ্তন ঘটিছে।

এষ্ট্ৰাগণ যদি গোদো নাহে তেনেহ'লে আমি কি কৰিম ?

ভ্লাদিমিৰ সময় আহিলে আমি এই বিষয়ে আলোচনা কৰিম। মই আগতেই কৈছো কালিতকৈ আজি ইয়াত বহুত পৰিবৰ্তন ঘটিছে।

তেওঁলোকে ওচৰত থকা গছডালত পৰিবৰ্তনৰ চাপ দেখিবলৈ পালে। যোৱাকালি গছডাল কলা আৰু সম্পূৰ্ণ লঠঙা আছিল কিন্তু এতিয়া ব্লি পাতেৰে পৰিপূৰ্ণ হৈ পৰিছে। এটা ৰাতিৰ ভিতৰতে ই কেনেকৈ পাতেৰে পৰিপূৰ্ণ হৈ পৰিল এইটোৱে আশ্চৰ্য্যৰ কথা। বোধহয় বসন্তৰ আগমন ঘটিছে নহ'লে এনে পৰিবৰ্তন কিয় হ'ব ? কিন্তু ৰাতিৰ ভিতৰতে বসন্ত আহিলনে ? কিন্তু এষ্ট্ৰাগণে ক'লে যে তেওঁলোক যোৱাকালি অহা নাছিল। ই তেওঁৰ বেয়া সপোনবোৰৰ মাজৰ এটাহে আছিল।

দুয়ো যোৱাকালিৰ ঘটনাবোৰ সুঁৱৰিবলৈ চেষ্টা কৰিলে। দুয়োৰে মনত পৰিল লাকী আৰু পোজোৰ কথা। লাকীয়ে যে এষ্ট্ৰাগণক লাথি মাৰিছিল তাকো দুয়োৰে মনত পৰিল। ভ্লাদিমিৰৰ হঠাতে মনত পৰিল এষ্ট্ৰাগণৰ সক হোৱা জোতা যোৰলৈ। তেওঁ এষ্ট্ৰাগণৰ জোতাযোৰ বিচাৰি উলিয়ালে। কিন্তু এষ্ট্ৰাগণে ক'লে যে সেইযোৰ জোতা তেওঁৰ নহয়। কাৰণ তেওঁৰ জোতাযোৰ কলা আছিল। এইযোৰ দেখো মুগা বৰণীয়া। জোতাযোৰ হাতত লৈ দেখো সেউজীয়া।

সময় কটাবৰ বাবে দুয়ো জোতাযোৰ লৈ ব্যস্ত হ'ল। ভ্লাদিমিৰে এষ্ট্ৰাগণৰ ভৰিত জোতা এপাত সুমুৱাই দিবলৈ চেষ্টা কৰিলে। তাৰ পাছত জোতাযোৰ ভৰিত সুমুৱাই দি ভ্লাদিমিৰে এষ্ট্ৰাগণক খোজ কাঢ়িব ক'লে। এষ্ট্ৰাগণে জোতাযোৰ পিন্ধি খোজ কাঢ়িব ধৰিলে। ভ্লাদিমিৰে সুধিলে জোতাযোৰ পিন্ধা কাৰণে তেওঁ দুখ পাইছে নেকি ? এষ্ট্ৰাগণে নাই পোৱা বুলি ক'লে। জোতাযোৰ ডাঙৰহে হৈছে। ভ্লাদিমিৰে কলে যে মোজা পিন্ধি ললে ঠিক হ'ব।

এবাৰ এষ্ট্ৰাগণে শুবলৈ চেষ্টা কৰিলে। আঠু দুটাৰ মাজত মূৰটো সুমুৱাইদি এষ্ট্ৰাগণ শুই পৰিল। ভ্লাদিমিৰে এষ্ট্ৰাগণৰ কান্ধত কোটটো ওলোমাই থৈ ইফালে সিফালে খোজকাঢ়িব ধৰিলে। এষ্ট্ৰাগণে সাৰ পাই উঠি চিঞৰ বাখৰ কৰি ইফালে সিফালে দৌৰিব ধৰিলে। তেওঁ হেনো গছৰ আগৰ পৰা সৰি পৰা দেখিছিল। সেয়ে তেওঁ ভয় খাইছিল। ভ্লাদিমিৰে ক'লে যে সেয়া দুঃস্বপ্নৰ বাহিৰে আন একো নহয়। এষ্ট্ৰাগণে ঠাইডোখৰ এৰি গুচি যাব খুজিলে। ভ্লাদিমিৰে ক'লে যে গোদোক তেওঁলোকে অপেক্ষা কৰিবই লাগিব। এষ্ট্ৰাগণে ৰ'ব খুজি যাবলৈ ওলাল। এনেতে ভ্লাদিমিৰে লাকীৰ মূৰৰ টুপীটো বিচাৰি পালে। সেইটো তুলি লৈ ভ্লাদিমিৰে ক'লে যে সকলো আপদ এতিয়া আঁতৰি গ'ল। ভ্লাদিমিৰে সেইটো টুপী পিন্ধি নিজৰটো এষ্ট্ৰাগণক দিলে। দুয়ো এতিয়া লাকী আৰু পোজোৰ খেল খেলিব। ভ্লাদিমিৰ কুঁজা হৈ বোজা বোৱা লাকীৰ অভিনয় কৰিব ধৰিলে। তাৰ পাছত এষ্ট্ৰাগণক পোজোই লাকীক কোৱাৰ দৰে চিন্তা কৰিবলৈ কবলৈ ক'লে। এষ্ট্ৰাগণে তেনে কৰিলত ভ্লাদিমিৰে এষ্ট্ৰাগণক নাচিব ক'লে। এনেতে কোনোবা অহা বুলি এষ্ট্ৰাগণ উচাপ খাই উঠিল। কিন্তু কোনো নাই। এষ্ট্ৰাগণে কিবা কাল্পনিক বস্তু দেখা বুলিহে ভ্লাদিমিৰে ধৰি ললে।

দুয়োৰে সময় নেযায় নুপুৰায়। কথা-বতৰা গালি শপনিৰে সময় পাৰ কৰিব ধৰিলে। এনেতে লাকী আৰু পোজো সোমাই আহিল। পোজো এইবাৰ অন্ধ আৰু কৃপাপ্ৰাৰ্থী। আগৰদৰে লাকীৰ মূৰত বোজা। লাকী পৰি গ'ল লগতে পোজোও। লাকীৰ মূৰৰ বস্তু বাহানিবোৰ সিঁচৰিত হৈ পৰিল। এষ্ট্ৰাগণে সিহঁতকে প্ৰথমতে গোদো বুলি ভাবিছিল। ভ্লাদিমিৰে কিন্তু পোজো আৰু লাকীক চিনি পালে। পৰাৰ পৰা উঠিবলৈ পোজোই সহায় ভিক্ষা কৰিব ধৰিলে। সহায়ৰ বিনিময়ত টকা দিব বুলিও পোজোই অঙ্গীকাৰ কৰিলে। ভ্লাদিমিৰে পোজোক তুলিবলৈ যাওঁতে নিজেই পৰি গ'ল। কোনো এজনে উঠিব নোৱাৰাত এষ্ট্ৰাগণে তাতেই শুই থাকিব খুজিলে। ইপিনে পোজোই

সহায় সহায় কৈ চিঞৰি থকাত খং উঠি ভাদিমিৰে তাক ভৰিৰে গোৰ মাৰি দিলে। তাৰ পাছত ভাদিমিৰ আৰু এষ্ট্ৰাগণে ঠিক কৰিলে যে দুয়ো থিয় হব। এইবাৰ দুয়ো তৎক্ষণাৎ থিয় হল তেতিয়া এষ্ট্ৰাগণে কলে যে উঠাতো এটা লৰা ধেমালি ই ইচ্ছা শক্তিৰ কথা।

এইবাৰ দুয়ো গৈ পোজোক তুলিবলৈ চেষ্টা কৰিলে। কিন্তু পোজো উঠি আকৌ পৰি গল। পোজোই তেওঁলোক তাৰ বন্ধু নেকি সুধিলে। এষ্ট্ৰাগণে কলে যে বন্ধু নহলে তেওঁলোকে তাক কিয় সহায় কৰিব আহিলহেঁতেন। পোজো স্মৃতি ৰহিত আৰু লাকী এতিয়া বোবা। পোজোই লাকীনো কত আছে সুধিলে। সি পৰি থকা বুলি কোৱাত তাক লাথি মাৰি তুলি দিবলৈ কলে। ভাদিমিৰে কলে যে যোৱা কালি লাকীয়ে কৰা আঘাতৰ প্ৰতিশোধ লোৱাৰ এয়াই সময়। এষ্ট্ৰাগণে তাক ভৰিৰে লাহেকৈ আঘাত কৰিলে। লাকীয়ে গা লৰালে।

পোজোই লাকীক আগবাঢিবলৈ নিৰ্দেশ দি জৰীডালত ধৰি টানিলে। ভাদিমিৰে লাকীক কথা কোৱাব কলে। পোজোই কলে যে লাকীয়ে এতিয়া আৰু কথা কব নোৱাৰে কাৰণ সি বোবা হৈ গৈছে। আনকি সি গেঙানি মাৰিবও নোৱাৰে। লাকী কেতিয়া বোবা হল বুলি সোধাত পোজোই কলে যে এদিনাখন সি বোবা হৈ গল এদিনাখন সি অন্ধ হৈ গৈছে এদিনাখন মানুহ জন্মে এদিনাখন মৰে।

পোজো আৰু লাকী দুয়ো আতৰি গল। ভাদিমিৰে শুই থকা এষ্ট্ৰাগণক জগাই দি কলে যে এষ্ট্ৰাগণ টোপনি গলে তেওঁৰ নিজকে অকলশৰীয়া যেন লাগে। যাহক লাকী আৰু পোজো আহি কিছু সময় কটোৱাৰ সুবিধা কৰি দিলে।

এনেতে লৰা এজন আহি ভাদিমিৰক অপৰিচিত মানুহৰ দৰে আলবাৰ্ট বুলি সম্বোধন কৰিলে। তাৰ পাছত কলে সি গোদোৰ বাতৰি লৈ আহিছে। গোদো আজি নাহে কাইলৈহে আহিব। ভাদিমিৰে জানিব বিচাৰিলে যোৱাকালি অহা লৰাজন সি নাছিল নেকি?

সি সেইজন লৰা নহয় বুলি কলে। সূৰ্য্য ডুবিল। এষ্ট্ৰাগণে

উপদেশ দিলে এই ঠাই এৰাই ভাল হ'ব। ভাদিমিৰে ক'লে যে এই ঠাইডোখৰ এৰিব নোৱাৰি। কাৰণ অহাকালি গোদো আহিব। এষ্ট্ৰাগণে সুধিলে—গোদোক অপেক্ষা নকৰিলেনো কি হ ব ?

ভাদিমিৰে ক'লে গোদোই তাৰ বাবে শাস্তি দিব।

এষ্ট্ৰাগণে আকৌ ডিঙিত ফাঁচ লগাই মৰিব খুজিলে। কিন্তু ফাঁচ লগাবলৈ যে জৰী এডাল নাই। অৱশেষত এষ্ট্ৰাগণে পেটিডাল খুলিলে আৰু লগে লগে তাৰ ট্ৰাউজাৰটো খহি পৰিল।

কিন্তু পেটিডালেৰে নহব। কাৰণ ই চুটি গতিকে অহাকালি এডাল জৰী আনিব লাগিব আৰু যদি গোদো নাহে তেনেহলে সেই জৰীৰে ফাঁচ লগাই দুয়ো আত্মহত্যা কৰিব।

এষ্ট্ৰাগণে সুধিলে যদি গোদো নাহে তেওঁলোকে কি কৰিব ?

ভাদিমিৰে ক লে যে তেতিয়া তেওঁলোক ৰক্ষা কৰিব।

ভাদিমিৰে মূৰৰ পৰা লাকীৰ টুপীটো খুলিলে। সি সেইটোৰ ভিতৰৰ ফালটো চাই ললে ভালকৈ লিৰিকি বিদাৰি আৰু তাক জোকাৰি মূৰত পিন্ধি ললে।

এষ্ট্ৰাগণ তেনেহলে আমি যাওঁগৈ বল ।

ভাদিমিৰ প্ৰথমতে তোমাৰ ট্ৰাউজাৰটো পিন্ধি লোৱা।

এষ্ট্ৰাগণ কি কৈছা তুমি ?

ভাদিমিৰ ট্ৰাউজাৰ পিন্ধি লোৱা।

এষ্ট্ৰাগণ মই ট্ৰাউজাৰটো খুলি পেলাব লাগে।

ভাদিমিৰ নহয় নহয় মই বিচাৰিছে৷ তুমি ভালকৈ পিন্ধি লোৱা।

এষ্ট্ৰাগণে অনুভৱ কৰিলে সঁচাকৈয়ে তাৰ ট্ৰাউজাৰটো খহি পৰিছে। সি ট্ৰাউজাৰটো ওপৰলৈ টানি ললে আৰু যাবলৈ সাজু হ'ল।

ভাদিমিৰ তুমি এতিয়া যাবলৈ সাজু নে ?

এষ্ট্ৰাগণ : এৰা এতিয়া আমি যাওঁগৈ বল।

# শ্বেক্সপিয়াৰৰ নাট্যাদৰ্শ আৰু অসমীয়া নাটক

অগ্ৰজ প্ৰতিভাশালী নাট্যকাৰ সকলৰ মৃত্যুত ইংলণ্ডৰ ৰঙ্গমঞ্চবোৰত নাটকৰ অভাৱ পৰিলক্ষিত হয় আৰু ১৫৯৫ চনমানৰ পৰা ১৬ ১ চনলৈ শ্বেক্সপিয়াৰে ইংৰাজী নাট্য সাহিত্যত এককভাৱে নিজৰ স্থিতিৰ কথা ঘোষণা কৰে। এই সময়তে তেওঁ ৰচনা কৰে বুৰঞ্জীমূলক নাটক ৰিচাৰ্ড টু কিং জোন হেনৰি ফোৰ্থ আৰু হেনৰি ফিফথ। কাল্পনিক আৰু কমেডি নাটক এ মিড চামাৰ নাইটছ ড্ৰিম আৰু দি মেৰি ৱাইভচ এণ্ড উইনদচোৰ টেমিদ অব দি স্ক্ৰী ৰ লগতে লিখে এখন ট্ৰেজেডী ৰোমিও এণ্ড জুলিয়েট। শ্বেক্সপিয়াৰৰ নাট্য প্ৰতিভাই পোখা মেলাৰ এয়াই আছিল প্ৰশস্ত সময়।

ইয়াৰ পাচতে তেওঁ ৰচনা কৰে ৰোমহৰ্ষক ভয়াবহ নাটক জুলিয়াছ চীজাৰ এণ্টনী ক্লিয়োপেট্ৰা আৰু কেৰিওলেনাছ। তিনিওখন ৰোমান ইতিহাসৰ ঘটনাৰে ৰচিত আৰু ইয়াৰ প্ৰেৰণাৰ উৎস প্লুটাৰ্ক। গ্ৰীক বুৰঞ্জীৰ আধাৰত ৰচিত হৈছে চাইমন অব এথেঞ্চ। ডেনিছ কাহিনীৰ আধাৰত ৰচনা কৰে হেমলেট আৰু ইংৰাজী ঘটনাৰ আলমত ৰচে কিং লিয়েৰ স্কট দেশীয় কাহিনীৰ আধাৰত ৰচি উলিয়ায় আন এখন যুগজয়ী ট্ৰেজেডী মেকবেথ।

এই সময়ছোৱাত ৰচা কমেডিবোৰত এক তিক্ততাৰ সুৰ বিৰাজমান। ওল ওয়েল দেট এণ্ডছ ওৱেল মেজাৰ ফৰ মেজাৰ ট্ৰয়লাছ এণ্ড ক্ৰেছিদা আদি এই লেখিয়া কমেডি। শ্বেক্সপিয়াৰৰ প্ৰতিভাৰ পূৰ্ণ বিকাশৰ সময় এয়া। জীৱন আৰু প্ৰকৃতিক এক সমাহিত দৃষ্টিৰে তেওঁ অৱলোকন কৰিছে এই নাটকবোৰত।

তেওঁৰ শেষ বয়সৰ ( ১৬ ৮ ১৬১ ) ৰচনাসমূহত এক পৰিপূৰ্ণ শান্তি ক্ষমা আৰু মিলনৰ সুৰ বিয়পি পৰিছে। বাস্তৱৰ জগতৰ পৰা তেওঁ আকৌ ৰোমাঞ্চৰ জগতত প্ৰৱেশ কৰিছে। এই সময়ছোৱাত ৰচিত তেওঁৰ নাটকসমূহ হ'ল পেৰিক্লিচ চিম্বেলাইন উইণ্টাৰচ টেল আৰু দি টেম্পেষ্ট।

ট্ৰেজেডি আৰু কমেডি উভয়বিধ নাট্যৰচনাতে তেওঁ সমান কুশলতা দেখুৱাইছে। অনুপম চৰিত্ৰ সৃষ্টি হাস্য ব্যঙ্গৰ উপস্থাপন আৰু কবিত্ব অভিব্যঞ্জনাৰে তেওঁৰ নাটকসমূহ সমুজ্জ্বল। ইতিহাসৰ চৰিত্ৰবোৰক তেওঁ তেজ-মাংসৰ সমাহাৰেৰে একো একোটা জীৱন্ত চৰিত্ৰলৈ ৰূপান্তৰিত কৰিব পৰাটো তেওঁৰ নাট্যপ্ৰতিভাৰ বিশেষ উল্লেখনীয় বৈশিষ্ট্য।

জীৱন আৰু জগতক চৰিত্ৰৰ মাজেৰে প্ৰকাশ কৰি তেওঁ নৈৰ্বক্তিকতাৰ সুৰ নাটকবোৰত স্পষ্ট কৰি তুলিছে। ৰজাৰ পৰা আৰম্ভ কৰি হাস্যৰসিক চৰিত্ৰবোৰলৈ সকলোৱে জীৱনক অৱলোকন কৰিছে তেওঁলোকৰ নিজ নিজ দৃষ্টিভঙ্গী অনুযায়ী। কেতিয়াবা জীৱন দৰ্শন বা নীতি বচনো প্ৰকাশ কৰিছে সম্পূৰ্ণ নৈৰ্বক্তিকতাৰে। সেয়ে শ্বেক্সপিয়াৰৰ নাটকত নাট্যকাৰে জাপি দিব খোজা কোনো আদৰ্শ বা নীতিবাদৰ প্ৰকাশ দেখা নেযায়।

বিশ্ব সাহিত্যত শ্বেক্সপিয়াৰৰ ট্ৰেজেডিসমূহে এক বিশেষ স্থান অধিকাৰ কৰি আছে নাট্যকাৰৰ মৌলিক প্ৰতিভাৰে সেইবোৰ সমুজ্জ্বল বাবেই। এই নাটবোৰত এৰিষ্টোটলীয় নাট্যতত্ত্বৰ প্ৰতি বিশেষ প্ৰৱণতা দেখুওৱাৰ পৰিৱৰ্তে তেওঁৰ নিজা শৈল্পিক দৃষ্টিভঙ্গীহে প্ৰকাশ কৰিছে। জীৱনৰ কৰুণ ৰস এই নাটকবোৰত তেওঁ শিল্প সুষমাৰে প্ৰকাশ কৰিছে।

শ্বেক্সপিয়াৰৰ ট্ৰেজেডিবোৰ সাধাৰণতে এজন ব্যক্তিৰ দুখময় পৰিণতিৰ কাহিনী কেতিয়াবা অৱশ্যে দুজন ব্যক্তিৰ জীৱনতো ইয়াৰ প্ৰকাশ দেখুওৱা হয়। ৰোমিও এণ্ড জুলিয়েট নাটকত দুজন ব্যক্তিৰ জীৱনলৈ যুগপৎভাৱে ট্ৰেজেডি নামি আহিছে। সাধাৰণতে নাটকৰ শেষত নায়কৰ মৃত্যুৰ যোগেদি আৰু কেতিয়াবা নায়ক-নায়িকা উভয়ৰে মৃত্যুৰ যোগেদি এই কৰুণতাৰ সঞ্চাৰ কৰা হয়। সাধাৰণতে দুৰ্ঘটনাজনিত আকস্মিক মৃত্যুৰ যোগেদি ট্ৰেজেডি সৃষ্টি কৰাতকৈ তেওঁ জোৰ দিছে দুখ-কষ্ট ভোগৰ যোগেদি মৃত্যুবৰণ কৰাটোৰ ওপৰত। আনহাতে আকৌ বেমাৰ আজাৰৰ মাজেদি লাহে লাহে মৃত্যুমুখলৈ আগবাঢ়ি যোৱা দাৰিদ্ৰ্য ঘৃণনীয় অৱস্থাৰ যোগেদি বৰণ কৰা মৃত্যুও ট্ৰেজেডিৰ উপজীব্য নহয়।

সাধাৰণতে উচ্চ ব্যক্তিৰ জীৱনৰ দুখ যন্ত্ৰণাৰ ভেটিতহে ট্ৰেজেডি ৰচিত

হয়। সাধাৰণতে ৰজা ৰাজকুমাৰ নাইবা দেশনেতা আৰো কেতিয়াবা উচ্চ মৰ্য্যাদালম্পন্ন পৰিয়ালৰ মানুহৰ জীৱনকাহিনীৰে ট্ৰেজেডি ৰচিত হব পাৰে। অবৰ্ণনীয় দুখ কষ্টৰ মাজেদি এই শ্ৰেণীৰ মানুহৰ জীৱনলৈ মৃত্যু নামি আহে। সাধাৰণতে এই দুখ তেওঁলোকৰ জীৱনলৈ কোনোবাই পঠাই নিদিয়ে নাইবা ই এনেয়ে নঘটে ই ঘটে মানুহৰ কাৰ্য্যৰ পৰা। চৰিত্ৰৰ কাৰ্য্যৰপৰাই ট্ৰেজেডি সৃষ্টি হয়। শেক্সপিয়াৰে চৰিত্ৰৰ অস্বাভাৱিক অৱস্থাৰ কথাও ফুটাই তুলিছে। উন্মাদ স্বপ্নজাগৰণ আদি অৱস্থা বহু নায়ক নায়িকা বা চৰিত্ৰৰ মাজত দেখা যায় কিন্তু সেইবোৰৰ পৰাও ট্ৰেজেডিৰ সৃষ্টি হব নোৱাৰে। ৰাজ্য ভগাই দিয়াৰ সময়ত লীয়াৰ বলীয়া হোৱাহেঁতেন নাইবা হেমলেট প্ৰকৃততে বলীয়া হোৱা হলে তেওঁলোক নায়কৰ বাবে উপযুক্ত নহ লহেঁতেন।

শেক্সপিয়াৰৰ নাটকত নায়কে নিজে নিজৰ ভাগ্য নিৰ্মাণ কৰে। তেওঁলোক সাধাৰণতে পুৰুষকাৰৰ প্ৰতিমূৰ্ত্তি। তেওঁলোক কোনোৱেই অসাধাৰণ ধৰ্মনিষ্ঠ বা ন্যায়পৰায়ণ নহয়। তেওঁলোক সাধাৰণ মানুহৰ উৰ্দ্ধত থাকিলেও তেওঁলোকৰ কিবা এটা চাৰিত্ৰিক খুত থাকে। নায়কবোৰে সেই খুতৰ কাৰণে কিবা এটা ডাঙৰ ভুল কৰে যিটোৰ কাৰণে তেওৰ জীৱনলৈ ট্ৰেজেডি আহে। তৃতীয় ৰিচাড আৰু মেকবেথৰ আছিল অতিমাত্ৰা উচ্চাভিলাষ নিৰপৰাধী মানুহক হত্যাৰ যোগেদি তেওঁলোকে নিজৰ উদ্দেশ্য পূৰণ কৰিবলৈ পিছ হোহকা নাছিল। হেমলেট চৰিত্ৰৰ দুৰ্বলতা হল দীৰ্ঘসূত্ৰিতা। পিতাকৰ মৃত্যুৰ প্ৰতিশোধ লোৱাত তেওঁ অযথা পলম কৰিছিল এটাৰ পাছত এটা চেলু উলিয়াই। এণ্টনিয়ে ৰোমৰ প্ৰজাসকলৰ প্ৰতি থকা কৰ্ত্তব্য পালন নকৰি মিছৰৰ ৰাণীৰ প্ৰতি মোহাবিষ্ট হৈ পৰিছিল। ৰজা লীয়াৰে গনেৰিল আৰু ৰিগানৰ বাক চাতুৰ্য্যত মুগ্ধ হৈ সত্যনিষ্ঠ কৰ্ডেলিয়াক অৱহেলা কৰি তেওঁৰ জীৱনলৈ ট্ৰেজেডি মাতি আনিছিল। কেৰিওলেনাছে আভিজাত্যৰ গৰ্বত নিজৰ দেশৰ সৰ্বনাশ সাধন কৰিবলৈ আগবাঢ়ি গৈছিল। চাইমনে আঘাতৰ পাছত আঘাতেৰে দীৰ্ণ হৈ মানৱ বিদ্বেষী হৈ পৰিছিল। একমাত্ৰ ব্ৰুটাচ

আৰু ওথেলোই অন্যান্য নায়কৰ দৰে ভুল কৰা নাই। তেওঁলোকৰ ভুল অন্য ধৰণৰ। তথাপিও তেওঁলোকৰ চাৰিত্ৰিক দুৰ্বলতা আছিল। ব্ৰুটাচে এণ্টনিওক ভাষণ দিবলৈ দি নিজৰ বদান্যতা দেখুওঁৱা কাৰণেই এণ্টনিয়ে তেওঁৰ ভাষণেৰে প্ৰজাবোৰক উত্তেজিত কৰি তুলিব পাৰিছিল। আনহাতে ওথেলোই অতিমাত্ৰা সন্দেহপৰায়ণ হৈ তেওঁৰ নিজৰ জীৱনলৈ ট্ৰেজেডি মাতি আনিলে।

নায়কৰ পতন সম্পৰ্কে এৰিষ্টোটলে দুটা কথাৰ উল্লেখ কৰিছে। তাৰে এটা হল H m rt আৰু আনটো হল Mochth ria H mart হল ভাগ্য বা ঘটনাৰ চক্ৰান্তত অনিচ্ছা সত্বেও ভুল কৰি পেলোৱা। চৰাই মাৰিবলৈ কাড় এৰিলে নায়কে সেই কাড চৰাইৰ গাত নপৰি পৰিল ভায়েকৰ গাত আৰু ভায়েকৰ মৃত্যু হল। এই লক্ষ্য ভ্ৰষ্টতাই হল Hemartia যেতিয়া নাযকৰ এই Hemartia-ৰ কাৰণে পতন হয় সিয়ে দৰ্শকৰ মনত বেদনা আৰু ভীতিৰ সঞ্চাৰ কৰে।

আকৌ নৈতিক অপৰাধ Mochtheria ৰ কাৰণেও নায়কৰ পতন হয়। মেকবেথৰ আছিল M chth r আনহাতে ওথেলোৰ জীৱনৈল ট্ৰেজেডি আহিছে Hemart a-ৰ যোগেদি। ওথেলোই ভ্ৰমবশতঃ ডেচডেমোনাক হত্যা কৰিছিল।

শেক্সপিয়াৰৰ এই নায়ক নায়িকাবোৰৰ জীৱনত ভাগ্যৰ লীলা-খেলাও দেখিবলৈ পোৱা যায়। এই ভাগ্যৰ লীলা-খেলা ৰোমিও এণ্ড জুলিয়েট ওথেলো আদি নাটকত দেখিবলৈ পোৱা যায়। ৰোমিও জুলিয়েটত ৰোমিওই ঠিক সময়ত সন্ন্যাসী লৰেঞ্চৰ চিঠি পোৱা হলে ট্ৰে'জডি নঘটিলহেঁতেন। ৰোমিওই জুলিয়েটক মৃত বুলি ভাবিয়েই আত্মহত্যা কৰিলে কিন্তু অলপ পাছতে চকু মেলি জুলিয়েটে দেখিলে মৃত প্ৰেমিক ৰোমিওক। জুলিয়েটেও আত্মহত্যা কৰিলে। যদি অলপ আগতে জুলিয়েট জাগি উঠিলহেঁতেন তেনেহলে জুলিয়েট আৰু ৰোমিওৰ মাজত মিলন সংঘটিত হলহেঁতেন। ওথেলো নাটকত ডেচডেমোনাই যদি কমালখন পেলাই থৈ নাহিলহেঁতেন তাইৰ হয়তো মৃত্যু নহ'লহেঁতেন।

কিংলিয়াৰ নাটকত কৰ্ডিলিয়াই তাইৰ বায়েকৰ চক্ৰান্তত প্ৰাণ হেৰুৱালে। এডগাৰে তাইক সহায় কৰিবলৈ আগবাঢ়ি আহিল সঁচা কিন্তু অলপ আগতে অহাহেঁতেন সম্পূৰ্ণ নিৰপৰাধ কৰ্ডিলিয়া বাচি থাকিলহেঁতেন হেমলেট নাটকত খুৰাকে হেমলেটক ইংলণ্ডলৈ পঠিয়াইছিল যাতে তাতে তেওঁক হত্যা কৰা হয় কিন্তু জলদস্যুৱে তেওঁৰ জাহাজ আক্ৰমণ কৰা কাৰণেই তেওঁ মৃত্যুৰ পৰা ৰক্ষা পৰিল। এইবোৰত সুযোগ বা আকস্মিক ঘটনাই বিশেষ ভূমিকা গ্ৰ ণ কৰিছে। এইবোৰৰ যোগেদি তেওঁ ট্ৰেজেডিত এক ভয় কৰ ধ্ব সৰ সূচনা কৰে আৰু ইয়াৰ যোগেদি Pity আৰু terr r-ৰ সঞ্চাৰ কৰা হয়।

শেক্সপিয়াৰৰ নাটক ধৰ্মমুখী নহয়। ধৰ্মীয় আদৰ্শ আৰু চেতনাক তেওঁ কতো প্ৰকাশ কৰা নাই আৰু সেয়ে বোধহয় তেওঁ Poet Justi e-ৰ প্ৰতি বিশেষ সচেতন নহয়। জীৱনৰ সাৰ্থক ৰূপকাৰ হিচাপে তেওঁ ইয়াক বাস্তৱসম্মতভাৱেই ৰূপায়িত কৰিছে। বাস্তৱ জীৱনত দেখিবলৈ পোৱা যায় পুণ্যবানো জীৱনত লাঞ্ছিত হয় আৰু পাপীয়েও উন্নতিৰ উচ্চ শিখৰত আৰোহণ কৰে। হেমলেট এজন শান্ত আৰু নিৰপৰাধ যুৱক আছিল তথাপি তেওঁ মৃত্যুক আঁকোৱালি লব লগা হ ল। ওথেলোই ইয়াগোৰ চক্ৰান্তত সতী আৰু নিৰপৰাধী পত্নী ডেচডেমোনাক হত্যা কৰি নিজে আত্মহত্যা কৰে। তেনেদৰে বেস্কো ডানকান লেডী মেকডাফৰ মৃত্যুৰ কাৰণ হিচাপে কোনো পাপ বা অসততা বিচাৰি পোৱা নেযায়। কৰ্ডিলিয়া আৰু ও ফলিয়াৰ মৃত্যুত ভাব হয় জগতত ন্যায় বিচাৰ বুলিবলৈ যেন এ কাৰে নাই।

শেক্সপিয়াৰে পুণ্যবানে সদায় দুখ পোৱা দেখুৱাইছে যদিও দুৰ্বৃত্তই কিন্তু কাচিৎহে মৰাটো দেখুৱাইছে। মেকবেথ তৃতীয় ৰিচাৰ্ড ইয়াগো এডমণ্ড ৰজা ক্ল ডিয়াছ এই চৰিত্ৰবোৰে দুষ্কাৰ্য্য কৰি সাৰি যাব পৰা নাই। কেতিয়াবা অনুশোচনাৰ জ্বালাত কোনো চৰিত্ৰই অৱশেষত আত্মহত্যা কৰিব লগা হৈছে। মেকবেথ নাটকত লেডী মেকবেথে অনুশোচনাত দগ্ধ হৈ অৱশেষত আত্মহত্যা কৰিছে। সেয়ে তেওঁৰ নাটকত

Poetic justice-ৰ আদৰ্শ নেথাকিলেও নীতিৰ আদৰ্শক অস্বীকাৰ কৰা নাই। ব্ৰেডলীৰ মতে শেক্সপিয়াৰৰ ট্ৰেজেডীত জগতত সুন্দৰ আৰু কুৎসিৎ, শুভ আৰু অশুভ সৎ আৰু অসৎ উভয়ৰে সংগ্ৰাম চলিছে। শেষত শুভৰেই জয় ঘোষিত হৈছে। কিন্তু শুভৰ বিজয়ৰ পাছত আছে আত্মোৎসৰ্গ আৰু আত্মপীড়নৰ বেদনাময় ইতিহাস।

শেক্সপিয়াৰে তেওঁৰ ট্ৰেজেডিবোৰত অতি-প্ৰাকৃতৰ প্ৰয়োগ কৰিছে। ট্ৰেজেডিৰ ৰহস্যময় পৰিৱেশ ভূত প্ৰেত আৰু অতি প্ৰাকৃতৰ সমাবেশেৰে আৰু বেছি গভীৰ হৈ পৰিছে। অকল সেয়াই নহয় নাটকৰ পটভূমি তেতিয়া আৰু ক্ষুদ্ৰ জগতৰ মাজত সীমাবদ্ধহৈ নেথাকে। আকাশ পাতাল সকলো হৈ পৰে ট্ৰেজেডিৰ পটভূমি। হেমলেট মেকবেথ জুলিয়াছ ছীজাৰ তৃতীয় ৰিচাড আদি নাটকত তেওঁ সুন্দৰভাৱে অতিপ্ৰাকৃতৰ অৱতাৰণা কৰিছে। ৰহস্যময় অতিপ্ৰাকৃত পৰিৱেশ মেকবেথ নাটকত সকলোতকৈ বেছি ঘনীভূত হৈ পৰিছে। নাটকৰ আৰম্ভণিতে বজ্ৰপাত বিদ্যুতৰ চমকনি। এই ৰহস্যময় পৰিৱেশ ৰচনা কৰি তেওঁ নাটকখনক এক সাৰ্বজনীন ৰূপ দিছে। ইয়াত স্বৰ্গ মৰ্ত্য পাতাল নাটকৰ পটভূমি। এই কাৰণেই মেকবেথক বোলা হৈছে cosmic tragedy কাৰণ সমগ্ৰ বিশ্বই ইয়াত হৈ পৰিছে নাটকৰ পটভূমি। সাধাৰণ দৈনন্দিন জীৱনৰ সৈতে যেন ইয়াৰ স যোগ নাই। প্ৰকৃতিৰ এ ন ভয়াবহ পৰিৱেশতে ডাইনী তিনিজনীৰ লগত মেকবেথ আৰু বেঙ্কোৰ সাক্ষাৎ ঘটিছে। এফালৰ পৰা চাবলৈ গ লে ডাইনীবোৰ যেন মেকবেথৰে মনৰ প্ৰকাশ। ডাইহঁতে মেকবেথ আৰু বেঙ্কোৰ সন্মুখত তেওঁলোকৰ ভৱিষ্যৎ সম্পৰ্কে কয়। মেকবেথৰ মনত সেয়া সুপ্ত হৈ আছিল। ডাইনীৰ মুখৰ পৰা তেওঁৰ ভৱিষ্যৎ সম্পৰ্কে জানি তেওঁ চমকি উঠে। ৰজা হোৱাৰ ভৱিষ্যৎবাণীয়ে যেন তেওঁক হিতাহিত জ্ঞানশূন্য কৰি পেলালে। আনহাতে বেঙ্কোৰ মনত কোনো পাপবোধ নাছিল সেয়ে তেওঁ সেই ভৱিষ্যৎবাণীক সাধাৰণভাৱেই গ্ৰহণ কৰে।

হেমলেট নাটকতে হেমলেটক প্ৰেতাত্মাই প্ৰতিশোধ লবলৈ উত্তেজিত

কৰি তুলিছে। এই প্ৰেতাত্মা কেতিয়াবা বস্তুলীন আৰু কেতিয়াবা আত্মলীন হৈ নাটকত প্ৰৱেশ কৰিছে। হেমলেট ত মাৰ্চিলাছ আৰু বাৰ্ণাৰ্ডোই সেই প্ৰেতাত্মাক নিজ চকুৰে দেখা পাইছে। হোৰেচিওই ভূতপ্ৰেতক বিশ্বাস নকৰে কাৰণ তেওঁ দশ নব ছাত্ৰ। কিন্তু সেই হোৰেচিওকো প্ৰেতাত্মাই দেখা দিছে। হেমলেটৰ সৈতে প্ৰেতাত্মাই বহু সময় কথা পাতিছে। হেমলেটে মাকৰ কোঠাত সোমাই মাকৰ লগত কথা পাতি থাকোতে তাত প্ৰেতাত্মা প্ৰৱেশ কৰাত মাকে দেখা নাই কিন্তু হেমলেটে সেই প্ৰেতাত্মাৰ সৈতে কথা পাতিছে। এই সময়ত হেমলেটৰ মনত প্ৰেতাত্মা আত্মলীন হৈ থাকিব পাৰে।

তৃতীয় ৰিচাৰ্ড নাটকত সপোনৰ আবেশত ৰিচাৰ্ডে সেই সকলৰ প্ৰেতাত্মাক দেখিছিল যাক বিচাৰৰ প্ৰহসন কৰি বিনা অপৰাধে তেওঁ হত্যা কৰিছিল। ইয়াতো প্ৰেতাত্মাবোৰক অন্তৰ্লীন বুলি ক ব পাৰি। জুলিয়াছ চীজাৰৰ হত্যাৰ পাছত তেওঁৰ প্ৰেতাত্মা ব্ৰুটাচৰ সন্মুখত দেখা দিয়ে। ব্ৰুটাচৰ ভৃত্য লুচিয়াচে প্ৰভুক গান শুনাই শুনাই টোপনি গৈছে এনেতে চীজাৰৰ প্ৰেতাত্মাৰ আৱিৰ্ভাব ঘটিছে। তেওঁৰ লগত সেই প্ৰেতাত্মাই কথা পাতিছে। তেওক প্ৰেতাত্মাই কৈ গ ল ফিলিপাইৰ যুদ্ধত আকৌ দেখা হ ব। কিন্তু চীজাৰৰ প্ৰেতাত্মাক লুচিয়াচ বা আন চৰিত্ৰই দেখা নাই। নাটকৰ শেষ দৃশ্যত গম পোৱা যায় যে ব্ৰুটাচে দুবাৰ প্ৰেতাত্মাক দেখা পাইছিল। প্ৰেতাত্মাই বাৰে বাৰে আহি এই কথাই প্ৰমাণ কৰিছিল যে ব্ৰুটাচে চীজাৰৰ দেহক নাশ কৰিলেও তেওঁৰ আত্মাক নিশেষ কৰিব নোৱাৰে। ৰাজতন্ত্ৰৰ জয় সূচনা কৰিবলৈয়ে যেন চীজাৰৰ প্ৰেতাত্মাৰ আগমন ঘটিছিল।

শেক্সপিয়াৰৰ নাটকত অতি প্ৰাকৃতিকতা ভূত-প্ৰেত আদি থাকিলেও তেওঁৰ নাটকৰ মূল আকৰ্ষণ হ ল ধূলি মলিন মানৱাত্মাৰ গৌৰৱ ঘোষণা। মানুহেই তেওঁৰ নাটকৰ মূলসত্য। স্বৰ্গতকৈ ধূলি মলিন পৃথিৱী আমাৰ বাবে বেছি প্ৰিয়। নিষ্কলংক দেৱতাতকৈ দোষে-গুণে ভৰা মানুহেহে আমাৰ হৃদয় জয় কৰে। হেমলেটৰ What a piece of Work is

man কথাষাৰ শ্বেক্সপিয়াৰৰ জীৱন বেদ। তেওঁৰ নায়ক নায়িকাই জীৱন যুদ্ধত সংগ্ৰাম কৰি অৱশেষত মৃত্যুৰ ওচৰত নতি স্বীকাৰ কৰে। নায়ক নায়িকাৰ বিয়োগৰ বেদনাত আমি অভিভূত হৈ পৰোঁ৷ কিন্তু সেই বেদনা বোধৰ লগে লগে আত্মাৰ অমৰত্বৰ কথাও আমাৰ মনলৈ আহে। সেয়ে তেওঁৰ ট্ৰেজেডিৰ নিসীম অন্ধকাৰৰ মাজত মানৱাত্মাৰ জ্যোতির্ময় দীপশিখা জ্বলি উঠে। মানুহে সংগ্ৰাম কৰি শুভ কৰ্মপথেৰে আগুৱাই গৈছে। শ্বেক্সপিয়াৰৰ ট্ৰেজেডি মানৱাত্মাৰ প্ৰশস্তি। হেমলেট ওথেলো মেকবেথ কিং লিয়াৰ এই কাৰণেই শ্ৰেষ্ঠ ট্ৰেজেডি যে ইয়াত মানুহৰ সংগ্ৰাম সকলোতকৈ প্ৰবল আৰু এই সংগ্ৰামেই সেই চৰিত্ৰবোৰক নায়কৰ উচ্চ আসনত প্ৰতিষ্ঠিত কৰিছে।

শ্বেক্সপিয়াৰৰ ট্ৰেজেডিৰ গঠনো বৈশিষ্ট্যপূৰ্ণ। এই ট্ৰেজেডিবোৰ সাধাৰণতে এটা চুটি দৃশ্যেৰে আৰম্ভ হয়। চিত্তাকৰ্ষক এই দৃশ্যটোৰ যোগেদিয়ে দৰ্শকৰ মন মঞ্চৰ ফালে টানি নিয়া হয়। দৰ্শকৰ মন তাত নিবিষ্ট হলেই খুব কম কথাবতৰা আৰম্ভ হয় আৰু লগে লগে আৰম্ভ হয় কাৰ্য্যৰ। উদাহৰণস্বৰূপে ৰোমিও এণ্ড জুলিয়েট নাটক আৰম্ভ হৈছে ৰাস্তাত হোৱা এক খণ্ড যুদ্ধেৰে জুলিয়াচ চীজাৰ আৰু কেৰিওলেনাচ নাটক আৰম্ভ হৈছে উত্তেজিত জনতাৰ ভীৰ আৰু কোহাল সৃষ্টিৰ যোগেদি। কোহাল থমাৰ লগে লগে নাটকীয় কথোপকথন আৰম্ভ হৈছে। হেমলেট আৰু মেকবেথ নাটকৰ আৰম্ভণিও বিশেষ চমৎকাৰিত্বপূৰ্ণ। হেমলেট নাটকৰ এই দৃশ্যত প্ৰেতাত্মাৰ আৱিৰ্ভাৱ ঘটাই দৰ্শকৰ মন শিহৰিত কৰি তোলা হৈছে। তাৰ লগে লগে কথোপকথনৰ যোগেদি ফুটাই তোলা হৈছে এলচিনোৰত ঘটা ঘটনাৰ আভাস। প্ৰেতাত্মাৰ দ্বিতীয় আবিৰ্ভাৱৰ পাছত লাহে লাহে নাটকীয় চৰিত্ৰবোৰক তুলি ধৰি বাকী ঘটনাৰ আভাস দিয়া হৈছে। মেকবেথৰ আৰম্ভণি দৃশ্যমাত্ৰ এঘাৰ শাৰীৰ কিন্তু ইয়াৰ যোগে দিয়ে এক অতি-প্ৰাকৃত ভয়াংহতাৰে দৰ্শকৰ দেহ মন কঁপাই তোলা হৈছে। প্ৰখ্যাত নাট্য সমালোচক ব্ৰেডলীয়ে এই দৃশ্যৰ প্ৰসঙ্গত কৈছে This scene is only eleven lines long but

its influence is so great that the next can safely be occupied with a mere report of Macbeth s battles—a narrative which would have won much less attention if it had opened the play

নাটকীয় এই দৃশ্য এনেদৰে আৰম্ভ কৰাৰ পাছতে নাটকীয় চৰিত্ৰবোৰক তেওঁ নাটকৰ বিষয়ে ক'বলৈ দিয়ে বাবে দৰ্শকৰ নায়কৰ প্ৰতি এক আকৰ্ষণ জাগি উঠিব পাৰে। নায়কক কিছু সময়লৈ তেওঁ নাটকৰ পৰা অঁতৰাই ৰাখে আৰু ইয়াৰ দ্বাৰা দৰ্শকৰ মনত নায়কৰ প্ৰতি আৰু বেছি কৌতূহলৰ সূত্ৰপাত হয়। কেতিয়াবা আকৌ খুব কম কথা-বতৰাৰে নাটক আৰম্ভ হয় আৰু তেতিয়া নায়ক মঞ্চত সোমাই কোনো নিৰ্দেশিত কাৰ্য্য সম্পাদন কৰিবলৈ তৎপৰ হৈ উঠে। উদাহৰণস্বৰূপে কিং লিয়াৰ নাটকত কেণ্ট গ্লোষ্টাৰ আৰু এডমণ্ডে খুব নিম্ন গ্ৰামত গহত কথা পাতি আছে কিন্তু হঠাতে তেওঁলোকৰ কথাবতৰা বন্ধ হৈ প'ল ৰজা লিয়াৰৰ প্ৰৱেশৰ লগে লগে। ৰজাই তেওঁৰ পাৰিষদবৰ্গৰে প্ৰৱেশ কৰিয়েই তেওঁ ৰাজ্য ভগোৱাৰ বাবে তৎপৰ হৈ উঠে। কেতিয়াবা আকৌ কোনো কোনো নাটকত একো একোটা দ্বিতীয় প্লট থাকে আৰু তেনে ক্ষেত্ৰত তেওঁ দ্বিতীয় প্লটৰ সূচনা ভিন্ন ধৰণে আগবঢ়ায়। কিং লিয়াৰ নাটকৰ প্ৰধান প্লট ৰাজ্য ভাগ কৰা আৰু কেণ্ট আৰু কৰ্ডেলিয়াক ৰজাই প্ৰত্যাখ্যান কৰা দৃশ্যৰ পাছতে গ্লোষ্টাৰ আৰু তেওঁৰ পুত্ৰৰ আবিৰ্ভাবৰ যোগেদি দ্বিতীয় প্লটৰ সূচনা দাঙি ধৰা হৈছে। তেনেদৰে আকৌ হেমলেট নাটকত যদিও হেমলেটৰ কাহিনীয়ে মূল প্লট তথাপিতো ইয়াতো পলোনিয়াচ তেওঁৰ কন্যা আৰু পুত্ৰৰ ঘটনাই এক বিশেষ স্থান অধিকাৰ কৰি আছে। সেয়ে নাটকৰ তৃতীয় দৃশ্যত সম্পূৰ্ণভাৱে তেওঁলোকৰ কথাকেই তুলি ধৰা হৈছে।

ভূতবোৰো নাটকত যিহেতু [illegible] এক বিশেষ গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰি আছে [illegible] সেয়ে তেওঁৰ পাছত [illegible]

চৰিত্ৰবোৰে ভুমুকি মৰাৰ আগতেই। এনেদৰে তেওঁ নাটকৰ সূচনাতে মূল চৰিত্ৰ আৰু ঘটনাৰ পূৰ্বাভাস দাঙি ধৰে।

সংঘাত অবিহনে ট্ৰেজেডি হ'ব নোৱাৰে। গ্ৰীক ট্ৰেজেডিত চৰিত্ৰ আৰু ভাগ্যৰ সংগ্ৰাম চলে। শেক্সপিয়াৰে তেওঁৰ নাটকত পুৰুষাকাৰৰ জয় দেখুৱালেও ভাগ্যৰ সংঘাত এৰাই চলিব তেওঁ পৰা নাই। তেওঁৰ ট্ৰেজেডিত সাধাৰণতে চৰিত্ৰ আৰু ভাগ্যৰ সংঘাত চলে। শুভ আৰু অশুভৰ সংঘাতো শেক্সপিয়াৰৰ ট্ৰেজেডিত লক্ষ্যণীয়। শেষত শুভৰ জয়লাভ নহ'লেও তাৰ মাজেদিয়ে জীৱনৰ জয়গান ধ্বনিত হৈ উঠে।

নাটকৰ চৰিত্ৰবোৰ বাহ্যিক আৰু মানসিক দুই প্ৰকাৰৰ সংঘাতৰ সন্মুখীন হয়। নায়কৰ আত্মাত সংঘটিত হোৱা সংগ্ৰামে আৰু বাহ্যিক জগতত সৃষ্টি হোৱা সংঘৰ্ষৰ সৈতে একাত্ম হৈ ট্ৰেজেডিত এক গভীৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে। কেতিয়াবা এই সংঘাত হয় কোনো বিৰুদ্ধ ব্যক্তি বা সমষ্টিৰ লগত। কিন্তু ইয়াৰ বাহিৰেও অ J শক্তিৰ লগতো সংঘৰ্ষ হোৱা দেখিবলৈ পোৱা যায়। মেকবেথত ৰজা ডানকানৰ দুই পুত্ৰেক মেলকম আৰু ডোনালবেইন আৰু বেঙ্কো আৰু মেকডাফৰ লগত মেকবেথৰ সংঘাত হৈছে। কিং লিয়াৰত লিয়াৰ আৰু কৰ্ডেলিয়াৰ লগত ৰিগান গনেৰিল আৰু এডমণ্ডৰ লগত সংঘৰ্ষ হৈছে। ওথেলোত ওথেলো আৰু ইয়াগোৰ সংঘাত সংঘটিত হৈছে। জুলিয়াচ চীজাৰত ব্ৰুটাচ আৰু এণ্টনিওৰ সংঘাত। এণ্টনি আৰু ক্লিয়োপেট্ৰাত এণ্টনি আৰু অক্টেভিয়াচৰ স ঘাত। কেৰিওলেনাচত কেৰিওলেনাচ আৰু জনসাধাৰণৰ সংঘাত লক্ষ্যণীয়। ৰোমিও এণ্ড জুলিয়েটত আকৌ দুই পৰিয়ালৰ প্ৰবল সংঘাতত নায়ক নায়িকাৰ মৃত্যু ঘটিছে। এই বহিঃ সংঘাতৰ লগতে চৰিত্ৰই অন্ত সংঘাতেৰে জুৰুলা হৈছে। হেমলেটত হেমলেট মেকবেথত মেকবেথ কিং লিয়াৰত লিয়েৰ ওথেলোত ওথেলো আদি প্ৰত্যেকেই অন্ত সংঘাতৰ দ্বাৰা সমুজ্জল হৈ উঠিছে।

হত্যা ৰক্তপাত আদিৰ যোগেদি ট্ৰেজেডিবোৰত এক শোকাত্মক পৰিৱেশ ৰচনা কৰা শেক্সপিয়াৰৰ নাটকবোৰত দেখিবলৈ পোৱা যায়।

তেওঁৰ প্ৰায়বোৰ ট্ৰেজেডিত মৃত্যুৰ মহালীলা দেখিবলৈ পোৱা যায়। কিং লীয়াৰৰ শেষ দৃশ্যত পাচোটা মৃতদেহ ৰঙ্গমঞ্চত দেখিবলৈ পোৱা যায়। হেমলেট নাটকত পলোনিয়াচ 'ক্লডিয়াচ' হেমলেট লেয়াৰটিচ আদিৰ হত্যা ৰক্তপাতৰ দৃশ্য পৰিদৃশ্যমান। ওথেলো, এণ্টনি এণ্ড ক্লিয়োপেট্ৰা ৰোমিও এণ্ড জুলিয়েট নাটকৰ শেষত তিনিটাকৈ মৃতদেহ পৰি থাকে। মেকবেথতো মৃত্যুৰ এক তাণ্ডৱলীলা দেখিবলৈ পোৱা যায়।

শেক্সপিয়াৰৰ ট্ৰেজেডিবোৰ শোকাত্মক কাহিনীযুক্ত যদিও তাত ক্ষণিক আনন্দৰ ব্যৱস্থা আছে। এই ধৰণৰ নাটকত দুই এটা দৃশ্যত তেওঁ দৰ্শকক হঁহুৱাই নাটকৰ কৰুণভাব পৰা ক্ষন্তেক নিষ্কৃতি দিছে। কেতিয়াবা আকৌ হাঁহিৰ দৃশ্যই দুচকু চকু পানীৰে ভৰাই তুলিছে। উদাহৰণস্বৰূপে কিং লিয়াৰৰ হাস্যমধুৰ দৃশ্য এটাৰ কথা উল্লেখ কৰিব পাৰি। গ্লষ্টাৰ অন্ধ। যি সন্তানক তেওঁক এদিন খেদি দিছিল সিয়ে তেওঁক হাতত ধৰি লৈ আহিছে। গ্লষ্টাৰে ওখ পাহাৰৰ পৰা জপিয়াই আত্মহত্যা কৰিব খুজিছে। পুত্ৰ এডগাৰে তেওঁক এক সমতল ভূমিত ৰাখি উচ্চ পাহাৰত থকা বুলি বিশ্বাস জন্মাইছিল। গ্লষ্টাৰে জাপ মাৰিলে কিন্তু সমতল ভূমিত জাপ মৰা কাৰণে আহত নহ'ল। লগে লগে ঘটনাটো হৈ পৰিল বেদনাদায়ক।

আকৌ হেমলেট নাটকত কবৰ খন্দা দৃশ্যত দুইজন কবৰ খান্দোতাই কোৱা কথাবোৰে আমাৰ মনত বিশেষ কৌতুক সৃষ্টি কৰে কিন্তু যি মুহূৰ্তত গম পোৱা যায় যে সিহঁতে ওফেলিয়াৰ কাৰণে কবৰ খান্দিবলৈ ধৰিছে তেতিয়া স্বাভাৱিকতে দৰ্শকৰ মনত কৰুণ ৰসৰহে সঞ্চাৰ হয়।

শেক্সপিয়াৰৰ ট্ৰেজেডীবোৰত স্বগতোক্তিৰ বিশেষ প্ৰয়োগ দেখা যায়। স্বগতোক্তি হ'ল নিজৰ ওচৰত নিজে কথা কোৱা। মেথু আৰ্ণল্ডৰ ভাষাত The dialogue to the mind with itself সংবাদ পৰিবেশন কোনো কাহিনীৰ বৰ্ণনা, দৃশ্যৰ অৱতাৰণা, দৃশ্যৰ সমাপ্তিৰ সূচনা দৃশ্যাৱলীৰ সংযোগ সাধন অন্যান্য চৰিত্ৰৰ ওপৰত আলোকপাত আদি স্বগতোক্তিৰে সম্ভৱ কৰি তোলা হয়।

সাধাৰণতে স্বগতোক্তিৰ যোগেদি নাটকৰ মূল সুৰটোক প্ৰকাশিত কৰি তোলা হয়। লগতে চৰিত্ৰবোৰক বুজিবলৈ ই বিশেষভাৱে সহায় কৰে। উদাহৰণস্বৰূপে হেমলেট এটা দুৰ্বোধ্য চৰিত্ৰ। স্বগতোক্তিৰ যোগেদি এই চৰিত্ৰটোৱে ক্ষণিকৰ ছদ্মবেশ খুলি থৈ নিজৰ অন্তৰৰ কথা প্ৰকাশ কৰিছে। বেদনা ক্ৰোধ আত্মধিকাৰ জীৱনৰ প্ৰতি বীতস্পৃহতা আদি তেওঁৰ এই স্বগতোক্তিবোৰে প্ৰকাশ কৰিছে। ওথেলো নাটকত ইয়াগোৰ স্বগতোক্তিৰ মাজেদি তাৰ চৰিত্ৰৰ শঠতাৰ স্বৰূপ ফুটি ওলাইছে। তাৰ পৰাই গম পোৱা যায় তাৰ পৈশাচিক পৰিকল্পনাৰ কথা। মেকবেথ নাটত্ত লেডী মেকবেথৰ উচ্চাভিলাষৰ কথা তেওঁৰ স্বগতোক্তিত প্ৰকাশি উঠিছে। মেকবেথৰ স্বগতোক্তিত ডানকানক হত্যা কৰাৰ আগেয়ে তেওঁৰ মনত দেখা দিয়া গভীৰ সংশয়ৰ কথা ব্যক্ত হৈছে আৰু লগে লগে চৰিত্ৰ টোৱে দৰ্শকৰ সহানুভূতিৰ পাত্ৰ হৈছে। তেওঁ যে পাষাণ হৃদয়ৰ হত্যাকাৰী নহয় তাৰ আভাস তেওঁৰ স্বগতোক্তিৰ যোগেদিয়ে আমি বুজি পাওঁ।

এইবোৰ বৈশিষ্ট্যই তেওঁৰ ট্ৰেজেডিসমূহক অনন্য কৰি তুলিছে। তেওঁৰ প্ৰায়বোৰ ট্ৰেজেডিতে পোৱা যায় ড্ৰামেটিক আয়ৰণিৰ প্ৰয়োগ। এৰিষ্টোটলে তেওঁৰ Poetics ত ট্ৰেজেডিত Tragic irony ৰ কথা উল্লেখ কৰিছে। কোনো এটা চৰিত্ৰই ভাবিলে এটা কথা কিন্তু ঘটিল তাৰ বিপৰীত। ইয়াৰ যোগেদি তেওঁ দেখুৱাইছে যে পুৰুষকাৰেই সকলো সময়ত জয়ী নহয় দৈবও প্ৰবল হৈ মানুহৰ জীৱনত বিশেষ প্ৰভাৱ পেলায়।

নাট্যকাৰ হিচাপে শেকচপিয়াৰৰ প্ৰতিভাৰ তুলনা নাই যদিও তেওঁৰ কিছুমান দোষ-ত্ৰুটি ব্ৰেডলীৰ দৰে সমালোচকে লক্ষ্য কৰিছে। তেওঁৰ মতে শেকচপিয়াৰে কিছুমান নাটকত কেইবাটাও সৰু সৰু দৃশ্য একেলগে প্ৰথিত কৰি পেলায় আৰু এইবোৰত নাটকীয় চৰিত্ৰবোৰ সঘনে পৰিবৰ্তিত হৈ থাকে। দ্বিতীয়তে চৰিত্ৰ আৰু ঘটনাৰ মাজত সম্পৰ্ক [illegible] তেওঁ কেতিয়াবা উপস্থাপন কৰে। ব্ৰেডলীৰ মতে তেওঁৰ ট্ৰেজেডিত

স্বগতভাষণবোৰত চৰিত্ৰবোৰ প্ৰত্যক্ষভাৱে দৰ্শকৰ লগত কথা পাতে আৰু এইবোৰত কাহিনী বা চৰিত্ৰৰ সংবাদ দিব খোজা উদ্দেশ্যও প্ৰকট হৈ উঠে। ইয়াৰোপৰি সেইবোৰত বিসঙ্গতি আৰু বিৰোধো চকুত লগা ধৰণে স্পষ্ট। তাৰোপৰি তেওঁৰ নাটকৰ প্ৰায়বোৰ গৌণ চৰিত্ৰই একে ধৰণেৰে কথা পাতে। এই ধৰণৰ সৰু সুৰা দুই-একোটা ত্ৰুটি থাকিলেও ট্ৰেজেডিবোৰে শেক্সপিয়াৰৰ নাট্য প্ৰতিভাৰ স্বাক্ষৰ বহন কৰিছে।

কমেডি ৰচনাতো শেক্সপিয়াৰৰ প্ৰতিভা অপৰিসীম। গ্ৰীক নাট্যকাৰ এৰিষ্টোফেনিচ নাইবা লেটিন নাট্যকাৰ প্লটাচ আৰু টেৰেন্সৰ কমেডি ৰচনাৰ মূল উদ্দেশ্য আছিল হাঁহি আৰু ব্যঙ্গৰ মাজেদি সংস্কাৰ সাধন কৰা। এৰিষ্টোটলে কৈছিল ট্ৰেজেডিত যেনেকৈ আবেগৰ মোক্ষণ (Calharasis) হয় কমেডিতো কেথোৰিচিচ হয়। ট্ৰেজেডিত ভীতি আৰু কাৰুণ্যৰ যোগেদি অতিৰিক্ত আবেগবোৰ নিষ্কাষিত হয় আৰু মন পবিত্ৰ আৰু শান্ত হৈ পৰে। কমেডিত হাঁহিৰ যোগেদি মন পবিত্ৰ হয়। প্লটাচ আৰু টেৰেন্সে চৰিত্ৰৰ দোষ-ত্ৰুটিৰ ফালে আঙুলিয়াই দি পাঠক আৰু দৰ্শকৰ মনত হাঁহিৰ খোৰাক যোগাইছিল। কিন্তু সমাজ সংস্কাৰ আছিল তেওঁলোকৰ উদ্দেশ্য।

শেক্সপিয়াৰে তেওঁৰ কমেডিবোৰত সমাজ সংস্কাৰৰ আদৰ্শকেই মুখ্যভাৱে গ্ৰহণ কৰা নাই দৰ্শকক আনন্দ দিয়াই আছিল তেওঁৰ মুখ্য উদ্দেশ্য। তথাপিও তেওঁৰ নাটকত ক্লাছিকেল কমেডিৰ কিছু লক্ষণ পৰিস্ফুট হৈ উঠেছে। ছদ্মবেশ ধাৰণ যমজ সন্তান ভ্ৰম আদি সন্নিবিষ্ট কাহিনী প্লটাচ আৰু টেৰেন্সৰ পৰাই তেওঁ গ্ৰহণ কৰিছে। তেওঁৰ প্ৰথম পৰ্য্যায়ৰ কমেডিবোৰত এনে প্ৰভাৱ যথেষ্ট বেছি। তেওঁৰ দ্বিতীয় পৰ্য্যায়ৰ কমেডিবোৰ ৰোমান্টিকধৰ্মী। এইবোৰত ৰোমান্স আৰু প্ৰেমৰ অপূৰ্ব সমাহাৰ প্লটাচ আৰু টেৰেন্স নাইবা এৰিষ্টোফেনিচৰ নাটকত প্ৰেমৰ ধাৰণাক স্থূল ব্যঙ্গৰ যোগেদিহে প্ৰকাশ কৰা হৈছে। কিন্তু ৰোমান্টিক কমেডিবোৰৰ মূল বিষয় হ'ল প্ৰেম আৰু ভালপোৱা।

কমেডিবোৰত নায়কতকৈ নায়িকাবোৰ বেছি উজ্জ্বল। ট্ৰেজেডিবোৰত

প্ৰায়ে নায়িকাবোৰ নিস্তেজ কিন্তু কমেডিত তেওঁলোক প্ৰাণোচ্ছল আৰু জীৱনমুখী। তেওঁলোকৰ মাজত আবেগৰ আধিক্য থাকিলেও আবেগৰ প্ৰাবল্যত তেওঁলোক কেতিয়াও অন্ধ হৈ নপৰে। আবেগক সংযত কৰে বুদ্ধিৱে। হৃদয় আৰু মস্তিষ্কৰ এক অপূৰ্ব সমন্বয় দেখা যায় তেও লোকৰ মাজত। তাৰ লগতে যুক্ত হয় তেওঁলোকৰ কৰ্মপ্ৰৱণতা।

এই নায়িকাসকলে প্ৰেমৰ কাৰণে সৰ্বস্ব ত্যাগ কৰিবলৈ প্ৰস্তুত। কিন্তু প্ৰেমত ডুবি থাকিলেও বুদ্ধি আৰু ক্ৰিয়াশীলতাৰ ফালৰ পৰা তেওঁলোক নায়কতকৈ বেছি উন্নত। নানা বিপদ-বিঘিনি অতিক্ৰম কৰি তেওঁলোকে প্ৰেমিকৰ লগত মিলিত হয়।

অৱশ্যে ডাৰ্ক কমেডিবোৰৰ নায়িকাসকল ৰোমাণ্টিক কমেডিৰ নায়িকাৰ পৰা কিছু পৃথক। তাত প্ৰেম আৰু জীৱন স্ফূৰ্তি একেবাৰে অনুপস্থিত। তিক্ততা আৰু নৈৰাশ্যৰ সুৰ সকলোতে বিৰাজমান। ৰেনেচাৰ জীৱনমুখী মনোভাব ডাৰ্ক কমেডিবোৰৰ পৰা অন্তৰ্হিত। ইয়াত নৰ-নাৰী প্ৰেমৰ দ্বাৰা যুক্ত নহয় কামৰ দ্বাৰাহে যুক্ত। জীৱন যেন ইয়াত ক্লেদাক্ত। এইবোৰত নায়ক-নায়িকা কাৰো প্ৰতি পাঠক বা দৰ্শকে সহানুভূতি পোষণ নকৰে। অথচ ৰোমাণ্টিক কমেডিৰ নায়িকাৰ সৈতে আমি একাত্ম হৈ পৰো।।

এলিজাবেথৰ যুগত ট্ৰেজেডিতকৈ অধিক ৰচিত হৈছে কমেডি কিন্তু কমেডিত দাৰ্শনিক তত্ত্বৰ বিশেষ স্থান নাই কাৰণেই বোধহয় সমালোচক সকলে ইযাক বিশেষ গুৰুত্ব দিয়া নাছিল কিন্তু শ্বেক্সপিয়াৰৰ কমেডিৰ ক্ষেত্ৰত এই কথা সত্য নহয়। কাৰণ শ্বেকচপিয়াৰে কমেডিতো জীৱন আদৰ্শ ৰূপায়িত কৰিছে। কিন্তু সেই বুলি সেইবোৰ আবেগবৰ্জিত নহয়। তাৰ অভিনয় চাই দৰ্শক সহানুভূতিপ্ৰৱণ হৈ পৰে। কমিক চৰিত্ৰবোৰৰ সৈতে আমি একাত্ম হৈ পৰোঁ। যেতিয়া কোনো এটা চৰিত্ৰক দেখি আমি হাঁহো লগে লগে তেওঁৰ প্ৰতি আমি সহানুভূতিশীল হৈ পৰো।।

শ্বেক্সপিয়াৰৰ কমেডিৰ কেইবাটাও হাস্যৰসিক চৰিত্ৰই যুগে যুগে পাঠক আৰু দৰ্শকক আনন্দ দিয়াৰ লগে লগে জীৱন সত্যকো প্ৰকাশ

কৰিছে। এনে এটা হাস্যমধুৰ চৰিত্র হ'ল টাচষ্টোন তেওঁ। ৰাজসভাৰ বহুৰা। তেওঁ অকল হাঁহিৰে মানুহক আপ্লুত নকৰে ভাবিবলৈও বাধ্য কৰায়। অন্যৰ ভুল ক্রটি ধৰি সেইবোৰৰ ওপৰত মন্তব্য কৰাই তেওঁৰ কাম। কোনো কোনো ঠাইত শ্বেক্সপিয়াৰ নিজৰ মতামতো সেই চৰিত্ৰৰ মুখেদিয়ে প্রকাশ কৰিছে।

চতুৰ্থ হেনৰি নাটকত এক অবিস্মৰণীয় চৰিত্র হ'ল ফলষ্টাফ। এই চৰিত্র প্ৰাণৰসেৰে উচ্ছল। সেই চৰিত্ৰটো পুনৰ নাটকত চাবলৈ বিচাৰিলে মহাৰাণী এলিজাবেথে। সেয়ে দি মেৰী ওয়াইভচ অব উইন্দচোৰ নাটকত পুনৰ প্ৰৱেশ ঘটোৱা হল সেই চৰিত্ৰৰ। কিন্তু নাটকত তেও আগৰ প্ৰাণোচ্ছলতাৰে প্ৰবেশ কৰিব নোৱাৰিলে। তথাপিও কিন্তু ই অতীতৰ গৌৰব কিছু পৰিমাণে তেওঁৰ এই নাটকতো ৰক্ষা কৰিলে।

শ্বেক্সপিয়াৰে সৃষ্টি কৰা এনে এটা আন চৰিত্র হ ল ফেষ্টি। তেওঁ জীৱনৰ ৰসতীৰ্থৰ পথিক। কাব্য সঙ্গীত আৰু কৌতুক তেওঁ ভাল পায়। মাৰ্জিত ভাষা আৰু শালীনতাশীল ৰুচিবোধৰ অধিকাৰী। আনহাতে কিন্তু ব্যঙ্গ বিদ্রূপত পাৰদৰ্শী বাগবৈদগ্ধতকৈ ৰসিকতা বোধহে তেওঁৰ ব্যঙ্গৰ মাজত প্রচ্ছন্ন।

ট্রেজেডী আৰু কমেডিৰ সমাহাৰেৰেও তেওঁ কেইখনমান নাটক ৰচনা কৰিছে আৰু এইবোৰক বোলা হৈছে ট্রেজি কমেডি বা ড্রামাটিক ৰোমাঞ্চ। দি উইন্টাৰচ টেল চিম্বেলাইন দি টেম্পেষ্ট আদি এই লেখিয়া নাটক। এই নাটকবোৰত শ্বেক্সপিয়াৰৰ আধ্যাত্মিক জীৱনবীক্ষ বেচি পৰিণত হোৱা বুলি সমালোচকসকলে মন্তব্য কৰে। সেয়ে উইলচন নাইটে এই শ্রেণীৰ নাটকবোৰক কৈছে Crown of life বুলি। জীৱনৰ বহুতো অশান্তি বিক্ষোভ আৰু উত্তেজনাৰ পাছত শ্বেক্সপিয়াৰে যেন এই নাটকবোৰত প্ৰশান্তিৰ গান গাইছে।

ঐতিহাসিক নাট্যকাৰ হিচাপেও শ্বেক্সপিয়াৰে ইংৰাজী সাহিত্যত বিশিষ্ট স্থান অধিকাৰ কৰিছে। এলিজাবেথৰ যুগ গৌৰৱৰ যুগ কাৰণ এই সময়তে দুঃসাহসিক অভিযাত্রীসকলে নানা দেশ অধিকাৰ কৰি নত্ন

দিগন্তৰ সন্ধান পাইছে। দেশ জয়ৰ মত্ততা আৰু যৌৱনবোধৰ কাৰণে ঐতিহাসিক নাটকসমূহৰ প্ৰতি দৰ্শকসকল বিশেষ উৎসাহিত হৈ পৰিল।

শ্বেক্সপিয়াৰৰ আগৰ নাট্যকাৰসকলে ঐতিহাসিক নাটকবোৰত ঘটনাবোৰ মাত্ৰ সজাই থৈছিল। চৰিত্ৰবোৰো আছিল প্ৰাণহীন বিবৰ্ণ। তেওঁৰ পূৰ্বৰ মাৰ্লো এজন প্ৰতিভাশালী ঐতিহাসিক নাট্যকাৰ আছিল। তেওঁৰ হাতত ঐতিহাসিক নাটকে শিল্পৰূপ পৰিগ্ৰহ কৰে। শ্বেক্সপিয়াৰে মাৰ্লোক তেওঁৰ ঐতিহাসিক নাটক ৰচনাৰ গুৰু হিচাপে গ্ৰহণ কৰিছিল। শ্বেক্সপিয়াৰৰ 'ৰিচাৰ্ড দি ছেকেণ্ড আৰু 'দি ৰিচাৰ্ড থাড দুয়োখন নাটকতে মাৰ্লোৰ প্ৰভাৱ সুস্পষ্ট। মাৰ্লোৰ নাটকত মেকিয়াভেলিৰ প্ৰভাৱ লক্ষণীয়। মেকিয়াভেলিৰ অহংবোধ তেওঁৰ প্ৰত্যেক নাটকতে প্ৰকাশিত হৈছে। ৰিচাড দি থাড নাটকতো মেকিয়াভেলিৰ প্ৰভাৱ দেখা যায়। অৱশ্যে শ্বেক্সপিয়াৰে কোনো কোনো নাটকত মাৰ্লোতকৈ বেছি কৃতিত্ব প্ৰদৰ্শন কৰিছে।

শ্বেক্সপিয়াৰে ঐতিহাসিক নাটকবোৰৰ ভিতৰত দহখন ৰচনা কৰিছে ইংলণ্ডৰ ইতিহাসৰ পটভূমিত। ৰোমৰ ইতিহাসৰ পটভূমিত ৰচিত হৈছে তিনিখন নাটক। ইয়াৰ উপৰি শ্বেক্সপিয়াৰৰ প্ৰায়বোৰ নাটক ইতিহাসৰ ঘটনাৰ আলমতে ৰচিত হৈছে বুলি সেইবোৰকো ঐতিহাসিক নাটক বুলিয়ে ক'ব পাৰি।

ঐতিহাসিক নাটকাৱাৰৰ ভিতৰত তেওঁ সৰ্বপ্ৰথমে ৰচনা কৰে হেনৰি দি চিক্সথ। ই তিনিখণ্ডত সমাপ্ত। ইয়াৰ প্ৰথম খণ্ডৰ বিষয়বস্তু হ'ল ট্যালবটৰ শৌৰ্য বীৰ্য্যৰ ইতিহাস আৰু তেওঁৰ শোচনীয় মৃত্যু আৰু বীৰঙ্গনা জোৱান অৱ আৰ্কৰ কীৰ্ত্তি-কলাপ। তিনিখণ্ডৰ উপজীব্য বিষয় হ'ল ৰোজৰ যুদ্ধ। যুদ্ধৰ পটভূমিত ৰচিত হ'লেও নাট্যকাৰৰ প্ৰতিভাৰ বলত ই এখন সুন্দৰ নাটকলৈ ৰূপান্তৰিত হৈছে। তৃতীয় খণ্ডত হেনৰিৰ ৰাজত্বকালৰ ষোল বছৰৰ কাহিনী বিবৃত হৈছে। ৰজা হেনৰিৰ চৰিত্ৰ এই খণ্ডত বেচ সমুজ্জ্বল হৈ উঠিছে। প্ৰথম খণ্ডত জোৱান অৱ আৰ্কৰ চৰিত্ৰাংকনত তেওঁ কিছু পৰিমাণে ইংৰাজ-প্ৰীতি দেখুৱাইছে আৰু সেয়ে

স্বদেশপ্ৰেম প্ৰকাশ কৰিবলৈ গৈ জোৱান অব আর্ক চৰিত্ৰত কালিমা সানিছে।

'ৰিচাড দি থাড নাটকত তেওঁৰ প্ৰতিভাৰ পৰিচয় ফুটি ওলাইছে যদিও ৰিচাড দি ছেকেণ্ড নাটকৰ পৰাহে তেওঁৰ ঐতিহাসিক নাটকে নতুন পথ অৱলম্বন কৰে। ইয়াত তেওঁৰ নাট্যশিল্পৰ স্নুন্দৰ প্ৰকাশ ঘটিছে। এই নাটকত কবিতাৰ নিঝৰণী প্ৰবাহিত হৈছে। ৰিচাডৰ চৰিত্ৰাঙ্কনত শ্বেক্সপিয়াৰৰ মনস্তাত্বিক জ্ঞানৰ পৰিচয় ফুটি ওলাইছে। ৰিচাড দুৰ্বল হলেও পাঠকৰ মনত তেও সহানুভূতিৰ সঞ্চাৰ কৰিব পাৰে।

হেনৰি দি ফোৰ্থ নাটকখন বিশেষ গুৰুত্বপূর্ণ ফলষ্টাফ চৰিত্ৰৰ বাবে। স্থূলকায় ফলষ্টাফে যুগে যুগে মানুহক হুহুৱাইছে। তেওঁ জীৱন ৰসিক। এই নাটক আৰম্ভ হৈছে চতুৰ্থ হেনৰিৰ ৰাজ্য লাভৰ পৰা। তেওঁ ৰজা তৃতীয় ৰিচাডক হত্যা কৰি সিংহাসন লাভ কৰে। সেয়ে তেওঁৰ মনত বিবেকৰ দংশন। ৰাজ্যৰ চাৰিওফালে বিদ্ৰোহৰ গূঢ় সংকেত। ৰজাৰ মনত শান্তি নোহোৱাৰ আন এক কাৰণ হ'ল যুৱৰাজ হাল ৰাজকাৰ্য্য সম্পৰ্কে উদাসীন। তেওঁ আভিজাত্যৰ গৌৰৱ ধূলিত মিহলাই দি অবাঞ্ছিত সকলৰ লগত সঙ্গসুখ উপভোগ কৰিছে। ফলষ্টাফ তেওঁৰ উপভোগৰ লগৰীয়া। অৱশ্যে ফলষ্টাফৰ লগত থাকিলেও তেওঁৰ মাজত ৰাজোচিত সকলো গুণেই বৰ্তমান আছিল।

হেনৰি দি ফোৰ্থৰ দ্বিতীয় খণ্ডৰ কাহিনী এঘাৰ বছৰ সময়ৰ। ফলষ্টাফ ইয়াত ৰজাৰ অন্যতম সেনাধ্যক্ষ। তেওঁৰ জীৱনৰস দ্বিতীয় খণ্ডত যথেষ্ট স্তিমিত। এই চৰিত্ৰ অবিস্মৰণীয়। শ্বেক্সপিয়াৰে তেওঁৰ অসামান্য প্ৰতিভাৰ সাহৰ্য্যত প্ৰাণৰ উচ্ছাসেৰে এই চৰিত্ৰক মহীয়ান কৰি তোলে। সমালোচক হেজালিটে ফলষ্টাফৰ বিষয়ে কৈছে The most esential comic character that ever was invented মেইজফিল্ডৰ মতে the most notable figure in English Comedy আৰো বেইজহটৰ মতে There is more wit in a

single joke of fulstuff than in all the jokes which men treasure though a lifetime

হেনৰি দি ফিফথ নাটকত শেক্সপিয়াৰৰ কল্পনা উচ্চসুৰত বন্ধা। ইয়াত আদৰ্শ ৰজা পঞ্চম হেনৰি কৰ্মবীৰ। দেশপ্ৰেমৰ উদাত্ত আহ্বান ফুটি ওলাইছে অলংকাৰবহুল কাব্যত। কিং জন নাটক শিল্পাকৃতি হিচাপে সাৰ্থক নহয়। জন ৰজা হিচাপে ব্যৰ্থ। জনৰ চৰিত্ৰত আছে নিষ্ঠুৰতা ভীৰুতা আৰু বিশ্বাসঘাতকতা। ফ্ৰান্সৰ ৰজা কাৰ্ডিনালেও আমাৰ শ্ৰদ্ধা আকৰ্ষণ নকৰে। হিউবাৰ্ট চৰিত্ৰ অংকনত তেওঁ বিশেষ কৃতিত্ব দেখুৱাইছে। হেন ৰ দি এইটথ নাটকখনত তেওঁৰ লগত সহ যোগিতা কৰিছে ফ্লেচাৰে। দুইজনৰ হাতৰ স্বকীয়া চাপ ইয়াত লক্ষণীয়।

ঐতিহাসিক নাটকসমূহত শেক্সপিয়াৰে নিজকে নাটকবোৰৰ পৰা বিচ্ছিন্ন কৰিব পৰা নাই। এইবোৰত তেওঁৰ ৰাজনৈতিক বিশ্বাস পৰিস্ফুট হৈ উঠিছে। শেক্সপিয়াৰে ৰজাৰ সাৰ্বভৌম ক্ষমতাত বিশ্বাস কৰিছিল। শেক্সপিয়াৰে ৰজাৰ প্ৰতি আনুগত্যৰ ওপৰত বিশেষ জোৰ দিছে। তেওঁ আছিল ৰাজতন্ত্ৰত বিশ্বাসী। পুৰোহিত সকলৰ প্ৰাধান্যত তেওঁ শংকিত হৈ পৰিছিল। অভিজাত শ্ৰেণীৰ ৰাজদ্ৰোহত তেওঁ বেদ নাহত হৈ পৰিছিল। সেয়ে তেওঁ ৰজাৰ সপেক্ষে লেখনি তুলি লৈছিল। তেওঁৰ মতে পঞ্চম হেনৰি আছিল আদৰ্শ ৰজা।

শেক্সপিয়াৰৰ যুগত ইতিহাসৰ মূল্য আছিল অপৰিসীম। নীতি আৰু ৰাজনীতি প্ৰচাৰৰ বাহন হ'ল ইতিহাস। মধ্যযুগত মানুহে নিজৰ কৰ্মশক্তিৰ ওপৰত আস্থা হেৰুৱাই পেলাইছিল কিন্তু ৰেনেচাৰ সময়ত মানুহে প্ৰাচীন গ্ৰীক আৰু ৰোমৰ ইতিহাস শ্ৰদ্ধাৰে পঢিবলৈ ধৰিলে। ইতিহাসৰ যোগেদি মানুহে গম পালে মানুহৰ অদম্য কৰ্মশক্তিৰ কাহিনী। ৰেনেচাৰ ঐতিহাসিক সকলে ইতিহাস ৰচনা কৰিলে ৰজাসকলৰ হিতাৰ্থে, তেওঁলোকৰ শুভকৰ্মক উদ্বুদ্ধ কৰিবলৈ আৰু প্ৰয়োজন হ'লে তেওঁলোকক সতৰ্ক কৰি দিবলৈ। ইতিহাসৰ লগত ৰাজনীতি ওতঃপ্ৰোতভাৱে জড়িত হৈ আছিল।

শেক্সপিয়াৰে তেওঁৰ ঐতিহাসিক নাটকৰ যোগেদি এক ৰাজনৈতিক আদর্শ প্রকাশ কৰিছে। তেওঁ ঐতিহাসিক নাটকবোৰত প্ৰতিপন্ন কৰিব খুজিছে শাসকসকল হব লাগিব দেশপ্রেমিক। দেশৰ গৌৰৱত তেওঁ গৌৰৱান্বিত হোৱা আৰু দহৰ কল্যাণৰ কাৰণে নিজকে উৎসর্গিত কৰাই তেওঁৰ ধর্ম। ইয়াৰ লগতে থাকিব লাগিব তেওঁৰ মনুষ্যত্ব।

শেক্সপিয়াৰৰ ইতিহাস জ্ঞান কম নাছিল। হলিনচেদ আৰু হাল ৰচিত ইতিহাস তেওঁৰ অৱশ্য পাঠ্য আছিল। ৰবাট ফ্যাবিয়ান, গ্ৰাফটন আৰু ষ্টো ৰচিত ইতিহাসো তেওঁ পুঙ্খানুপুঙ্খভাৱে পঢ়িছিল। টমাচ মোৰৰ লাইফ অব ৰিচাড থার্ড ৰ লগত তেওঁৰ পৰিচয় নিবিড় আছিল। ওৱার্ণাৰৰ এলবিয়নচ ইংলণ্ড আৰু চিভিল অৱৰ্চ নামৰ ইতিহাসাশ্রয়ী কাব্য দুখনো তেওঁ অধ্যয়ন কৰিছিল।

বানাড শ্বই কৈছিল যে শেক্সপিয়াৰৰ নাটকত ইতিহাসৰ সত্যতা ৰক্ষিত হোৱা নাই। কথাটো কিছু পৰিমাণে সত্য। কাৰণ মূলত তেওঁ শিল্পী ঐতিহাসিক নহয়। দ্বিতীয়তে ইতিহাসৰ বহুতো কথা অনাৱশ্যক বোধ কৰি তেওঁ বাদ দিছে। কেইটামান তাৎপর্য্যপূর্ণ নাটকীয় মুহূৰ্ত্ত তেওঁ গ্রহণ কৰি নতুনকৈ তাক সজাই পৰাই তুলিছে। তথাপিও তাৰ মাজত ইতিহাস চেতনা আৰু শিল্প সৌন্দর্য্যৰ অনুপম বিস্তাৰ ঘটিছে।

শেক্সপিয়াৰৰ নাট্যকলাৰ উৎকর্ষতা বিচাৰ কৰিবলৈ গলে তেওঁৰ নাটকীয় বৈশিষ্ট্য চকুত পৰে। সংলাপ গীত শব্দ প্রতীক উপমা আদি প্রয়োগৰ ক্ষেত্রত শেক্সপিয়াৰে তেওঁৰ কলাৰ পূর্ণতম বিকাশ দেখুৱাইছে।

শেকচপিয়াৰৰ আগতে মার্লোই অমিত্রাক্ষৰ ছন্দ নাটকত প্রয়োগ কৰে। ই সাধাৰণ কথা-বতৰাৰ পৰা উদ্ধত আছিল। সংলাপক এক গাম্ভীর্য্য আৰু মহত্ব দান কৰাৰ অর্থেই ইয়াক ব্যৱহাৰ কৰা হৈছিল। তেওঁৰ লক্ষ্য আছিল high astounding terms-ত লিখা। শেক্সপিয়াৰো এই আদৰ্শৰ দ্বাৰা প্রভাৱিত হয়। তেওঁৰ বুৰঞ্জীমূলক ট্রেজেডীবোৰৰ ভাষা প্ৰগলভ সেয়ে চৰিত্ৰবোৰৰ মুখৰ ভাষা চৰিত্ৰানুগ নহয় সেয়ে G B

Harrison-এ কৈছে "In tragedy and specially historical tragedy Shakespeare was often bomb stic and speeches were more heroic than suited to the occasion" বিশেষকৈ তেওঁৰ আগবয়সৰ ট্ৰেজেডীৰ নাটকীয় সংলাপত এনে অসামঞ্জস্য বিশেষ লক্ষণীয়। উদাহৰণস্বৰূপে ৰোমিও এণ্ড জুলিয়েট নাটকত লেডী কাপুলেটে জুলিয়েটৰ প্ৰণয়প্ৰাৰ্থী পেৰিছক এখন গ্ৰন্থৰ লগত তুলনা কৰা কথা সামঞ্জস্যহীন—

Read o er the volume f Young Paris, face
And find delight, writ there with beauty s pen
examine every married lineament
And see how one anothe lends Content

পৰৱৰ্তী নাটকবোৰত ভাষাৰ ক্ষেত্ৰত তেওঁ সম্পূৰ্ণ পৰিপক্কতাৰ পিনে আগবাঢ়ে। চৰিত্ৰবোৰৰ মানসিক জগতৰ খবৰো সেই নাটকীয় সংলাপবোৰত সুন্দৰভাৱে প্ৰকাশি উঠে। উদাহৰণস্বৰূপে দি মাৰ্চেন্ট অব ভেনিচ নাটকৰ চাইলকৰ উক্তিটি আঙুলিয়াব পাৰি। হেনৰি ফোৰ্থ নাটকৰ (প্ৰথম খণ্ড) পৰাই তেওঁৰ নাটকীয় ভাষাই পৰিপূৰ্ণতা লাভ কৰে। এই নাটক চৰিত্ৰবহুল কিন্তু সেই চৰিত্ৰবোৰ অনুযায়ী নাটকীয় সংলাপ তেওঁ প্ৰয়োগ কৰিছে। হেমলেট নাটকতো চৰিত্ৰবোৰে তাৰ বৈশিষ্ট্য অনুযায়ী কথা পাতিছে। এই নাটকৰ স্বগতোক্তিবোৰে নাট্যকাৰৰ অনুপম প্ৰকাশভঙ্গীৰ স্বাক্ষৰ বহন কৰিছে। বিশেষকৈ হেমলেটৰ স্বগতোক্তিবোৰে তেওঁৰ মানসিক পৰিবৰ্তন তেওঁৰ বিবুধি অৱস্থা আৰু তেওঁৰ সিদ্ধান্তও তাৰ মাজত প্ৰকাশি উঠিছে। হেমলেটৰ অৱচেতন মনৰ খবৰো সেইবোৰে দৰ্শকৰ আগত দাঙি ধৰিছে। ওথেলো নাটকতো গীত মাত অমিত্ৰাক্ষৰ ছন্দ আৰু গদ্যক এক অনুপম কৌশলেৰে প্ৰয়োগ কৰিছে। ওথেলোত সাধাৰণতে ওথেলোই অমিত্ৰাক্ষৰ ছন্দৰ সংলাপ ব্যৱহাৰ কৰিছে আৰু ইয়াগোই প্ৰায়ে গদ্যতে কথা কৈছে। একে চৰিত্ৰই বিভিন্ন পৰিস্থিতিত ভিন্ন মানসিক অৱস্থা প্ৰকাশ কৰিবলৈ ক্ৰেতিয়াবা

ছন্দত আৰু কেতিয়াবা গদ্যত কথা কৈছে। শেক্সপিয়াৰে এই নাটকত কোনো কোনো পৰিৱেশত গীতিধৰ্মী স লাপ প্ৰয়োগ কৰিছে। ইয়াগো আৰু ডেচডেমোনা উভয়ে গীত গাই নিজৰ মনোভাৱ প্ৰকাশ কৰিছে।

কিং লিয়াৰ নাটকৰ ভাষা কিছু জটিল। অপৰিচিত বা জটিল শব্দৰ প্ৰয়োগেৰে ই জটিল হৈ পৰা নাই জটিল হৈছে ভাৱ গাম্ভীৰ্য্যৰ কাৰণে। শব্দ আৰু চিত্ৰকল্পৰ স যোগ সাধনেৰে ভাব আৰু ি স্তাক প্ৰকাশ কৰা হৈছে।

তেওঁ কিছুমান নাটকত কাব্যিক সুষমা ভৰা সংলাপৰ প্ৰয়োগ কৰিছে। কাব্যধৰ্মী এই সংলাপবোৰ অকল ধ্বনিমাধুৰ্য্যকে সম্পদশালী ঐশ্বৰ্য নহয়, ভাবৰ পিনৰ পৰাও ই সৌষ্ঠৱপূৰ্ণ। এণ্টনি এণ্ড ক্লিয়োপেট্ৰা নাটকত এণ্টনি আৰু ক্লিয়োপেট্ৰাৰ প্ৰথম মিলনৰ বৰ্ণনা এনে কাব্যিকতাপূৰ্ণ। টেম্পেষ্ট তেওঁৰ শেষ আৰু এক মহৎ ৰচনা। ইয়াতো কাব্যিকতা বিশেষ ৰূপেৰে প্ৰকাশি উঠিছে। শব্দৰ ওপৰত থকা অনুপম দখলৰ কথা ইয়াৰ স লাপত ফুটি ওলাইছে। এই নাটকৰ প্ৰস্পেৰোৰ মুখত অনুপম কাব্য ধ্বনি শুনিবলৈ পোৱা যায় —

We are such stuff
As a dreams are made on and our little life
Is rounded with a sleep

ইয়াৰ এৰিয়েলো যেন এক মূৰ্ত কবিতা।

শেক্সপিয়াৰে নাটকত গীতবো সুন্দৰ ব্যৱহাৰ কৰিছে। এই গানবোৰে ট্ৰেজেডিবোৰত কৰুণৰস আৰু বেছি ঘনীভূত কৰি তুলিছে। কোনো কোনো নাটকত আকৌ গীতক তাৰ শোভা বৰ্দ্ধনৰ কাৰণে ব্যৱহাৰ কৰা হৈছে। কেতিয়াবা গায়কৰ চৰিত্ৰও গানৰ মাজেদি প্ৰকাশিত হৈছে। গানৰ যোগেদি সুৰাৰ প্ৰশস্তিও গোৱা হৈছে। গীতৰ মহিমায় শক্তিৰ যোগেদি টোপনি অনাৰ চেষ্টা কৰা হৈছে।

শেক্সপিয়াৰে তেওঁৰ নাটকত প্ৰচলিত চিত্ৰ কল্পবোৰকে ব্যৱহাৰ কৰিছিল। কিন্তু কেবাখনো নাটকত তেওঁৰ চিত্ৰকল্পবোৰ যেচ সুসহত।

মেকবেথ নাটকত ইয়াৰ সুন্দৰ প্ৰয়োগ দেখা যায়। ইয়াত তেওঁ ভাষাৰ ক্ষেত্ৰতো বিশেষ সংযম দেখুৱাইছে। মেকবেথ নাটকৰ নায়কৰ সংলাপ এই ক্ষেত্ৰত উল্লেখনীয়।

I hav lived long enough
My way of l fe s fall n into the sear
th y ll w le f

কেতিয়াবা দুই এটা চিত্ৰকল্পৰ মাজত নাটকৰ মূল সুৰটো ধ্বনিত হৈ উঠিছে। হেমলেট নাটকত মাৰ্চেলাচে কৈছে Someth ng is rott n in the state of Denmark লগে লগে প্ৰকাশিত হৈছে ডেনমাৰ্কৰ মাজত বিৰাজ কৰা এক অসুস্থতা যিয়ে নাটকীয় কাহিনীকে প্ৰভাৱিত কৰিছে। person f cation ৰ যোগেদিয়ো তেওঁ দুই-এটা চিত্ৰ অতিশয় জীৱন্ত কৰি তুলিছে। কি জন নাটকত শোকক মৃত পুত্ৰৰ লগত তুলনা কৰা হৈছে—

Grief fill room up of my ab ent hild
L n h b d w lk up nd down w th m
Put on h pretty l k epeat s h words

হেমলেটে মৃত্যুৰ বিষয়ে কৈছে

This fell srgeant death tr t in his arrest

শ্লেষৰ অৰ্থবহ প্ৰযোগেও তেওঁৰ নাটকীয় সংলাপক মধুৰ সৌন্দৰ্য্য প্ৰদান কৰিছে। শব্দৰ পুনৰুক্তিৰ যোগেদি ভাব আৰু কাব্য সৌন্দৰ্য্যক কেনেকৈ প্ৰকাশ কৰিব পাৰি তাৰ পৰিচয় শ্বেক্সপিয়াৰৰ নাটক নপঢ়িলে বুজা নেযায়। হেমলেট নাটকত word শব্দটো পুনৰুক্তি কৰিছে তিনিবাৰ। ঠিক তেনেকৈ কি লিয়াৰ নাটকত never শব্দটো পাঁচবাৰ প্ৰয়োগ কৰি নাটকীয় সংলাপক এক আশ্চৰ্য্য মহিমা প্ৰদান কৰিছে—

Thou lt come no more
Never, never never never never

শব্দ প্ৰয়োগৰ এনে অপূৰ্ব কৌশল তেওঁৰ প্ৰায়বোৰ নাটকতে দেখিবলৈ পোৱা যায়।

বিষয়বস্তু আঙ্গিক উভয় ক্ষেত্ৰতে এনেদৰে সৌন্দৰ্য্যমণ্ডিত শ্বেক্সপিয়াৰৰ নাটকসমূহে দৰ্শক আৰু পাঠক হৃদয়ত আবেদন জগাই তোলে। এলিজাবেথৰ যুগৰ পৰা তেওঁৰ নাটকে সদায় সমাদৰ লাভ কৰি আহিছে তাৰ মাজত প্ৰকাশ পোৱা মানৱীয় আবেদনৰ কাৰণে। পৰৱৰ্তী কালবোৰত শ্বেক্সপিয়াৰ সম্পৰ্কে নানা ধৰণৰ গৱেষণা আলোচনাই যোগেদি সেই অমিত প্ৰতিভাক আৰু বেছি সমুজ্জ্বল কৰি তোলা হৈছে। নিকোলাচ ৰো, ওৱাৰবাৰ্টন টিবল্ড আৰু বহু সমালোচকে তেওঁৰ প্ৰতিভাৰ পূৰ্ণমূল্যায়ন কৰিছে। বিশ্বৰ ৰঙ্গমঞ্চত শ্বেক্সপিয়াৰৰ নাটকে সমাদৰ লাভ কৰিবলৈ ধৰিলে।

ভাৰতীয় জীৱনতো শ্বেক্সপিয়াৰৰ নাটকৰ সম্যক পৰিচিতি ঘটিবলৈ ধৰে আৰু উনবিংশ শতিকাৰ পৰা শ্বেক্সপিয়াৰৰ নাটক সংঘালনিকৈ অভিনীত হবলৈ ধৰে কলিকতা মহানগৰৰ ৰঙ্গমঞ্চত। ক্যালকাটা গেজেট পত্ৰিকাৰ পৰা হেমলেট মেকবেথ ৰিচাৰ্ড দি থৰ্ড দি মাৰ্চেণ্ট অৱ ভেনিচ আদি নাটক অভিনীত হোৱাৰ কথা জনা যায়। উনবিংশ শতাব্দীত শ্বেক্সপিয়াৰ শিক্ষিত বঙালী লোকৰ জীৱনৰ মতে জড়িত হৈ পৰে। লাহে লাহে তেওঁৰ নাটক বঙলাত অনুবাদ হ বলৈ ধৰে। ইয়াৰ লগতে শ্বেক্স পিয়াৰৰ নাটৰ আহিত বঙলা নাটকো নাট্যকাৰ সকলে ৰচনা কৰিবলৈ ললে। যোগেশচন্দ্ৰ গুপ্ত তাৰকনাথ মুখোপাধ্যায় হেমচন্দ্ৰ বন্দ্যোপাধ্যায় আদিয়ে হেমলেট মেকবেথ উইন্টাৰ্চ টেল আদি নাটকৰ অৱলম্বনত বঙলা নাটক লেখিবলৈ লয়। এওঁলোকে নাটকৰ নামকৰণ, চৰিত্ৰসমূহৰ নামকৰণ আদি মৌলিকভাৱে কৰিছিল। তেওঁলোকে বুজি পাইছিল যে আমাৰ দেশৰ পটভূমিত শ্বেক্সপিয়াৰৰ নাটৰ হুবহু অনুবাদ পাঠক দৰ্শকৰ ৰসাস্বাদনত কিছু ব্যাঘাত ঘটাব পাৰে। ৰোমিও এণ্ড জুলিয়েট অনুবাদ সম্পৰ্কে হেমচন্দ্ৰ বন্দোপাধ্যায় লিখিছিল এই কিতাপখন শ্বেক্সপিয়াৰৰ ৰোমিও এণ্ড জুলিয়েট নাটকৰ ছায়ামাত্ৰ তাৰ অনুবাদ নহয়। বঙলা

আৰু ইংৰাজী ভাষাৰ প্ৰকৃতিগত ইমান প্ৰভেদ যে কোনো এখন ইংৰাজী নাটকৰ কেৱল অনুবাদ কৰিলে তাত কাব্যৰ বল, মাধুৰ্য্য একোৱেই নেথাকে। আৰু দেশাচাৰ লোকাচাৰ আৰু ধৰ্ম ভাবাদিৰ বিভিন্নতা প্ৰযুক্তেই ই এনে শ্ৰুতিকঠোৰ আৰু দৃষ্টকঠোৰ হয় যে সি বঙলা পাঠক আৰু দৰ্শকৰ কাৰণে অৰুচিকৰ হৈ পৰে।

অসমীয়া সাহিত্যতো এই একেই আদৰ্শ লৈ নাট্যকাৰসকলে শ্বেক্সপিয়াৰৰ নাটক অনুবাদ কৰে। শ্বেক্সপিয়াৰৰ কমেডি অব এৰৰচ ভাঙনি কৰে কলিকতাত শিক্ষা গ্ৰহণ কৰি থকা চাৰিজন ডেকাই। ভ্ৰমৰঙ্গ নামেৰে এই নাটক প্ৰকাশ পোৱাৰ পাছতে তেওঁৰ আন আন নাটক সমূহো অনুবাদ হবলৈ ধৰে। দুৰ্গেশ্বৰ শৰ্মাই এজ ইউ লাইক ইট নাটকক চন্দ্ৰাৱলী দেবানন্দ ভৰালীয়ে মেকবেথক ভীমদৰ্প নাম দি আৰু পদ্মধৰ চলিহাই ৰোমিও এণ্ড জুলিয়েট নাটকক অমৰ লীলা নামেৰে অনুবাদ কৰে। এইবোৰৰ প্ৰায় ভাগকে অসমীয়া জীৱনৰ লগত সঙ্গতি ৰাখি অনুবাদ কৰাৰ প্ৰয়াস কৰা হৈছে।

শ্বেকচপিয়াৰৰ ট্ৰেজেডি কমেডী নাটকৰ প্ৰভাৱেৰে অসমীয়া নাটকৰ প্ৰস্তুতি পৰ্ব সমুজ্জল। ইয়াৰ লগতে ৰচিত হ'ল বাহ্য ঘটনাবহুল লঘু হাস্যোদ্দীপক আৰু অস লগ্ন ঘটনা পৰম্পৰাযুক্ত প্ৰহসন। অৱশ্যে এইবোৰত উচ্চগুণ সম্পন্ন শ্বেকচপিয়াৰৰ দূৰণিবটীয়া প্ৰভাৱহে সমুজ্জল হৈ উঠিছে। শ্বেক্সপিয়াৰৰ নাটকৰ অন্তমুখী আবেদন অপূৰ্ব চৰিত্ৰ নিৰ্মাণ ক্ষমতা নাইবা জীৱনৰহস্যৰ অতলস্পৰ্শ গভীৰতা দেখা নেযায়। সংলাপৰ ক্ষেত্ৰত শ্বেক্সপিয়াৰে প্ৰয়োগ কৰা অমিত্ৰাক্ষৰ ছন্দৰ সুষম প্ৰয়োগ অসমীয়া নাটকত লক্ষ্য কৰা নেযায়। শ্বেক্সপিয়াৰে পৌৰাণিক কাহিনীৰ আধাৰতহে উচ্চ ট্ৰেজেডীসমূহ ৰচনা কৰিছিল কিন্তু অসমীয়া সাহিত্যত সামাজিক ঘটনাৰ আলমতহে ট্ৰেজেডিৰ বিকাশ আৰম্ভ হয়। সামাজিক নাটকক কালজয়ী ট্ৰেজেডিলৈ ৰূপান্তৰ কৰাটো অতি কঠিন কাম বুলি সমালোচক ড সত্যেন্দ্ৰনাথ শৰ্মাদেৱে মন্তব্য কৰিছে এনেদৰে—"সামাজিক নাটৰ ক্ষেত্ৰত সাৰ্থক কালজয়ী ট্ৰেজেডি ৰচনা আৰু কঠিন কাম।

ঐতিহাসিক আৰু পৌৰাণিক কাহিনীৰ এটা সুবিধা আছে সেয়ে হৈছে কোনো প্ৰখ্যাত শক্তিশালী বিৰাট ব্যক্তিত্বক কেন্দ্ৰ কৰি এটি গভীৰ পৰিৱেশ ৰচনা কৰাৰ সুবিধা। তদুপৰি বিস্ময়াবহ বৈচিত্ৰ্যপূৰ্ণ ঘটনা সংস্থাপনৰো সুবিধা আছে। কিন্তু সামাজিক নাট সেই সুবিধা দুয়োটাৰে পৰা বঞ্চিত। ( অসমীয়া নাটসাহিত্য পৃ° ১২৫ )

অৱশ্যে পাছৰ কালত পৌৰাণিক ঐতিহাসিক ঘটনাৰ আলমত ট্ৰেজেডি ৰচনাৰ প্ৰযাস আৰম্ভ হয় আৰু এইবোৰত শ্বেক্সপিয়াৰৰ ট্ৰেজেডি নাটৰ আঙ্গিকগত প্ৰভাৱ বিশেষভাৱে পৰা দেখিবলৈ পোৱা যায়। দৃশ্য সংযোজনৰ ক্ষেত্ৰত শ্বেক্সপিয়াৰৰ নাটকসমূহ প্ৰাচ্য আদৰ্শতকৈ সম্পূৰ্ণ বেলেগ আছিল। তেওঁৰ নাটকৰ কাহিনীভাগক পাঁচটি অঙ্কত বিভক্ত কৰি প্ৰতিটো অঙ্কক কেইবাটাও দৃশ্যত ভাগ কৰিছিল। প্ৰথম অসমীয়া ট্ৰেজেডি ৰামনৱমী নাটকত প্ৰত্যেক অকত একাধিক শ্য সংযোজন কৰি নাট্যকাৰে নাটকৰ গঠনৰীতিলৈ নতুনত্ব আনিছে আনহাতে আকৌ প্ৰাচীন ৰীতি অনুসৰি সূত্ৰধাৰৰো প্ৰৱেশৰ পথ উন্মুক্ত ৰাখিছে। অবশ্যে পাছৰ কালৰ নাটকত সম্পূৰ্ণভাৱে পাশ্চাত্য আৰ্হিত নাটকৰ অংক আৰু দৃশ্য বিভাজন কৰিছে।

বস্তু বিকাশৰ ক্ষেত্ৰতো শ্বেক্সপিয়াৰৰ ৰীতি অসমীয়া নাট্যকাৰসকলে পালন কৰা দেখিবলৈ পোৱা যায়। বিয়োগান্ত নাটকৰ মাজে মাজে আমোদজনক ঘটনাৰ সংস্থাপন কৰি আনন্দ দানৰ প্ৰয়াস প্ৰধান কাহিনীৰ কাষে কাষে উপ কাহিনীৰ স স্থাপন আত্ম বিশ্লেষণমূলক স্বগতোক্তিৰ প্ৰকাশ বহুৱা চৰিত্ৰৰ প্ৰয়োগ আদিৰে অসমীয়া নাটকত শ্বেক্সপিয়াৰৰ প্ৰভাৱ সমুজ্জ্বল হৈ উঠে। ছন্দোবদ্ধ সংলাপ প্ৰয়োগৰ ক্ষেত্ৰতো অসমীয়া নাট্যকাৰসকলে শ্বেক্সপিয়াৰৰ ৰীতিৰ দ্বাৰা কিছু পৰিমাণে প্ৰভাৱিত হৈছে। ইয়াৰোপৰি চৰিত্ৰ ভেদে সংলাপ প্ৰয়োগৰ ৰীতিও পালন কৰিছে সেই আদৰ্শতে। উচ্চ ব্যক্তিৰ মুখত ছন্দোবদ্ধ সংলাপ আৰু নিম্ন চৰিত্ৰৰ মুখত গদ্য সংলাপৰ ব্যৱহাৰ অসমীয়া নাটকতো দেখিবলৈ পোৱা যায়।

শ্বেকচপিয়াৰৰ ট্ৰেজেডি নাটকৰ আদৰ্শৰ প্ৰভাৱেৰে সমুজ্জ্বল হৈ

প্ৰকাশিত হয় প্ৰথম অসমীয়া সামাজিক নাটক 'ৰামনৱমী । এই নাটকত ৰাম আৰু নৱমীৰ শোকাবহ মৃত্যুৰ ঘটনাৰে ট্ৰেজেডি ঘনীভূত কৰি তোলা হৈছে। ইয়ে শেক্সপিয়াৰৰ অমৰ নাটক ৰোমিও এণ্ড জুলিয়েট লৈ মনত পেলাই দিয়ে। অৱশ্যে বিষয়বস্তু বা কাহিনীৰ ক্ষেত্ৰত দুইখন নাটৰ মাজত যথেষ্ট অমিল আছে। ৰোমিও এণ্ড জুলিয়েট ত ৰোমিও আৰু জুলিয়েটৰ প্ৰথম দৃষ্টিত প্ৰণয় হৈছিল আৰু ইজনে সিজনক পাবলৈ ব্যাকুল হৈ উঠিছিল কিন্তু তেওঁলোকৰ মাজত প্ৰতিবন্ধক স্বৰূপে থিয় দিছিল তেওঁলোকৰ পৰিয়ালৰ মাজত থকা পাৰম্পৰিক দ্বন্দ। জুলিয়েটে ৰোমিওক পাবলৈ সকলো প্ৰয়াস কৰিও বিফল হয় আৰু অৱশেষত আত্ম হত্যা কৰি প্ৰিয়হীন জীৱ-ৰ অবসান ঘটায়। ৰামনৱমী নাটকত নৱমী বিধৱা। এদিনাখন ফুল চিঙিবলৈ ফুলনিত সোমাই ৰামক দেখি তাইৰ মন উদ্বাউল হৈ পৰে। অৱশেষত দুয়োৰে মিলনৰ ফলত নৱমী অন্ত সত্ত্বা হ ল আৰু সামাজিক বান্ধোন চিঁঙি উভয়ে উভয়ক গ্ৰহণ কৰিব নোবাৰি অৱশেষত দুয়ো আত্মহত্যা কৰে। শেক্সপিযাৰৰ ৰোমিও এণ্ড জুলিয়েট নাটক এই নাট ৰচনাৰ প্ৰেৰণা হ লেও বিষযবস্তু প্ৰকাশ চৰিত্ৰ চিত্ৰণ আদিৰ ক্ষেত্ৰত এই অসমীয়া নাট্যকাৰে শেক্সপিয়াৰৰ আদশ ক প্ৰতিফলিত কৰি তুলিব পৰা নাই। স লাপ প্ৰয়োগৰ ক্ষেত্ৰতো ছন্দৰ পৰিবতে নাট্যকাৰ গুণাভিৰাম বৰুৱাই এই নাটকত গদ্যৰ প্ৰয়োগ কৰিছে। অৱশ্যে সময়ে সময়ে ৰোমিও এণ্ড জুলিয়েট নাটকৰ স লাপৰ প্ৰতিধ্বনি ৰামনৱমী নাটকতো শুনিবলৈ পোৱা যায়। যেনে—

নৱমী —তোমাৰ নামটি—জানোবা সীতাৰ দৰে কৰা।

ৰাম —তেনেহলে মোৰ নাম নৱমী বল্লভ।

নৱমী —না। না। নামে কি কৰে? গোলাপক যদি গোলাপ নুবুলি পলাশ বোলা যায় তেওঁ সুগন্ধ পোৱা নেযাবনে? ও মনচোৰ।

What there in a name?

That what we call a rose?

By any other name would smell as sweet.

ৰোমিও এণ্ড জুলিয়েট নাটকত ৰোমিও আৰু জুলিয়েটৰ প্ৰেমমিলনৰ ক্ষেত্ৰত ধাইজনীয়ে যেনেকৈ সহায় কৰিছে তেনেকৈ ৰামনৱমী নাটকত জয়ন্তী নামৰ নৱমীৰ সখীয়েকে দুয়োৰে মিলনৰ কাৰণে প্ৰয়াস কৰিছে। দুয়ো দুয়োকে লগ পোৱাৰ উপায় তাইয়ে সাধন কৰিছে। তাইৰ বন্ধুত্বৰ তুলনা নাই। সেয়ে তাই নৱমীৰ মৃত্যুৰ পাছত আপোনঘাতী হৈ মৃত্যুবৰণ কৰে। কিন্তু ৰোমিও এণ্ড জুলিয়েট ত ধাইজনীয়ে ৰোমিওৰ নিৰ্বাসনৰ পাছত কিন্তু ৰোমিওৰ পৰিবৰ্তে পেৰিচকহে বিবাহ কৰাবৰ বাবে জুলিয়েটক জোৰ কৰিছে

R m o b nished and all the w rld to noth ng
That he da n c me b ck t challang you
O f h d t n d mu be by tealth
Th n n th ase t nd n w t d th
I think it b t yo ma r ed w th the co nty

ৰোমিও এণ্ড জুলিয়েট নাটকত যাজক লৰেঞ্চে প্ৰেমিক প্ৰেমিকাৰ মিলনৰ কাৰণে প্ৰয়াস কৰিছে আনহাতে সমাজৰ মুখ্য লোকসকলৰ অন্যায় অবিচাৰৰ কাৰণেই ৰামনৱমীয়ে মৃত্যুক সাৰটি লবলগা হ'ল। এইবোৰ বিষয়বস্তুগত পাৰ্থক্যৰ লগতে আঙ্গিকগত পাৰ্থক্যৰ পৰা সহজে ক ব পাৰি যে গুণাভিৰামৰ ৰামনৱমী নাটক ৰচনাৰ ক্ষেত্ৰত শ্বেক্সপিয়াৰৰ ৰোমিও এণ্ড জুলি য়ট ৰ প্ৰেৰণা থাকিলেও তেওঁৰ মৌলিক দৃষ্টিভঙ্গী আৰু কলা-কৌশলে ইয়াত প্ৰাধান্য বিস্তাৰ কৰি ছ।

শ্বেক্সপিয়াৰৰ আৰ্হিত অসমীয়া ঐতিহাসিক নাটক ৰচিত হ বলৈ ধৰে ৰোমাণ্টিক যুগৰ পৰা। শ্বেক্সপিয়াৰৰ ঐতিহাসিক নাটকসমূহৰ এক বিশেষ তাৎপৰ্য্য আছে। তেওঁ ইতিহাস অধ্যয়নৰ যোগেদি জাতিৰ অতীতৰ সৈতে পৰিচিত হৈছিল। হলিনচেদ ৰবাৰ্ট ফেবিয়ান প্ৰাকটন ষ্টো আদিৰ দ্বাৰা ৰচিত ইতিহাসসমূহৰ পুংখানুপুংখ অধ্যয়নে তেওঁৰ ইতিহাস জ্ঞান সমৃদ্ধশালী কৰি তুলিছিল। তেওঁ বিশ্বাস কৰিছিল যে ইতিহাসৰ পুনৰাবৃত্তি ঘটে। মানুহে স্বাৰ্থপৰতাবশত কাঁজিয়া কৰে, যুদ্ধত

লিপ্ত হয় আৰু দেশ আৰু জাতিৰ সৰ্বনাশ মাতি আনে। ইতিহাসৰ এই দৃষ্টান্তকে তেওঁ নাটকত উপস্থাপিত কৰিব খুজিছে। গৃহবিবাদৰ কুফল দেখুবাই জাতিক ঐক্যবদ্ধ কৰিবলৈ তেওঁ ঐতিহাসিক নাটকসমূহেৰে অনুপ্ৰেৰণা দিছে। তাৰোপৰি আদৰ্শ ৰজা হ বলৈ কি কি গুণৰ প্ৰয়োজন তাকো তেওঁ আঙুলিয়াই দেখুৱাইছে। তেওঁৰ মতে ৰজা হব লাগে দৃঢ় চৰিত্ৰসম্পন্ন অনমনীয় আৰু প্ৰজাৰক্ষণকাৰী। এনে এক আদৰ্শ ৰজা হিচাপে তেওঁ অ কন কৰিছিল পঞ্চম হেনৰিক। এই চৰিত্ৰটোক অ ক কৰি তুলিবলৈ ফলষ্টাফৰ দৰে অমৰ চৰিত্ৰ এটাকো সৃষ্টি কৰি গৈছে ফলষ্টাফ যেন তেওঁৰে অতীত আৰু তাৰ মাজৰ পৰাই সৃষ্টি হৈছে এক ৰাজকীয় পুৰুষ যি ইমান দিনে মেঘে ঢকা সূৰ্য্যৰ দৰে আবৃত হৈ আছিল।

শ্বেক্সপিয়াৰৰ যুগ আছিল ইতিহাসৰ এক উজ্জ্বলতম অধ্যায জাতিৰ গৌৰৱ প্ৰকাশ কৰিবলৈ নাট্যকাৰসকল সচেষ্ট হৈ উঠিছিল তেওঁ লোকৰ ঐতিহাসিক নাটকসমূহত। আনহাতে অসমত ঐতিহাসিক নাটক ৰচিত হোৱাৰ এই কালছোৱা আছিল পৰাধীনতাৰ শিকলিত আবদ্ধ জাতিৰ দুখ বেদনাৰে ভৰা। তথাপিও শ্বেক্সপিয়াৰক মধ্যযুগে অনুপ্ৰাণিত কৰাৰ দৰে এই নাট্যকাৰসকলকো আহোম ৰাজত্বৰ গৌৰৱোজ্জ্বল ইতিহাসে উদ্বুদ্ধ কৰিছিল। ইয়াৰ লগতে স্বাধীনচিতিয়া প্ৰতিবেশী চুটিয়া কোচৰজা সকলৰ গৌৰৱোজ্জ্বল ইতিহাসো সেওঁলোকে আহোম ৰাজত্বত ৰচিত হোৱা বুৰঞ্জীবোৰৰ পৰা গম পাইছিল আৰু ইয়াৰ আলমতে ইতিহাসক পুনৰু জ্জীৱিত কৰি অসমীয়া মানুহৰ মনত জাতীয় চেতনা জগাই তুলিবলৈ ঐতিহাসিক নাটক ৰচনাত মনপুতি লাগিল। এই নাটকবোৰত নাট্যকাৰৰ অন্তৰঙ্গ দেশপ্ৰেম আৰু প্ৰকাশভঙ্গীৰ আন্তৰিকতা যুগপৎ প্ৰকাশ পালে।

অসমীয়া সাহিত্যত পদ্মনাথ গোহাঞি বৰুৱাৰ 'জয়মতী প্ৰথম ঐতিহাসিক নাটক। ইয়াত কাহিনীক পাঁচোটা অংকত বিভক্ত কৰি বিভিন্ন দৃশ্য সংযোজনাৰে উপস্থাপন কৰা হৈছে। কাহিনীত উপবস্তুৰ সংযোজনা স্বগতোক্তি বৰ্ণনাৰ বহুলতাআদিয়ে শ্বেক্সপিয়াৰৰ নাট্যদৰ্শলৈ

মনত পেলাই দিয়ে। শ্বেক্সপিয়াৰৰ দৰে নাট্যকাৰে চৰিত্ৰ অনুযাই গদ্য আৰু ছন্দোবদ্ধ সংলাপ প্ৰয়োগ কৰিছে। কিন্তু শ্বেক্সপিয়াৰৰ ট্ৰেজেডিত যেনেকৈ জীৱনৰ এ কা এ'কাটা গভীৰ দিশ উদ্ঘাটনৰ প্ৰয়াস বিদ্যমান তেনে প্ৰয়াস ইয়াত অনুপস্থিত। সেয়ে সমালোচক ড সত্যেন্দ্ৰনাথ মা'দৰে কৈছে ট্ৰেজেডিযে যি এটা গভীৰ দিশ উদ্ঘাটন কৰি দিয়ে আৰু জীৱন সম্পৰ্কে নাট্যকাৰৰ যি এটা দাৰ্শনিক দৃষ্টিভঙ্গী তাৰ মাজত ফুটি উঠে সেয়া সম্যকভাৱে পৰিস্ফট হৈ উঠা নাই।

শ্বেক্সপিয়াৰৰ াট্যদৰ্শৰ দ্বাৰা বিশেষভাৱে প্ৰ ািৱত হৈ নাটক ৰচনা কৰে বেজবৰুৱাদে ৱ। শ্বেক্সপিয়াৰৰ প্ৰখ্যাত নাটক হেমলেট' নাটকৰ অনুবাদ কাৰ্য্যই তেওৰ শ্বেক্সপিযাৰৰ নাটকৰ লগত থকা গভীৰ পৰিি তিৰ কথা দাঙি ধৰে। হেমলেট নাটকখন তেওঁ যদিও সম্পূৰ্ণ কৈ অনুবাদ কৰা নাছিল অনূদিত অ শতে তেওৰ নাট্যপ্ৰতিভা সুন্দৰভাৱে ফুটি ওলাইছে। হেমলেটৰ দৰে জটিল নাটক এখন সম্পূৰ্ণ অসমীয়া ঠাঁচত সাৱলীল ভাষা অনুবাদ কৰি অসমীয়া পাঠকৰ মানোগ্ৰাহী কৰি তুলিবলৈ তেও চেষ্টা কৰিছিল। অসমীয়া লৈ ৰূপান্তৰ কৰা সংলাপবোৰ সম্পূৰ্ণ অসমীয়া ঠাঁচতে অনুবাদ কৰা কাৰণে সেইবোৰক নাট্যকাৰৰ মৌলিক সৃষ্টি যেন লগা হৈছে

মাচে লাচ অ বাৰ্ণাডে।

বাৰ্ণাৰ্ডো কোৱা সেইটো হোৰেচিয়নে ?

হোৰেচিয় এৰা তেওবে এডুখৰি।

M l s H ll Be n rd

Bernerd S y Wh t Ho t th r ?

H ral o A p c f h m

বেজবৰুৱাই তিনিখন ঐতিহাসিক নাটক ৰচনা কৰিছিল। ইয়াৰে চক্ৰধ্বজ সিংহ সুখান্তক পৰিণতিৰ আৰু জয়মতী আৰু বেলিমাৰ দুখান্তক পৰিণতিৰ নাটক। জয়মতী নাটকৰ অংক বিভাজন দৃশ্য সংযোজনা গীতৰ প্ৰয়োগ আদিৰ ক্ষেত্ৰত শ্বেক্সপিয়াৰৰ নাট্যৰীতিৰ আদৰ্শ দেখা

গ লেও তেও এই নাটক ৰচনাত বঙ্গীয় নাট্যকাৰ দ্বিজেন্দ্ৰলালৰ নাটকৰ দ্বাৰাহে প্ৰভাৱিত হৈছে। আটাইকেইখন নাটৰ কাহিনী তেওঁ অসম বুৰঞ্জীৰ পৰা সংগ্ৰহ কৰিছে। ঘটনাৰ পোনপটীয়া উপস্থাপনা বুৰঞ্জীৰ যথাযথ সংলাপ আদিয়ে অসম বুৰঞ্জীৰ লগত থকা তেওঁৰ গভীৰ পৰিচিতিৰ কথা দাঙি ধৰে। গতিকে নাটকৰ কথাবস্তুৰ ক্ষেত্ৰত তেও নাট্যকাৰ শ্বেকচপিয়াৰৰ দ্বাৰা প্ৰভাৱিত হোৱা নাই। সংলাপৰ ক্ষেত্ৰত তেও ছন্দোবদ্ধ স লাপৰ প্ৰতি মনোনিবেশ কৰা নাই। নাটকক কাব্য বুলি স্বীকাৰ কৰিও তেওঁ কৈছে অকল Rhym ng আখৰ লেখি লেখি মিলাই পদ্য লেখালেই যে কবিতা নহয়—এইটো যেনে সচা ওপৰত কৈ অ । বিধৰ নাটকেও যেনেতেনেকৈ নাট D ma নহয়—সেইটো তেনে সচা।

বেজবৰুৱাৰ নাটকত চৰিত্ৰ চিত্ৰণৰ দক্ষতা সুন্দৰভাৱে ফুটি ওলাইছে। চৰিত্ৰবোৰক অসমীয়া পৰিবেশত তেওঁ সজাই পৰাই তুলি একো একোটা জীৱন্ত চৰিত্ৰলৈ ৰূপান্তৰিত কৰিছে। কিন্তু তাৰ মাজতে কেইবাটাও চৰিত্ৰৰ মাজেৰে শ্বেক্সপিযাৰৰ নাটকৰ চৰিত্ৰৰ পৰোক্ষ আভাস ফুটি ওলাইছে। শ্বেক্সপিয়াৰক গভীৰভাৱে অধ্যযন কৰাৰ ফলতে কেইটামান চৰিত্ৰই হয়তো তেওঁৰ মানসত বিশেষ ধৰণে ৰেখাপাত কৰিছিল আৰু তাৰ ফলতেই জাতে পাতে অসমীয়া দুই এটা চৰিত্ৰৰ মাজত শ্বেক্সপিয়াৰৰ অমৰ চৰিত্ৰৰ প্ৰতিবিম্ব পৰিছে। তেনে এটা চৰিত্ৰ হল চক্ৰধ্বজ সিংহ নাটকৰ গজপুৰীয়া চৰিত্ৰ। এই চৰিত্ৰটোৱে শ্বেক্সপিযাৰৰ কি হেনৰি দি ফোৰ্থ নাটকৰ ফলষ্টাফলৈ মনত পেলাই দিয়ে।

গজপুৰীয়া লাচিত বৰফুকনৰ পুতেক প্ৰিয়ৰামৰ মদ খোৱাৰ সঙ্গী। গজপুৰীয়া সিদ্ধিৰাম জপৰা টকৌ টোকোৰা আদি মিলি গঠিত হোৱা গোষ্ঠীটোৰ লগত প্ৰিয়ৰামে মদ্যপান আৰু ৰং ধেমালিতে ব্যস্ত হৈ থাকে। পিতৃ লাচিত বৰফুকনে পুত্ৰৰ এই অধঃপতনৰ বাবে চিন্তিত হয় আৰু তেওঁ পুতেকক এই সঙ্গীবোৰৰ লগ হোৱা কাৰণে ককৰ্থনা কৰে। প্ৰিয়ৰামে তেতিয়া পিতৃৰ ওচৰত ক্ষমা খুজি কয়—

আপোনাৰ এই অধম সন্তানক ক্ষমা কৰি সময় দিয়ক। এই অধমে কলংকৰ বোজা অচিৰতে দলিয়াই দেউতাৰ পুত্ৰৰ যোগ্য অধিকাৰী কৰিবলৈ সক্ষম হব।

পিতাকক কথা দি প্ৰিয়ৰামে যুদ্ধক্ষেত্ৰলৈ গ'ল লগতে অলস ভীৰু গজপুৰীয়া আৰু তাৰ দলটোকো লগত ললে। যুদ্ধ ক্ষেত্ৰত গজপুৰীয়াই ভীৰুতা দেখুৱালেও প্ৰিয়ৰামে নিজৰ শক্তি প্ৰকাশ কৰি পিতৃৰ দ্বাৰা প্ৰশংসা ধন্য হয়। প্ৰিয়ৰামে গজপুৰীয়াৰ হুকে পিতৃ লাচিত ৰবফুকনক ক বলৈ গাত লয়। ৰবফুকনে গজপুৰীয়াৰ ৰসিকতাত আমোদ পায় আৰু তাৰ প্ৰতি থকা বেয়া ভাব আঁতৰি যায়।

শ্বেক্সপিয়াৰৰ ফলষ্টাফ এটা হাস্যৰসিক চৰিত্ৰ। তেও যুৱৰাজ হলৰ সঙ্গী। যুৱৰাজে ফলষ্টাফ আৰু তেওৰ সঙ্গী পয়েনচ বাৰ্ডলফ পেটো আদিৰ লগত মদ খাই তামচা ফুৰ্ত্তি কৰি কটায়। ৰাজকাৰ্য্যত তেওৰ মন নাই। ইপিনে ৰাজ্যত বিদ্ৰোহৰ জুই জ্বলিছে। অৱশেষত এদিন ৰজাই পুতেকক মাতি আনি তেওঁৰ এই অধ পতনৰ কাৰণে গৰিহণা দিয়ে আৰু যুৱৰাজে পিতৃৰ ওচৰত নিজৰ ভুলৰ বাবে ক্ষমা খোজে লগতে তেও প্ৰতিশ্ৰুতি দিয়ে যে এদিন যুদ্ধত বীৰত্ব দেখুৱাই মুৰ উন্নত কৰি তেওঁ পিতৃৰ সন্মুখত থিয় দিব। তেও ফলষ্টাফক পদাতিক বাহিনীৰ সেনাপতি নিযোগ কৰি বিদ্ৰোহ দমন কৰিবলৈ যায় আৰু বিদ্ৰোহীক পৰাভূত কৰে। কিন্তু ৰজা হৈ তেও একালৰ সঙ্গীবোৰক বন্দী কৰে আৰু ফলষ্টাফক বৰ্জন কৰে। ফলষ্টাফ এজন শুভবুদ্ধিসম্পন্ন ৰজাৰ যে সঙ্গী হব নোৱাৰে তাৰ কথা সোঁৱৰাই দি ৰজাই কৈছে

মই তোমাক নিচিনো বৃদ্ধ। নিজকে মুখ সাজি বহুৱালি কৰি গোটেই জীৱনটো কটাই মুৰৰ চুলি পকালা। এদিন তোমাৰ দৰে বদমাচ মানুহকে মই মোৰ আদৰ্শ পুৰুষ বুলি ভাবি ভুল কৰিছিলোঁ। কিন্তু এতিয়া মই মোৰ নৱজাগ্ৰত বুদ্ধিৰ আলোকত সেই ভ্ৰান্ত আদৰ্শক ঘৃণা কৰিবলৈ শিকিছোঁ।

ৰজা হৈ যুৱৰাজে ফলষ্টাফক ত্যাগ কৰিলেও জীৱনৰ পাঠ শিকিবলৈয়ে

যেন তেওঁ ফলষ্টাফৰ সঙ্গী হৈছিল। ফলষ্টাফৰ কথা-বতৰাৰ পৰা গম পোৱা যায় জীৱন সম্পৰ্কে তেওৰ অভিজ্ঞতা অতি গভীৰ। তেও গজপুৰীয়া চৰিত্ৰৰ দৰে সৰল আৰু পোনপটীয়া নহয়। দেখাত তেও মদপী ভীৰু অলস যেন দেখা গ লেও তেও প্ৰকৃততে গজপুৰীয়াৰ দৰে ভীৰু চৰিত্ৰও নহয়। যুৱৰাজে তেওক সেনাপতি পদত নিয়োগ কৰিছে আৰু তেওঁ বীৰত্বৰে যুদ্ধ কৰিছে। আত্মৰক্ষাৰ কাৰণেই তেও মৰাৰ ভাও জুৰিছে। তেওৰ মেদবহুল শৰীৰে হাস্যৰ উদ্ৰেক কৰে যদিও সেই বৃহৎ বপুৰাৰ মাজত সোমাই আছে ক্ষিপ্ৰ মন। তেওৰ মদৰ নিচাই যি কোনো পৰিস্থিতিতে হাস্যৰসৰ উদ্ৰেক কৰে। যুদ্ধক্ষেত্ৰতো তেও পিষ্টলৰ খাপত নিয়া মদৰ বটল ওলাই পৰে। তেও মিছা কয় যদিও আত্মৰক্ষাৰ কাৰণেই কয়। নিজকে ৰসিক বোলাই মানুহক হহুৱাবৰ কাৰণে তে ও মিছা কথাৰ উচ্চাৰন কৰে। গজপুৰীয়াৰ দৰে ফলষ্টাফ এটা সহজ সৰল চৰিত্ৰ নহয বৰং ই হেমলেট চৰিত্ৰৰ দৰেই দুবোধ্য। সেয়ে প্ৰখ্যাত নাট্য সমালোচক ডাউডেনে কৈছে F lstaff har t mpl H mlet শেক্সপিয়াৰে এই চৰিত্ৰটোক যথেষ্ট গুৰুত্ব সহকাৰে অ কন কৰাত ই প্ৰায় নায়কৰ দৰেই গুৰুত্ব লাভ কৰিছে। গজপুৰীয়া চৰিত্ৰই এনে অৱদান আগবঢাব পৰা নাই।

শেক্সপিয়াৰৰ নাটকৰ মূল চৰিত্ৰৰ দৰে বেজবৰুৱায়ো বহুৱা চৰিত্ৰৰ সৃষ্টি কৰিছে বেলিমাৰ নাটকত। হাস্য-ব্যঙ্গৰ যোগেদি উপদেশ প্ৰদানেই হ ল ফুল চৰিত্ৰৰ মূল কাম। বেলিমাৰ নাটত ভুমুক বহুৱাই দেশত সৃষ্টি হোৱা হিংসা দ্বেষ আদিৰ বিষয়ে কৈছে

দুখীয়াক দুখ দিব পায় প্ৰজাক কৰে ঘিণ
সেই ঘৰ ৰজা সেইখন দেশৰ আয়ুস কেইদিন।

বহুৱা চৰিত্ৰৰ দেখাত ফুল চৰিত্ৰৰ লগত সাদৃশ্য থাকিলেও ফুল চৰিত্ৰৰ মহত্ব অধিক। কিং লিয়াৰ নাটক ফুলৰজা লীয়াৰৰ বিবেকস্বৰূপ। লীয়াৰৰ বেদনাতুৰ আত্মা আৰু বিবেকেই যেন ৰূপ পৰিগ্ৰহ কৰিছে ফুল ৰূপে। সমালোচক ব্ৰেডলীৰ মতে ফুল বুদ্ধি আৰু মহত্বৰ ফালৰ পৰা শ্ৰেষ্ঠ।

এনে মহত্তৰ দিশ ভুমুক বহুৱা নাইবা তেনেধৰণৰ বহুৱা চৰিত্ৰবোৰে প্ৰদৰ্শন কৰিব পৰা নাই।

শ্বেক্সপিয়াৰৰ ঐতিহাসিক নাটকবোৰত নাৰী চৰিত্ৰবোৰে বলিষ্ঠতা দেখুওৱাৰ পৰিৱৰ্তে মাধুৰ্য্যমণ্ডিত হৈ উঠিছে। বেজবৰুৱাই দুই এটা নাৰী চৰিত্ৰ সফল ৰূপত অংকন কৰিছে যদিও দুই এটা চৰিত্ৰই করুণ ৰূপেৰে প্ৰকাশি উঠিছে। তেনে এটা চৰিত্ৰ হ'ল বেলিমাৰ নাটকৰ পিজৌ চৰিত্ৰ। প্ৰেম কোমলতাৰ তাই মূৰ্ত্ত প্ৰতীক। কিন্তু পিতৃ বদন বৰফুকনৰ মৃত্যুত তাই উন্মাদ হৈ পৰে আৰু করুণভাৱে পানীত পৰি মৃত্যু বৰণ কৰে। শ্বেক্সপিয়াৰৰ হেমলেট নাটকৰ ওফেলিয়া চৰিত্ৰৰ প্ৰতিচ্ছবি এই চৰিত্ৰটোৰ মাজেৰে প্ৰকাশি উঠিছে বুলি অনুমান কৰিব পাৰি। কিন্তু ওফেলিয়াৰ উন্মাদ অৱস্থাৰ কাৰণ আছিল প্ৰেমাস্পদৰ পৰা পোৱা প্ৰত্যাখ্যান আৰু পিতৃৰ করু মৃত্যু। আকৌ ওফেলিয়া চৰিত্ৰই যি কাৰুণ্যৰ সঞ্চাৰ কৰিছে তেনেকৈ এই চৰিত্ৰই কাৰুণ্যৰ সঞ্চাৰ কৰিব পৰা নাই। পিজৌ গা রুৰ উন্মাদনা যথেষ্ট আকস্মিক। তাইৰ মৃত্যুৰ দৃশ্যও ওফেলিয়াৰ দৰে শোকাবহ নহয়।

বেজবৰুৱাৰ পৰৱৰ্ত্তী নাট্যকাৰসকলেও শ্বেক্সপিয়াৰৰ নাটকৰ অমৰ চৰিত্ৰৰ আলমত দুই এটা চৰিত্ৰ নিৰ্মাণ কৰিছে। প্ৰসন্নলাল চৌধুৰীৰ নীলাম্বৰ চৰিত্ৰত ওথেলো নকুলচন্দ্ৰ ভূঞাৰ বদন বৰফুকন চৰিত্ৰত মেকবেথ চৰিত্ৰৰ প্ৰভাৱ লক্ষ্যণীয়।

আধুনিক কালতো শ্বেক্সপিয়াৰৰ নাটকৰ সমাদৰ দেখিবলৈ পোৱা যয। আধুনিক কেবাজনো নাট্যকাৰে শ্বেক্সপিয়াৰৰ নাটক অনুবাদ কৰাৰ লগতে তেওৰ নাট্যৰীতিৰ আদৰ্শও গ্ৰহণ কৰি নাটক ৰচনা কৰি ছ। এই ক্ষেত্ৰত বিশেষভাৱে প্ৰভাৱিত নাট্যকাৰ হ'ল জ্যোতিপ্ৰসাদ আগৰৱালা। তেওবে অসমীয়া নাট্য সাহিত্যত বাস্তৱবাদৰ উদ্যোক্তা যদিও তেওঁৰ প্ৰথম নাটক শোণিত কুঁৱৰীত ৰোমাণ্টিক ট্ৰেজেডিৰ লক্ষণ পৰিস্ফুট হৈ উঠিছিল। এই নাটকৰ নাটকীয় কৌশল গতানুগতিক। স্বগত ভাষণ, ভাৱ প্ৰৱণ কবিত্বময় ভাষণ আৰু অযথা

কাব্যিকতা আছিব প্ৰাচুৰ্য্যৰে ই শ্বেক্সপিয়াৰৰ ৰীতিলৈ মনত পেলাই দিয়ে। এই নাটকত হাস্য আৰু কাৰুণ্যৰ সংমিশ্ৰণো দেখিবলৈ পোৱা যায় তেওঁৰ পৰৱৰ্ত্তী কালত ৰচিত কাবেওৰ লিগিৰী ত ৰোমাণ্টিক ট্ৰেজেডিৰ প্ৰভাৱ তেনেকৈ লক্ষণীয় নহয় যদিও ইয়াৰ কাহিনীতো tr g c আৰু m lem nt ৰ স মিশ্ৰণ কৰিছে। শ্বেক্সপিয়াৰৰ নাটৰ ফুল চৰিত্ৰৰ আৰ্হিত নিমাণ কৰিছে বহুৱা চৰি"। এই ধৰণৰ চৰিত্ৰ বপুৰা ককাই। ই নাটকত হাস্যৰসৰ যোগান ধৰিছে।

শ্বেক্সপিযাৰৰ দৰে যুগজয়ী নাট্যকাৰৰ প্ৰভাৱৰপৰা সম্পুৰ্ণভাৱে মুক্ত হোৱা সহজ নহয়। বিশেষকৈ তেওঁৰ নাটকৰ অমৰ চৰিত্ৰসমূহৰ বেঙনি আধুনিক নাট্যকাৰসকলৰ নাটকৰ চৰিত্ৰৰ মাজেদি প্ৰকাশিত হোৱা দেখা যায়।

# ইবচেনৰ নাট্যৰীতি আৰু অসমীয়া নাটক

শেক্সপিয়াৰৰ ৰোমাণ্টিক নাট্যধাৰাৰ অৱসান ঘটাই এক বাস্তৱবাদী নাট্যৰীতি প্ৰৱৰ্ত্তন কৰে হেনৰিক ইবচেনে। ১৮৫ চনত ইবচেনৰ প্ৰথম নাটক কেটে লিনা প্ৰকাশ হয়। এই নাটক প্ৰকাশ হোৱাৰ আগলৈ একমাত্ৰ ফৰাচী দেশৰ বাহিৰে ইউৰোপৰ নাট্য সাহিত্যত বিৰাজ কৰিছিল এক স্থবিৰতা। মঞ্চ হৈ পৰিছিল বৈচিত্ৰহীন নাটকবোৰৰ অভিনয় প্ৰৱাহেৰে মুখৰ। ইংলণ্ডতো কোনো গুৰুত্বপূৰ্ণ নাট্যৰচনাৰে নাট্যকাৰে কৃতকাৰ্য্যতা দেখুৱাবপৰা নাছিল। কেৱল পঠনৰ কাৰণেই দুই এজন কবিয়ে কাব্য নাটক ৰচনা কৰিছিল। মঞ্চবোৰ মুখৰ হৈ পৰিছিল কেৱল অসাৰ্থক প্ৰহসন অপনাটক ( melodr m ) আৰু প্ৰাচীন ধ্ৰুপদী নাটকৰ ভগ্নাৱশেষ ৰূপৰ অভিনযৰে। অৱশ্যে ফৰাচী দেশৰ চক্ৰান্তমূলক নাটক ( Int gu Pl y ) বোৰ ইউৰোপৰ মঞ্চত বিশেষ কৃতকাৰ্য্যতা আৰু মানদণ্ডেৰে প্ৰদৰ্শিত হৈছিল।

ইবচেনৰ কেটেলিনা ( C t l ) প্ৰকাশ হোৱাৰ পৰা ১৯৫ চনত প্ৰকাশ হোৱা টি এচ এলিয়টৰ দি ককটেল পাৰ্টি (The Cockta l P ty) নাটক ৰচনাৰ ব্যৱধান একশ বছৰ আৰু এই একশ বছৰ ইউৰোপৰ মঞ্চ তথা নাট্য সাহিত্যৰ এক বৈপ্লৱিক সময়। এই সময়ছোৱাতে গদ্য নাটকৰ বিকাশ আৰু তাৰ লগে লগে বাস্তৱবাদৰ। এই আন্দোলনৰ মুখ্য হোতা হল ইবচেন। এওঁৰ উপৰিও ষ্ট্ৰীণ্ডবাৰ্গ ( Str ndbe g ) চেকভ ( Ch kh v ) পিৰান্দেলো (P andello) হাপ্তমেন (Haupt m n ) বাৰ্ণাড শ্ব ( Be a d Shaw ) আদিয়ে গদ্য নাটকৰ ধাৰাটো সফল কৰি তোলে। এই আটাইবোৰ নাট্যকাৰৰ নাট্যাদৰ্শৰ পথ প্ৰদৰ্শক ৰূপে ইবচেন এওঁলোক আটাইৰে সমাদৃত। সেয়ে ইবচেনৰ এই নতুন নাট্যৰীতিৰ অভিবাদন জনাই প্ৰশংসাবাণীৰে বিধৌত কৰিছে পিৰান্দেলো বাৰ্ণাড শ্ব আৰু উইলিয়াম আৰচাৰ আদিৰ দৰে নাট্যকাৰ আৰু নাট্য

সমালোচকসকলে। বার্ণাড শ্বই শ্বেকচপিয়াৰৰ নাট্যৰীতিলৈ ইবচেনে অনা আমূল পৰিৱৰ্তনৰ ইঙ্গিত কৰি এক নতুন নাট্যযুগ স্রষ্টা হিচাপে ইবচেনক শ্রদ্ধা অর্পণ কৰিছে।

ইবচেনে তেওঁৰ নাট্যধাৰাৰে ৰোমান্টিক তথা আদর্শাত্মক ধাৰাৰপৰা বাস্তৱবাদী ধাৰালৈ উত্তৰণ কৰে। অৱশ্যে তেওঁৱো প্রথমতে ৰোমান্টিক ৰীতিতেই নাটক লিখিবলৈ লৈছিল কিন্তু তেওঁৰ এই নাট্যৰীতিৰ পৰিৱৰ্তনৰ লগে লগে তেওঁলৈ আহিল বিশ্বৰ শ্রেষ্ঠ নাট্যকাৰৰ খ্যাতি আৰু প্রতিষ্ঠা। এই প্রসঙ্গত S1 gfr d এ কৈছে

H ly pl y fl t m nt on e n w th h tory both R m n d S nd nav an and w th l nd W th th l t pl y w m t th dr m of d nd c l mm nt but h s p m y nc n w th h t th d l pm nt f h f th l t play t t gy f l ng th bm g d unknowl dg bl re l ty f h a ter

১ ৫ চনত কেটেলিনা নাটক প্রকাশ হোৱাৰ পাছত ১ ৬৪ চনলৈ তেওঁ ৰোমান্টিক ধর্মী নাটবোৰ ৰচনা কৰে। লেডী ইনগাৰ অব অবষ্ট্রাট দি ভাইকিং অব হেলগেল্যাণ্ড আৰু দি ৰাইভাল কিং চ নাটকৰ বিষয় হ ল উত্তৰ ইউৰোপ অর্থাৎ স্কাণ্ডিনোভিয়াৰ প্রাচীন গৌৰৱময় ইতিহাস। এই নাটককেইখন তেওঁৰ জীৱনৰ প্রথম পব ৰ ৰচনা হিচাপেই ই ৰোমান্টিক ধর্মী হৈ পৰিছিল।

ইয়াৰ পাছত ইবচেন নিজ দেশৰ বাহিৰত কটায়। জার্মানী আৰু ইটালীৰ বিভিন্ন ঠাই তেওঁ ঘূৰি ফুৰি ৰোম ড্রেচডেন আৰু মিউনিকত কেবাবছৰো বাস কৰে। ১ ৬৪ চনৰ পৰা ১৮৭৭ চনমানৰ ভিতৰত তেওঁ দ্বিতীয় পর্বৰ নাটসমূহ প্রকাশিত হয়। এই নাটকবোৰত তেওঁ বিষয়বস্তু

---

1 M l h ge S gf d Th co Ency l p dia t M d d ma P 218

আঙ্গিক আদি সকলো ক্ষেত্ৰতে নতুনত্বৰ সন্ধান দিবলৈ সক্ষম হয়। দ্বিতীয় পৰ্বৰ এই নাটকসমূহ হ ল ব্ৰা (১৮৬৬) পিয়াৰগিণ্ট (১৮৬৭) আৰু এমপাৰাৰ এণ্ড গালীলিয়ান (১৮৭)। পদ্যত ৰচিত ক্লাচিকধৰ্মী এই নাটক তিনিখনতো কিছু ৰোমান্টিক ভাবোচ্ছাস থাকিলেও ই তেওঁৰ পৰিণত নাট্য সৃষ্টি বুলি অভিহিত কৰিব পাৰি। দেশত্যাগ কৰাৰ সময়ত নাট্যকাৰ হিচাপে তেওঁ নৰবেৰ মাজতে স্বীকৃত আছিল কিন্তু ব্ৰাণ্ড প্ৰকাশিত হোৱাৰ লগে লগে ইবচেন গোটেই ইউৰোপৰ এজন প্ৰথম শ্ৰেণীৰ নাট্যস্ৰষ্টা হি চাপে স্বীকৃতি লাভ কৰে। ব্ৰাণ্ড নাটকতে কবি হিচাপে ইবচেনে যে কৈ নিজৰ প্ৰতি ভাৰ পৰিচয় দিছে তেনেকৈ বিষয় বস্তুৰ নিৰ্বাচনৰ ক্ষেত্ৰতো তে ও নতুনত্বৰ স্বাক্ষৰ দাঙি ধ ি ছে। পেয়াৰ গে ট নাটকখনেও সেই সময়ৰ নাট্যমোদীসকলক বিশেষভাৱে আকৰ্ষণ ক ৰি লগতে কুৰি শতিকাৰ সমালোচকসকলে ইয়াক ব্ৰাণ্ড কৈ ওপৰত স্থান দিছে। এই দুখন নাটকত আধুনিক বিষয়বস্তুৱে অনন্য ৰূপত প্ৰকাশি উঠে। ব্ৰাণ্ড নাটকত আত্মোপলব্ধিৰ সমস্যা আৰু পাৰিপাৰ্শ্বিক অৱস্থাৰ লগত ব্যক্তিবিশেষৰ যি সম্পৰ্ক তাকেই দুৰ্বোধ্যভাবে প্ৰকাশ কৰাৰ চেষ্টা কৰিছে নাটকৰ নায়কে। পীয়েৰ গ্যাণ্টত দেখুৱা হৈছে সেইটোৱে হ ল আচল নীতি যাৰ ওপৰত নিৰ্ভৰ কৰি নায়কে ৰচনা কৰিছে এক স্বপ্নসৌধ। দুইখন নাটকতে ব শগত সমস্যা আৰু ল ৰালিত পাৰি পাৰ্শ্বিকতাৰ প্ৰভাৱৰ বিষয়ে চিন্তা ব্যক্ত কৰা হৈছে। দুইখন নাটকতে প্ৰেম সম্পৰ্কে চিন্তা ব্যক্ত কৰি কোৱা হৈছে যে স্বৰ্গ আৰু মৰ্ত্ত্যত প্ৰেমেই হৈছে মানুহক উন্নত কৰাৰ একমাত্ৰ হাতিয়াৰ।

পেয়াৰগেণ্টেই ইবচেনৰ শেষ নাট্য কবিতা। ইয়াৰ পাছত লীগ অব ইয়ুথ নাটকৰ পৰাই তে ও গদ্য সংলাপ ব্যৱহাৰ কৰি বাস্তৱবাদৰ বেচি ওচৰ চাপি গৈছে। এই নাটকতে তেওঁ পুৰণি ধাৰাক বিসৰ্জন দিয়ে। ইয়াৰ পাঁছতে আৰম্ভ হয় তৃতীয় পব আৰু ইয়াৰ লগে লগে নতুনত্বৰ বোধন। ১৮৭৭ চনত প্ৰকাশিত হয় এই নতুন ধাৰাৰ নাটক দি পিলাৰচ অব চোচাইটি। ইয়াৰ বাহিৰে তেওঁ ৰচা আন নাটকবোৰ হ'ল এ ডলচ হাউচ

( ১৮৭৯ ) গোষ্টচ (১৮৮১) এন এনিমি অব দি পিপল (১৮৮২) দি ওৱাইল্ড ডাক (১৮৮৪) ৰজমাৰথ চহলম (১৮৮৬) দি লেডী ফ্ৰম দি চী (১৮৮৮) হেড্ডা গেবলাৰ (১৮৯ ) দি মাষ্টাৰ বিল্ডাৰ (১৮৯২) লিটল ইয়লফ (১ ৪) জন গেব্ৰিয়েল বোৰ্কমেন (১ ৯৬) হোৱেন উই ডেড এয়োকেনচ (১৯ )। প্ৰথম যৌৱনত প্ৰেমৰ কাহিনীৰে নাটক ৰচনা কৰা ইবচেনে পৰিণত বয়সত সমাজ স স্কাৰমূলক বৈপ্লৱিক চিন্তাধাৰাপূৰ্ণ নাটকসমূহ ৰচনা কৰিলে। আন্দোলনৰ হোতাৰূপে নিজকে প্ৰতিস্থাপিত কৰে।

'ব্ৰাণ্ড নাটকৰ পৰাই ইবচেনৰ নাটকত আধুনিক চিন্তু ধাৰাৰ সম্যক প্ৰকাশ ঘটিবলৈ ধৰে। পুৰণি চিন্তা আৰু প্ৰথাগত পুৰণি নীতিক আঘাত কৰি লিখা এই নাটকখনত তেও ব্যক্তি স্বাতন্ত্ৰ্যৰ আদৰ্শ দাঙি ধৰিলে। ব্যক্তি স্বাধীনতাৰ এক স্বকীযা ব্যাখ্যা তেওঁ এই নাটকত উপস্থাপিত কৰিছে। তেওৰ মতে ব্যক্তিক সকলো ফালৰ পৰা সমাজ পৰিবেশ আদিয়ে বন্দী কৰি ৰাখে। আৰু এই চিন্তাৰ পৰাই তেওৰ নাটকবোৰত সমাজ চিন্তা নাৰী স্বাধীনতা আদিৰ ধাৰণা সুন্দৰভাৱে প্ৰকাশ পাইছে। এই প্ৰসঙ্গত Mcf 1 ne-এ কৈছে

Much of the fabric of cont mporary society he s w made up f ut dat d tt t d of opini n some thing that was new nq t n appropriate for the n w nd vidu l It ght him up n a mesh f p osp ctiv dut es it sadled him with an intolarable burden of ncumben es largely absolescent it coerced him and bemused him nto a belief that suffering and joylessness were necessarily predominant in the good life Above all Ibsen wa annious to r ive current thinking about what one owed to oneself he noted to the tendency to suppose that any concern for oneself was unworthy

a d he was eager to point o t unstead that a proper c ncern fo one s ourself wa rather one of the preme duty

ব্যক্তি স্বাধীনতাৰ ওপৰত গুৰুত্ব দিবলৈ যোৱাৰ পৰিপ্ৰেক্ষিততে ব্যক্তিক চেপি ধৰি থকা সমাজ পৰিবেশ আদিৰ সমালোচনা দাঙি ধৰাৰ লগে লগে নানা ধৰণৰ সামাজিক আৰু ৰাজনৈতিক অনুশীলনকো তেওঁ সমালোচনা কৰিছে। পাৰিবাৰিক জীৱনবোৰো কেনেকৈ মিছা কপটতা আৰু ভণ্ডামিৰে পৰিপূৰ্ণ তাকো দেখুৱাবলৈ তেওঁ কাৰ্পণ্য কৰা নাই। তেওঁৰ ব্ৰাণ্ড আৰু পিয়েৰ গেণ্ট নাটকৰপৰা এই ধৰণৰ বিভিন্ন সমস্যা তেওঁ উপস্থাপনা কৰিছে। অৱশ্যে সেইবোৰৰ সমাধান দিয়াতো তেওঁৰ মুখ্য উদ্দেশ্য নাছিল। তেওঁ সেই বিলাকলৈ শিল্পীসুলভ দৃষ্টিৰে আঙুলিয়াই দিছে। Mecfarlane এ কৈছে

H was int rested in using d ama t a k questions ath r than supply answ rs that he left undefined pt by mpl cal n th p n pl h f lt m ght h pp ly gov n u t on th r ndiv dual or a c l b ing

অৱশ্যে এই নাটকবোৰৰ মাজেদি তেওঁ কেইটামান মূল সত্য প্ৰতিপাদিত কৰিব খুজিছে। সেইবোৰ হ ল পৰম্পৰা বা কতৃত্বশীল মহলেই একমাত্ৰ সত্য নহয় যুগোপযোগী হৈ ই পৰিবৰ্তিত হবও পাৰে বিবাহ হ ল এক পৰম্পৰ বিশ্বাস আৰু বুজাবুজিৰ মিলন দেশপ্ৰেম মানে এক ভৌগোলিক সীমাৰ মাজত জন্মগ্ৰহণ কৰা কথাতকৈ বেছি ব্যাপক। ধৰ্ম ব্যক্তিগত গ্ৰহণৰ দ্বাৰা সাৰ্থক হয়। সামাজিক ৰাজনৈতিক সাংস্কৃতিক আৰু জাতীয় অনুষ্ঠানবোৰ ব্যক্তিৰ বিশ্বাসৰ দ্বাৰা ৰূপায়িত হ ব

2 Mcfa lan wall j mes Ib Pl y (I tr ) P X

3 Ibid P iv

লাগে। আৰু এই আটাইবোৰে ব্যক্তি স্বাধীনতাৰ দিশটো লৈয়ে প্ৰধান ভাবে আঙুলিয়াই দেখুৱায়।

ব্ৰেণ্ড আৰু পীয়াৰ গেণ্ট নাটকত তেওঁ নৰবেবাসীৰ স কীৰ্ণ জীৱন ধাৰাৰ বিষয়ে অংকন কৰিবলৈ গৈছিল। প্ৰথমখনত অনমনীয় আকে ৰ গোজ মনোবৃত্তিৰ চৰিত্ৰ এটা আৰু পাছৰখনত নীতিহীন উপকৰা স্বাৰ্থ সৰ স্ব চৰিত্ৰ এটা দাঙি ধৰি এই চিত্ৰ সমুজ্জ্বল কৰি তুলিছে। লীগ অব ইয়ুথ নাটকৰ পৰা সামাজিক নাটকৰ আৰম্ভণি হয়। আধুনিক জীবনৰ ছন্দ আৰু গতি প্ৰকৃতিয়ে ইয়াৰ বিষয়বস্তু। তেওঁ ইযাত বিদ্ৰূপ কৰিছে মিছলীয়া আৰু দেশৰ পক্ষে ক্ষতিকৰ ৰাজনৈতিক চক্ৰক। বহুও আকৌ লিবাৰেল পাটি ক বিদ্ৰূপ কৰাৰ কাৰণেই তেওঁ নাটক ৰচন কৰা বুলি ক ব খো জ। অৱশ্যে ইবচেনে কোনো বিশেষ ব্যক্তি বা পৰিবেশক ইযাত অ কিত কৰা বুলি স্বীকাৰ ৰা নাই। তেওঁ কৈছিল Th pl y pu m dy nd n th ng l P pl n N rw y m y ay th t I h v p t y d p f p rsons and cumstan s, b t thı nt though I have us d mod ls wh h ıs n s y f wr t r of om dy a f r paınt or lptor

কুৰুচি কপটতা মিথ্যাচাৰ স্বাৰ্থপৰতা আদি দুষ্ট গোপন ব্যাধিয়ে সমাজ জীৱনক কেনেকৈ অসহনীয় কৰি তোলে প্ৰভুত্ব আৰু ধনতন্ত্ৰৰ যি শোষণ দেশাচাৰ আৰু লোকাচাৰ ধৰ্ম আৰু স স্কাৰৰ যি অনুশাসনে নাৰীৰ মুক্তি জাগৰণৰ সোতক অৱৰুদ্ধ কৰি ৰাখে তাৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰে তেওঁৰ পৰিণত ৰচনা দি পিলাৰচ অব চোচাইটি এ ডলচ হাউচ গোষ্ট এন এনেমি অব দি পিপল ওৱাইল্ড ডাক আদি নাটকত। এইবোৰৰ যোগেদি তেওঁ কষাঘাত কৰিছে মিছা কপটতা আৰু চাতুৰীক। কেনেকৈ ই মানুহৰ জীৱনত ট্ৰেজেডী ঘনীভূত কৰে মানুহক অধংপতিত কৰে আৰু মানুহক তাৰ নিজৰ লগতে ছলনা কৰিবলৈ বাধ্য ক ৰয় তাকেই তেওঁ এইবোৰত দেখুৱাইছে।

দি পিলাৰচ অব্ চোচাইটি' নাটকত জনজীৱনত মিছাৰ ভূমিকা কিমান তাকেই দেখুৱাই বাণিক চৰিত্ৰৰ মাজেদি। সমাজৰ এই নেতাবোৰে সজ্ঞানে কেনেকৈ নিজৰ দোষ আনৰ ওপৰত জাপি দি প্ৰত্যেকৰে সন্মান আৰু শ্ৰদ্ধাৰ পাত্ৰ হৈ থাকে তাকে দেখুৱাইছে। পাৰিবাৰিক জীৱনবোৰ কিমান মিছা আৰু ভণ্ডামিৰ ওপৰত প্ৰতিষ্ঠিত তাকো উপস্থাপিত কৰিছে নাটকত। নাৰী মুক্তিৰ আদৰ্শ এই নাটকত ফুটাই তোলা হৈছে।

ইবচেনে পাৰিবাৰিক জীৱনবোৰক কেইবাখনো নাটকত চালি জাৰি চাই ব্যক্তিসত্তাৰ স্বাধীনতাৰ বাটত ই কেনেকৈ অন্তৰায় সৃষ্টি কৰে তাৰ বিষয়ে চিন্তা ব্যক্ত কৰিছে। এ ডলচ হাউচ নাটকত এই ঘৰেই হ'ল কপটতাৰ স্বেচ্ছাচাৰতাৰ উৎস। Mcfarlane-এ কৈছে Th mo sp f lly d mestı a p cts of hom are taken up nd scrut nı ed n A D ll H Here as ın ts other sen e home ı se n as ınst tutıon that tends to nh bıt the dev lopm nt f the a thentıc self গোষ্টচ নাটকত যি বিবাহ পদ্ধতিক পৱিত্ৰ বুলি ইমান দিনে গৃহীত হৈ আছিল তাক হেয় প্ৰতিপন্ন কৰা হৈছে। নাট্যকাৰে ইয়াত নাৰী-পুৰুষৰ অবৈধ মিলনকো সমৰ্থন কৰিছে। ধৰ্ম আৰু সংস্কাৰে মানুহক কেনেভাৱে পঙ্গু কৰে তাৰ এক প্ৰমাণ হ'ল এই নাটৰ মিচেচ আলভিং চৰিত্ৰ। যাজক ম্যানডাৰচ ইয়াত ধৰ্মান্ধতাৰ প্ৰতীক। তেওঁ মিচেচ আলভিংৰ প্ৰেমক অগ্ৰাহ্য কৰি চৰিত্ৰহীন লম্পট স্বামীৰ ওচৰত আত্ম সমৰ্পণ কৰিবলৈ তেওঁক বাধ্য কৰাইছিল। স্বামীক এক সৎ পথলৈ ওভোটাই অনাৰ সকলো দায় দায়িত্ব মিচেচ আলভিংৰ ওচৰত জাপি দি এক আত্মপ্ৰসাদ লাভ কৰিছিল।

গোষ্টচ নাটক প্ৰকাশিত হোৱাৰ লগে লগে এক তুমুল আলোড়নৰ সূত্ৰপাত হয়। সমাজৰ বহু মানুহৰ স্বাৰ্থত আঘাত লগাত নাট্যকাৰক তেওঁলোকে জনগণৰ শত্ৰু বুলি ক'বলৈও কুণ্ঠাবোধ নকৰিলে। ইয়াৰ পাছতে তেওঁ ৰচনা কৰিলে প্ৰখ্যাত নাটক এন এনেমি অব দি পিপল।

ইয়াত তেওঁ গণতন্ত্ৰৰ দৰে অনুষ্ঠানৰ অসাৰ্থকতা প্ৰতিপন্ন কৰিছে। ৰাজনৈতিক দলবোৰে যে দলৰ স্বাৰ্থত দেশৰ স্বাৰ্থক বলি দিয়ে তাকে তেওঁ দেখুৱাব খুজিছে। এই বিষয়ে ইবচেনে নিজে কৈছে

I can not stand politicians ! I ve had all I can take of them They re lake goats in a pl ntation f young trees ! They destroy everything ! The most dangerous enem es of tr th and freedom a the m jority Yes the solid l beral bloody majoriry—they re the nes we have to fear

এনেদৰে ইবচেনে তেওঁৰ প্ৰত্যেকখন নাটকতে আধুনিক জীৱন চেতনা প্ৰকাশ কৰি ব্যক্তিৰ স্বাধীনতাৰ প্ৰশ্নটো জুকিয়াই চাইছে। আধুনিক জীৱন চেতনাৰ লগত মিলাই নাটকীয় চৰিত্ৰবোৰো অংকন কৰিছে। বহিৰ্দ্বন্দ্বৰ সংঘাতত‌কৈ অন্ত দ্বন্দ্বৰ দ্বাৰা এই চৰিত্ৰবোৰ জটিল। চৰিত্ৰবোৰৰ ওপৰত সমাজ পাৰিপাৰ্শ্বিকতা মনস্তত্ত্ব এইবোৰৰ ভিন্ন প্ৰতিক্ৰিয়া তেওঁ সমুজ্জল কৰি তুলিছে।

ইবচেনৰ নাটকত ঘটনাৰ সমাবেশ নাই। নাটকীয় কাৰ্য্যতকৈ বেছি গুৰুত্ব দিয়া হৈছে চৰিত্ৰবোৰে কথোপকথনৰ যোগেদি সমস্যা একোটাক চালি জাৰি চোৱাটোক। সেয়ে তেওঁৰ নাটকত স লাপৰ গুৰুত্ব বেছি। আগৰ নাটকত ব্যৱহৃত হোৱা ছন্দোবদ্ধ স লাপ স্বগতোক্তি কাষৰীয়া উক্তি আদি তেওঁ পৰিহাৰ কৰে। পেয়াৰ গণ্টেই তেওঁৰ শেষ নাট্যকাব্য। ইয়াৰ পাছত ৰচিত লীগ অব ইয়ুথ নাটকৰপৰা তেও গদ্য স লাপ ব্যৱহাৰ কৰিবলৈ লয়। ইবচেনে বুজিছিল আধুনিক উপন্যাসৰ দৰে নাটকৰ সংলাপ কথ্য ভাষাৰ ওচৰ চপা হব লাগে। গদ্য সংলাপক যিমান সহজ আৰু স্বাভাৱিকভাৱে ব্যৱহাৰ কৰিব পাৰি তাৰেই প্ৰকৃষ্ট উদাহৰণ হ ল তেওঁৰ পৰৱৰ্তী নাটকবোৰ। এই প্ৰসঙ্গত উইলিয়াম আৰচাৰে মন্তব্য কৰিছে

Having new out grown his youthful romanticism,

and laid down in Brand and Peer Gynt the funda mental position of his criticism of life, he felt that to carry c ticism nto detail he must come to closer quarter w th reality and to that end he eq ired a s p r instrument than verse ( Introduction of the L ague of youth )

সংলাপৰ উপৰিও ইবচেনৰ নাটকৰ এক বৈশিষ্টপূৰ্ণ দিশ হ ল পটভূমিক বাস্তৱ কৰি তুলিবলৈ দৃশ্যপটৰ পুঙ্খানুপুঙ্খ বৰ্ণনা। তেওৰ নাটকৰ মঞ্চ নিৰ্দেশনাবোৰত সুন্দৰভাৱে দিয়া হৈছে।

অসমীয়া আধুনিক নাটকত ইবচেনীয় ৰীতিৰ প্ৰভাৱ পৰিবলৈ আৰম্ভ কৰে জ্যোতিপ্ৰসাদ আগৰৱালাৰ নাটকসমূহৰ পৰা। তেওঁ কাৰেঙৰ লিগিৰী নাটকত পৌৰাণিক নাটকৰ অতিপ্ৰাকৃত পৰিবেশ নাইবা ৰোমাণ্টিক আতিশৰ্য প্ৰকাশ পোৱাৰ পৰিৱৰ্তে বাস্তৱ সমস্যাই মূৰ দাঙি উঠিছে। প্ৰাচীন ৰীতি-নীতি সংস্কাৰ আৰু নতুন আদৰ্শৰ মাজৰ দ্বন্দ্ব এই নাটকৰ মুখ্য উপজীব্য। প্ৰাচীন সংস্কাৰে কেনেকৈ মানৱ অগ্ৰগতিৰ পথত বাধা দি জীৱন বিষময় কৰি তোলে তাকেই এই নাটত দেখুওৱা হৈছে সুন্দৰ কোঁৱৰ কাঞ্চনকুমাৰী শেৱালীৰ প্ৰেমৰ ত্ৰিভুজাত্মক কাহিনীৰ যোগেদি। নাট্যকাৰে নিজেও এই কথাকে উল্লেখ কৰি কৈছে

ইয়াৰ Underlying idea হৈছে সেই সনাতন সুন্দৰতাৰ বৈপ্লৱিক মনটো যি বৈপ্লৱিক প্ৰগতিৰ বাটত যাব খোজে সি তাৰ অন্তৰায়বোৰৰ সৈতে কেনেকৈ সংঘাত কৰে আৰু তাৰ প্ৰতিষ্ঠাৰ বাবে সি কেনেকৈ সামাজিক প্ৰথা শ্ৰেণী ব্যৱস্থা ইত্যাদি সকলো গছকি পেলাবলৈকো নিৰ্মম ভাৱেই প্ৰস্তুত তাকো দেখুৱা হৈছে। ইয়াৰ উপৰিও বৈপ্লৱিক মনস্তত্বই প্ৰণয় আৰু শ্ৰেণী ক্ষেত্ৰত কেনেকৈ সত্যৰ বাবে সৰ্বস্ব ত্যাগ কৰি মানৱ প্ৰগতিৰ বাটত আগবাঢ়ে তাকো দেখুৱাবলৈ চেষ্টা কৰা হৈছে।

এই নাটকৰ চৰিত্ৰবোৰো অন্ত সংঘাতেৰে সমুজ্জল। সুন্দৰ কোঁৱৰ চৰিত্ৰত তেওঁ একালে আভিজাত্যৰ গৰ্ব আৰু আনকালে বৈপ্লৱিক দৃষ্টি

ভঙ্গীৰ সন্ধান দি ইয়াক জটিল কৰি তুলিছে। ঘটনা সন্নিবেশৰ ক্ষেত্ৰত সময়ে সময়ে ৰোমাণ্টিক ভাবাদৰ্শৰ প্ৰাধান্য ঘটিলেও প্ৰায় ঘটনাক তেওঁ স্বাভাৱিকভাৱে আগবঢ়াই নিছে। এই নাটকত তেওঁ ছন্দোবদ্ধ সংলাপ পৰিহাৰ কৰি গদ্য সংলাপ ব্যৱহাৰ কৰিছে। সাধাৰণ কথ্য ভাষাই ইয়াত আৱেদনশীলতা আৰু অভিনবত্বৰে সমুজ্জ্বল হৈ উঠিছে। এই নাটকৰ দৃশ্য সজ্জাৰ পুঙ্খানুপুঙ্খ বৰ্ণনা দাঙি ধৰা হৈছে।

কাৰেঙৰ লিগিৰীৰ কল্প লোকৰ সৌন্দৰ্য্য লভিতাত পোৱা নেযায় যদিও ৰচনা সংলাপ আদিৰ ক্ষেত্ৰত ই বাস্তৱবাদী নাটকৰ কাষ চাপি গৈছে। খনিকৰ নাটকত অসমীয়া সমাজত শিল্প প্ৰতিভাৰ বিকাশৰ হে অনুকূল পৰিবেশ নাই তেনে এক বাস্তৱ সমস্যাত আলোকপাত কৰা হৈছে। ৰূপালীম নাটৰ কাহিনী কাল্পনিক হলেও বাস্তৱধৰ্মী নাটকৰ সংলাপ মঞ্চসজ্জা আদিৰে ইয়াক এখন বাস্তৱবাদী নাট্যকলৈ ৰূপান্তৰিত কৰাৰ প্ৰয়াস কৰা হৈছে। সাধাৰণতে বাস্তৱবাদী নাটকত গীতৰ ব্যৱহাৰ কৰা নহয় যদিও সুন্দৰৰ শিল্পী জ্যোতিপ্ৰসাদে তেওঁৰ প্ৰায় ভাগ নাটকতে গীত সন্নিবিষ্ট কৰাতো বিশেষ মন কৰিবলগীয়া।

জ্যোতিপ্ৰসাদৰ পাছত কেইবাজনো অসমীয়া নাট্যকাৰে ইবচেনীয় ৰীতিৰ বিষয়বস্তু সংলাপন পদ্ধতি আদি নাটকত ব্যৱহাৰে কৰা দেখিবলৈ পোৱা যায়। প্ৰবীন ফুকনে বিশ্বৰূপা নাটকত দাম্পত্য জীৱন সম্পৰ্কে চিন্তা ব্যক্ত কৰিছে। সত্যপ্ৰসাদ বৰুৱাই জৱলা মৃণালমাহী শিখা জ্যোতিৰেখা নায়িকা নাট্যকাৰ আদিত বিভিন্ন পাৰিবাৰিক সমস্যা আৰু সামাজিক সমস্যাৰ উপস্থাপন কৰিছে। চৰিত্ৰবোৰৰ মনস্তাত্বিক অধ্যয়নো তেও সফলভাৱে কৰিব পাৰিছে। হিমেন বৰঠাকুৰে বাঘ নাটকত কেনেকৈ সামাজিক দুৰ্নীতিৰে এশ্ৰেণী লোকে আত্মস্বাৰ্থ পূৰণ কৰে তাক প্ৰতীকৰ মাজেৰে সুন্দৰভাৱে প্ৰকাশ কৰিছে। এই নাট্যকাৰ সকলে নাটত সংলাপ দৃশ্য সজ্জা আদিৰ ক্ষেত্ৰত ইবচেনীয় ৰীতিৰ দ্বাৰা প্ৰভাৱিত হোৱা দেখা যায়।

# ঔপন্যাসিক স্কট আৰু ৰজনীকান্ত বৰদলৈ

উপন্যাস বাস্তবতাৰ শিল্প। ঔপন্যাসিকৰ কাম হ'ল অন্তৰ্বিষয়ৰ প্ৰকাশ সমুজ্জ্বল কৰি চৰিত্ৰবোৰক আচাৰ ব্যৱহাৰেৰে নিজকে নিজে প্ৰস্ফুটিত হ'বলৈ দিয়া। আনহাতে ৰোমাঞ্চক বাস্তৱতা প্ৰধান চত নহয়। ইয়াত অলৌকিক অতিপ্ৰাকৃত আৰু আকস্মিকতাৰ দ্বাৰা চমৎকাৰিত্বপূৰ্ণ ঘটনাৰ সন্নিবেশ ঘটোৱা হয়। তথাপিও উপন্যাস বাস্তৱ আৰু ৰোমাঞ্চৰ অপূৰ্ব সমন্বয়ত ৰচিত হ'ব পাৰে। আৰু তেনে উপন্যাসৰ ৰচক হিচাপে চাৰ ওৱাল্টাৰ স্কটে ইংৰাজী সাহিত্যত এক বিশেষ স্থান অধিকাৰ কৰে।

স্কট ৰোমাণ্টিক যুগৰ প্ৰসিদ্ধ লিখক। জন্ম তেওঁৰ এডিনবাৰ্গত যি স্কট দেশীয় মহত্ত্ব আৰু গৌৰৱেৰে সমুজ্জ্বল। সৰুৰপৰা তেওঁ আছিল ৰুগ্ন। তেওঁৰ দুৰ্বল মনত সততে খেলা খেলিছিল কল্পনাই। তিনি বছৰ বয়সতে তেওঁক পঠিয়াই দিয়া হৈছিল ককাকৰ গাওঁলৈ। তাৰ পৰিবেশেও তেওঁৰ মনত ৰোমাঞ্চৰ ৰহন সিচিছিল। তাতেই ঘাহনিত শুই শুই তেওঁ শুনিছিল ভেৰাৰখীয়াবোৰৰ মুখৰপৰা বিভিন্ন কাহিনী। আইতাকে তেওঁক শুনাইছিল পুৰণি লোকসঙ্গীত আৰু লোক কাহিনীবোৰ।

স্কটৰ স্বাস্থ্যৰ উন্নতি হোৱাৰ লগে লগে তেওঁ স্কুললৈ যাবলৈ আৰম্ভ কৰে। লেটিন তেওঁ ভালকৈ আয়ত্ত কৰিছিল যদিও যুদ্ধবিদ্যা আৰু সাতোৰ খেলাতো তেওঁ পাৰদৰ্শিতা দেখুৱাইছিল। তেৰ বছৰ বয়সত তেওঁ পৰিচিত হয় পাৰ্চিৰ ৰেলিকচ টাছোৰ ৰোমাঞ্চ আৰু স্পেন্সাৰৰ ফেয়াৰী কুইনৰ সৈতে। এইবোৰৰ অধ্যয়নে তেওঁক ৰোমাঞ্চ ধৰ্মী কাহিনীৰ প্ৰতি গভীৰভাৱে আকৰ্ষিত কৰে আৰু তেওঁ বন্ধু-বান্ধৱৰ আগত তেনে ধৰণৰ কাহিনী কৈ বিশেষভাৱে জনপ্ৰিয় হৈ পৰে। আনকি তেওঁ উকীল হোৱাৰ পাছতো ওকালতিতকৈ কাহিনী কথকতাৰ প্ৰতিহে বিশেষ মনোনিৱেশ কৰে আৰু সেই দিশত পাৰদৰ্শিতা লাভ কৰে।

স্কটে ডেকা কালত বিভিন্ন ঠাই ভ্ৰমণ কৰি স্কটদেশীয় জীৱনধাৰা সম্পৰ্কে যথেষ্ট অভিজ্ঞতা আহৰণ কৰে। জাৰ্মান সাহিত্যৰ প্ৰতিও তেওঁ

এই সময়তে বিশেষভাৱে আকৰ্ষিত হৈ পৰে। আৰু জাৰ্মান লোকগাঁথা সমূহ অনুবাদ কৰিবলৈ লয়। স্কট এই সময়তে কবি জেমচ হগৰ দ্বাৰাও প্ৰভাৱিত হয় আৰু লাহে লাহে মৌলিক কাব্য ৰচনাত প্ৰবৃত্ত হয়। জনপ্ৰিয় বেলাডৰ আৰ্হিত তেওঁ কাব্য ৰচনা কৰিবলৈ ধৰে। কিন্তু কবিয়ে যেন গভীৰভাৱে কাব্য সাধনাত প্ৰবৃত্ত হ ব পৰা নাছিল। কবিয়ে নিজেও তেওঁৰ কাব্যিক প্ৰতিভা সম্পৰ্কে সন্দিহান আছিল। তেওঁ নিজৰ কবিতা সমূহ বৰ উচ্চ পৰ্য্যায়ৰ বুলি জ্ঞান কৰা নাছিল। তেওঁৰ প্ৰথম কাব্যগ্ৰন্থ 'দি লে অব দি লাষ্ট মিনষ্ট্ৰেল (The Lay of the Last M n tr l প্ৰকাশ হোৱাৰ পাছত তেওঁৰ জীয়েকক কাব্যখন পঢ়িছে নে নাই এই বুলি কোনোবাই প্ৰশ্ন কৰাত তেওঁ হেনো কৈছিল— নাই পঢ়া দেউতাই কৈছে ডেকা ডেকেৰীৰ বাবে বেয়া কবিতা পঢ়াতকৈ হেনো আৰু বেয়া কাম একো নাই।

কিন্তু স্কটৰ কাব্যক জনপ্ৰিয় কৰি তোলা উপাদানবোৰকে সজাই পৰাই কবি বায়ৰণে যেতিয়া তেওঁৰ প্ৰখ্যাত কাব্যগ্ৰন্থ চাইল্ড হেৰল্ড ৰচনা কৰিলে আৰু তেওৰ কাব্যই স্কটৰ কাব্যক চেৰাই গ ল স্কটে কাব্য সাধনা বাদ দি এইবাৰ উপন্যাস ৰচনাত লাগিল। ইতিমধ্যে আধা লিখাকৈ থৈ দিয়া উপন্যাস ওৱাভেৰলে (Waverl y) তেও সম্পূৰ্ণ কৰিলে। আগতে কাব্যত কাহিনী ৰচা স্কটে গদ্যত ৰচনা কৰিলে মনোৰম কাহিনী। ১৮১৪ চনত এই উপন্যাসখন প্ৰকাশ পালে তেওৰ নাম নোহোৱাকৈ। ১৮২৬ চনলৈ লিখা উপন্যাসবোৰত তেওঁ নিজৰ নাম গোপন কৰি ৰাখিছিল আৰু সেইবোৰ প্ৰকাশ কৰিছিল ওৱাভেৰলে ৰচকৰ দ্বাৰা প্ৰণীত ( By the author of Waverley ) বুলি। সেই উপন্যাসবোৰক দি ওৱাভেৰলে নভেলচ নামেৰে জনা যায়। এই শ্ৰেণীৰ উপন্যাসবোৰৰ জনপ্ৰিয়তা ক্ৰমাগতভাৱে বাঢ়ি গ ল আৰু এজন ঐতিহাসিক ঔপন্যাসিক হিচাপে স্কট সুপ্ৰতিষ্ঠিত হৈ পৰিল। স্কটৰ উল্লেখযোগ্য উপন্যাসসমূহ হ'ল ওল্ড মৰ্টালিটি ( Old Mortahty ১৮১৬ ), 'ৰব ৰয় ( Rob Roy ১৮১৭ 'দি ) হাৰ্ট অব মিডলোথিয়ান'

(The Heart of Midlothian ১৮১৮) আইভান হো (Ivanhoe ১৮১৯) কেনিলৱৰ্থ (Kenilworth) দি টালিচমেন (The Talis man ১৮২৫) দি মোনাষ্টেৰী (The Monastery ১৮২ ) আদি।

স্কট মুখ্যত ঔপন্যাসিক যদিও কবি হিচাপে খ্যাতি লাভ কৰা তেওঁৰ কাব্য গ্ৰন্থবোৰ হ'ল দি লে অব দি লাষ্ট মিনষ্ট্ৰেল (The Lay of the Last Ministr 1 ৮ ৫) মাৰমিয়ন (Marmion ১৮ ৮) আৰু দি লেডী অব দি লেক (The Lady of the Lake ১৮১ ) ইয়াৰ উপৰিও তেও জীৱনী কাহিনী সংকলন গীতি সংকলন আৰু পুৰাতাত্বিক আৰু বুৰঞ্জীমূলক অধ্যয়ন সম্পৰ্কীয় ৰচনা প্ৰকাশ কৰে। গোপনভাৱে উপন্যাস লিখা সময়তে তেওঁ বিবিধ সাহিত্য ৰচনা কাৰ্য্যত জড়িত হৈ পৰিছিল বুলি সমালোচকসকলে অনুমান কৰে।

স্কটকেই প্ৰকৃতাৰ্থত ই ৰাজী সাহিত্যৰ প্ৰথম সাৰ্থক ঐতিহাসিক ঔপন্যাসিক আখ্যা দিব পাৰি। স্কটৰ পূৰ্ববৰ্ত্তী উপন্যাসিকসকলে সম সাময়িক জীৱনৰ ঘটনাৰ অৱলম্বনত উপন্যাস ৰচনা কৰিছিল। স্কটে তেওঁৰ অপূৰ্ব শক্তিৰ দ্বাৰা সমসাময়িক জীৱন আৰু অতীতৰ এক যোগসূত্ৰ স্থাপন কৰিলে। তেওঁৰ অমৰ ৰচনাসমূহৰ যোগেদি মৃত অতীতক তেওঁ জীৱন্ত কৰি তুলিছে আইভান হো কেনিলৱৰ্থ দি হাৰ্ট অব মিডলোথিয়ান আদি উপন্যাসত। এই উপন্যাসবোৰ ৰোমাঞ্চকৰ চিত্ত চমৎকাৰিত্বৰে সমুজ্জ্বল। বাস্তৱ আৰু ৰোমাঞ্চ সংমিশ্ৰিত হৈ এইবোৰে অপৰূপ ৰূপ ধাৰণ কৰিলে। স্কটৰ আগৰ ঔপন্যাসিকসকলৰ আছিল কল্পনাৰ দৈন্য যাৰ ফলত বুৰঞ্জীৰ ঘটনাবোৰক অথবা চৰিত্ৰবোৰক বৰ্ত্তমান যুগৰ পৰা অৱলোকন কৰি তাৰ যথাযথ তাৎপৰ্য্য ধৰিব পৰা নাছিল। স্কটে আনহাতে নিজ সময়ৰ পটভূমিত অতীতক প্ৰতিষ্ঠা কৰি তাক বাস্তৱধৰ্মী ৰূপত সজাই পৰাই তুলিছিল। ওঠৰ শতিকাৰ শক্তিশালী লেখকসকলে অতীতৰ যুগবোৰক সমালোচনা কৰিছিল নিজৰ যুগৰ জগত বিজনি কৰি। অতীত যুগৰ মানদণ্ড সম্পৰ্কে তেওঁলোকৰ ধাৰণা আছিল কল্পলোকসদৃশ। আনহাতে স্কটে বুৰঞ্জী সম্পৰ্কে কৰা ধাৰণাৰ বিষয়ে পৰিচয় দিবলৈ গৈ

প্ৰখ্যাত সমালোচক কাৰ্লাইলে কৈছে যে অতীতক তেওঁ কেৱল মৃত মানুহ আৰু নথিপত্ৰৰ সমষ্টি বুলি ভবা নাছিল। তেওঁৰ ভাষাত

These historical novel have fought all men this truth which looks like a truism and yet was as g od unknown to the writ rs of history and other t ll so t ught th t th bygon g s f th w rld w r ctually filled by l v ng m n not by t t paper ontrov r i s and ob tractions of men It is a gr at service f rtile in consequence thi that Scott has done a great truth laid upon by him

জাৰ্মান ৰোমাঞ্চ ৰচকসকলক নাইবা ইংৰাজ কবি কলেৰিজক যেনেকৈ মধ্য যুগৰ ৰহস্যময়তাই আকৰ্ষণ কৰিছিল স্কটক ই তেনেকৈ আকৰ্ষণ কৰা নাছিল। কৰিছিল তাৰ বাহ্যিকতাই। ডাণ্টেই যেনেকৈ মধ্যযুগৰ আত্মাক তেওঁৰ কাব্যৰ মাজেদি প্ৰকাশ কৰিছে সেয়াও তেওঁৰ উপন্যাসত অনুপস্থিত। পূৰ্ববৰ্ত্তী লেখকসকলৰ ৰোমাণ্টিক চেতনা ইংৰাজী লোকগাঁথা সমূহৰ সৌন্দৰ্য্য জাৰ্মান ৰোমাণ্টিচিজিমৰ যাদু প্ৰকৃতিৰ বৰ্ণাঢ্য আৰু উদাত্তৰূপে তেওঁক বিশেষভাৱে আকৰ্ষণ কৰে। পাৰ্চীৰ বেলিকচ গেটেৰ গোৱেটৰ বেডিক্লিফৰ উপন্যাস আৰু কলিনচৰ কবিতাবোৰে তেওঁৰ অতীত দৃষ্টিভঙ্গীক এক অনন্য ৰূপ দিয়ে। অতীতৰ যিবোৰ ৰুগ্নতা আৰু আচহুৱা ভাব তেওঁ সম্পূৰ্ণ ৰকমে পৰিহাৰ কৰিছিল। এক বিশাল পটভূমিত তেওঁ অতীতক প্ৰতিষ্ঠা দিছিল কাৰণেই বহু সময়তে পূৰ্ব লেখকসকলৰ সূক্ষ্ম দৃষ্টিভঙ্গী তেওঁ আহৰণ কৰিব পৰা নাছিল।

অতীতক আচহুৱা ভাৱটোৰ পৰা মুক্ত কৰিবলৈয়ে তেওঁ বহু দূৰলৈ উভতি নেযায়। তেওঁৰ উপন্যাসৰ বিষয়বস্তু, কাহিনী ঘটনা আদি তেওঁতকৈ প্ৰায় এশ বছৰমান আগৰ কালৰ ঘটনা। সেই ঘটনাৰ লগত জড়িত কোনো লোকৰ লগত হয়তো তেওঁ লগ পাইছিল আৰু তাৰ ফলতেই সেইবোৰ হৈ পৰিছিল বাস্তৱধৰ্মী। তেওঁ অতীতৰ বুকুত বৰ্ত্তমানক প্ৰতিষ্ঠা কৰি

তাক আৰু বেছি বিশ্বাসযোগ্য কৰি তুলিছিল। নিজৰ সমসাময়িক জীৱন চেতনাৰ আধাৰত অতীতৰ সেই জীৱনক তেওঁ জুকিয়াই চাইছিল। তাৰোপৰি জীৱনৰ যি সাৰ্বজনীন আৱেদন সেইবোৰ ফুটাই তোলাৰ ফলত অতীত আৰু বৰ্ত্তমানৰ মাজৰ সীমাৰেখা মোচ খাই গৈছিল। অতীতৰ সেই পটভূমিৰ বুকুত হৃদয় স বাদী প্ৰেম প্ৰণয়ৰ কাহিনীবোৰ তেওঁ ফুটাই তোলাত সেইবোৰ প্ৰাণস্পৰ্শী হৈ পৰিছিল। তেওঁ অতীতৰ বুৰঞ্জীমূলক চৰিত্ৰ বাৰৰ কাষে কাষে সৰ্বসাধাৰণ মানুহৰ জীৱনৰ চিত্ৰও প্ৰস্ফুটিত কৰি তুলিছিল। এফালে সম্ভ্ৰান্ত চৰিত্ৰবোৰ আনফালে সৰ্বসাধাৰণ জীৱন চিত্ৰ উপন্যাসত তেওঁ যুগপৎ অ কন কৰিবলৈ যোৱাৰ ফলতে সেইবোৰ জীৱন্ত হৈ পৰিছিল। অতীতৰ ঐতিহাসিক ঘটনাবোৰক মানুহৰ জীৱনৰ লগত জড়িত কৰি প্ৰকাশ কৰা কাৰণে ইতিহাস গৈ সু সাহিত্যত পৰিণত হৈছে।

চাঁৰ ওৱ ল্টাৰ স্কটে বুৰঞ্জীক এনেদৰে সুখপাঠ্য সাহিত্যলৈ ৰূপান্তৰ কৰিবপৰা কৌশলে ৰোমাণ্টিক যুগৰ কেইবাজনো লিখকক বিশেষ ভাৱে উৎসাহিত কৰিছিল। তেওঁৰ উপন্যাসসমূহে বৰদলৈক বিশেষভাৱে অনুপ্ৰাণিত কৰে। এই কথা বৰদলৈদেৱে নিজে স্বীকাৰ কৰি কৈছে

এদিন আমি ৰঙিয়াত মাটি পত্তন কৰি ফুৰোঁতে পুৱপাৰ মৌজাৰ পুঠিমাৰী নামেৰ নৈৰ পাৰত বৰ্ত্তমান বাইহাটা ৰেলষ্টেচনৰ উত্তৰে ছয় মাইল আঁতৰত বঙ্গিয়া আৰু ছুৱাৰাপাৰা মৌজাত এডোখৰ মনোৰম ঠাই পাই তাতে ছুপৰীয়া অলপ পৰ জিৰাইছিলোঁ। কলেজত থাকোঁতে চাৰ ওৱাল্টাৰ স্কটৰ নভেল শ্ৰেণী বঙ্কিমচন্দ্ৰ চেটাৰ্জীৰ উপন্যাস শ্ৰেণী পঢ়িছিলোঁ। এই ঠাইৰ সিফালে পাহাৰ দেখি আৰু আমাৰ অসমত সকলো ঠাইতে নদী-নলা নিজৰা বিল পুখুৰী পাহাৰ জাৰণি এই বিলাকলৈ মনত পৰি চাৰ ওৱাল্টাৰ স্কটৰ সেই High land (ওখ ঠাই) Low land ( নামনি ঠাই ) ইত্যাদি বিলাকলৈ মনত পৰিছিল। ভাব হৈছিল হায়! মোৰ অসম জননী। তুমি কেনে প্ৰকৃতিৰ কাম্য কানন। তোমাৰ কোলাত স্কটলেণ্ডৰ দৰে High land, Low land Hills, Dals, Lakes

সকলোবিলাক আছে। অতীত কালৰ বুৰঞ্জী নানা ঘটনাৰে পৰিপূৰ্ণ কিন্তু তোমাৰ এই সমস্ত স্বাভাৱিক সৌন্দৰ্য্য বৰ্ণাবলৈ অতীতৰ বুৰঞ্জীৰ উপন্যাস লিখিবলৈ চাৰ ওৱাল্টাৰ স্কটৰ নিচিনা বা বঙ্কিম চেটাৰ্জীৰ দৰে উপন্যাসকাৰ বা প্ৰতিভাশালী সাহিত্যিক ক ত ? ( দন্দুৱা দ্ৰোহৰ পাতনি )

স্কটে উপন্যাসবোৰৰ মাজেদি অতীতৰ ছবি উজ্জ্বল কৰি তোলাৰ দৰে বৰদলৈয়েও অতীত অসমৰ ছবি সমুজ্জ্বল কৰি তুলিছে উপন্যাসবোৰত। অতীত অসমৰ শৌৰ্য্য-বীৰ্য্য ভুল ক্ৰুটি দেশাচাৰ লৌকিক অনুষ্ঠান আদিৰ চিত্ৰও তাৰ মাজত তেওঁ সমুজ্জ্বল কৰি তুলিছে। অতীত অসমত ঘটা যুগান্তকাৰী ঘটনাৰ ভিতৰত মানৰ আক্ৰমণে তেওক বিশেষভাৱে আকৰ্ষণ কৰিছিল। এই মানৰ আক্ৰমণৰ ঘটনা বৰ বেছি অতীতৰ ঘটনা নহয়। সেয়ে স্কটক আকৰ্ষণ কৰাৰ দৰে এই ওচৰৰ অতীতে তেওক বিশেষভাৱে আকৰ্ষণ কৰিছিল। আৰু তাৰেই পটভূমিত সেই সময়ৰ অসমীয়া জীৱন চিত্ৰ সজীৱ কৰি তুলিছে। সেই ঘটনাৰ লগত নৰ-নাৰীৰ প্ৰেম প্ৰণয়ৰ চিত্ৰকো জড়িত কৰি তাক আৰু বেচি আবেগময় কৰি তুলিছিল। অসমৰ জাতীয় জীৱন মানৰ আক্ৰমণে বিশেষ ধৰণে জটিল কৰি পেলাইছিল। এই মানৰ আক্ৰমণ অসমীয়া মানুহৰ হিংসা দ্বেষ খিয়লা খিয়লিৰ কাৰণেই হ বলৈ পাইছিল। গতিকে সেই ঘটনাক সোৱৰাই দি অসমীয়া জাতীয় জীৱনক একতা সুতাৰে গাথি এক সবল জাতি হিচাপে গঢ়ি তুলিব খোজা আকাংক্ষা সাহিত্য সৃষ্টিৰ মাজ সমুজ্জ্বল হৈ উঠিছিল আৰু সেই বাবেই সময় সুবিধা বুজি জাতীয় চৰিত্ৰক সংশোধন কৰাৰ কাৰণে মন্তব্য বা দৃষ্টান্ত দাঙি ধৰিছিল।

দুই এখন উপন্যাসত অৱশ্যে মানৰ আক্ৰমণৰ আনৰ কালৰ ঘটনা সন্নিবিষ্ট কৰিছে। অসমৰ জাতীয় জীৱনক দুৰ্বল কৰি তোলা বিদ্ৰোহৰ কাহিনী তাত প্ৰকাশ কৰিছে আৰু লগতে অসমীয়া নৰ নাৰীৰ সাহস আৰু কাৰ্য্যৰ কথাও তাত তুলি ধৰি জাতীয় প্ৰেৰণা সঞ্চাৰ কৰিছে। এই উপন্যাস বাৰ ৰচনা কৰোঁতে বুৰঞ্জীৰ লগতে জনশ্ৰুতি জনবিশ্বাস বেলাড আদিৰ ওপৰত তেওঁ নিৰ্ভৰ কৰিছিল। নৱন্যাস যুগত বুৰঞ্জীৰ প্ৰতি এক

বিশেষ সমাদৰ গঢ়ি উঠাত স্কটে বুৰঞ্জীৰ এক বিৰাট জ্ঞান লাভ কৰাৰ দৰে বৰদলৈয়েও আহোম যুগত ৰচিত হোৱা বুৰঞ্জীবোৰ পাঢ়িছিল কিন্তু তেওঁ সদায় বুৰঞ্জীৰ ওপৰত নির্ভৰ কৰি কাহিনী গঢ়ি তোলা নাই। নিজস্ব কল্পনাৰ আলোকত নানা চৰিত্ৰ আদিৰ ৰূপ দিবলৈ যোৱাৰ ফলত সেইবোৰ সাহিত্যিক ৰসসমৃদ্ধ হৈ উঠিছে। বুৰঞ্জীৰ মূল ঘটনাবোৰৰ আলমত উপন্যাস ৰচিবলৈ যোৱাহেঁতেন সেইবোৰ হয়তো তথ্য সর্বস্ব হৈ ৰসাস্বাদনত ব্যাঘাত ঘটালেহেঁতেন।

স্কটৰ উপন্যাসত অতীত প্ৰেমৰ লগতে স্বদেশৰ প্ৰেমো ফুটি ওলাইছে। দেশৰ প্ৰতিটো ধূলিকণা স্মৃতিচিহ্ন সকলোৰে লগত তেওঁ যেন এক গভীৰ আত্মীয়তা অনুভৱ কৰিছিল। অনুৰূপভাৱে বৰদলৈৰ উপন্যাসবোৰো তেওঁৰ সুগভীৰ স্বদেশ প্ৰেমৰ ফল বুলি ক'ব পাৰি। অসমৰ ইমূৰৰ পৰা সিমূৰৰ এই বিশাল ভূখণ্ডক তেও সমানভাৱে ভাল পাইছিল আৰু তাৰ প্ৰতি জাগি উঠা আকৰ্ষণ উপন্যাসৰ মাজত সুন্দৰভাৱে প্ৰকাশ পাইছে। স্বদেশপ্ৰেমৰ সুন্দৰ চিন্তাৰাজি চৰিত্ৰবোৰৰ মাজত প্ৰকাশ পোৱাৰ লগতে ঔপন্যাসিকে সুবিধা পালেই তাক প্ৰত্যক্ষভাৱে উপন্যাসত নিজ মুখেৰে ব্যক্ত কৰিছে।

ৰোমাণ্টিক যুগৰ লেখক হিচাপে স্কটে অতি প্ৰাকৃতৰ প্ৰতি এক গভীৰ আকৰ্ষণ অনুভৱ কৰিছিল। অদৃষ্টৰ পৰিহাসো তেওঁৰ উপন্যাসৰ মাজত প্ৰকাশি উঠিছে। বৰদলৈৰ উপন্যাসতো অতি-প্ৰাকৃতৰ লীলা খেলা দেখিবলৈ পোৱা যায়। দুই এখন উপন্যাসত অদৃষ্টৰ পৰিহাসো ফুটি ওলাইছে।

চৰিত্ৰ চিত্ৰণৰ ক্ষেত্ৰত স্কটৰ আদৰ্শ ৰজনীকান্ত বৰদলৈৰ মাজত প্ৰতি ফলিত হৈছে। স্কটে জীৱনৰ উপৰিভাগৰ ৰূপহে ফুটাই তুলিছিল। জেন অষ্টিনৰ দৰে চৰিত্ৰৰ মানসিক দ্বন্দ্ব আদিক পটুতাৰে মূৰ্ত্ত কৰি তুলিব পৰা নাই। ৰজনীকান্ত বৰদলৈয়েও চৰিত্ৰৰ মানসিক সংঘাত সমুজ্জল কৰি তুলিব পৰা নাই। তেওঁ সাধাৰণতে সহজ সৰল চৰিত্ৰবোৰক উপন্যাসত মূৰ্ত্ত কৰি তুলিছে। অৱশ্যে 'মনোমতী' উপন্যাসত মিজিমাহা

চৰিত্ৰত মানসিক বিশ্লেষণৰ প্ৰয়াস দেখা যায় আৰু ইয়াৰ ফলতে চৰিত্ৰটো বুৰঞ্জীৰ চৰিত্ৰৰ পৰা এক তেজ মাংসৰ চৰিত্ৰলৈ ৰূপান্তৰিত হৈছে। কিন্তু মিঙ্গিমাহাৰ এই মানস চিত্ৰও আকস্মিক আৰু চৰিত্ৰটো পূৰ্ণৰূপে পৰিস্ফুট হৈ উঠাত বিশেষ সহায়ক হোৱা নাই।

বৰদলৈৰ চৰিত্ৰ চিত্ৰণৰ ক্ষেত্ৰত থকা এনে সীমাবদ্ধতাৰ কথা উল্লেখ কৰিও প্ৰখ্যাত সমালোচক ত্ৰৈলোক্যনাথ গোস্বামীয়ে তেওঁৰ প্ৰতিভাক স্বীকৃতি দি কৈছে যি কৌশলৰ অৱলম্বনত কাহিনীৰ বিন্যাস কৰা হৈছে তাৰ মাজত চৰিত্ৰৰ মনস্তাত্ত্বিক দ্বন্দ্ব পৰিস্ফুট কৰাৰ সুবিধা নাই। বৰদলৈয়ে উপন্যাস ৰচনা কৰা কালত তেনে আদৰ্শও নিশ্চয় তেওঁৰ আগত নাছিল। জীৱনৰ জটিলতা বাঢ়ি অহাৰ লগে লগেহে মনস্তাত্ত্বিক বিশ্লেষণৰ ওপৰত গুৰুত্ব দিয়া হয়। সবল সাহসী আৰু কমপটু চৰিত্ৰৰ স্থূল কাৰ্য্যাৱলীৰ মাজে৷ প্ৰকাশিত হয় বীৰত্ব আৰু শক্তি। মনস্তাত্ত্বিক বিশ্লেষণৰ আবেদনতকৈ ইয়াৰ আবেদন তৰল নহয়। এইবাবে মনো বৈজ্ঞানিক বিশ্লেষণৰ অভাৱত উপন্যাসৰ মৰ্য্যাদা নকমে। (সাহিত্য কলা আৰু তাৰ বিচাৰ পৃ ৯ )

স্কটৰ সৰল অন্তৰৰ স্বাক্ষৰ তেওঁৰ চৰিত্ৰবোৰে বহন কৰাৰ দৰে বৰদলৈৰ চৰিত্ৰবোৰেও তেওঁৰ সৰল মনৰ স্বাক্ষৰ বহন কৰে আৰু সেয়ে চৰিত্ৰবোৰৰ মাজতো ক্ৰূৰতা বা শঠতাৰ মাজতো কেতিয়াবা সৰল ৰূপৰ চিত্ৰ ফুটি ওলায়। আৰু ইয়াৰ এক উৎকৃষ্ট নিদৰ্শন হল মিঙ্গিমাহা চৰিত্ৰ। কিন্তু স্কটৰ চৰিত্ৰবোৰ সদায় পোনপটীয়া নহয়। জটিলতাবে সেইবোৰে সিহঁতৰ প্ৰকৃতস্বৰূপ ঢাকি ৰাখে। এই চৰিত্ৰবোৰ সংলাপৰ যোগদি মূৰ্ত হৈ উঠে। বৰদলৈৰ উপন্যাসতো চৰিত্ৰবোৰ প্ৰকাশি উঠাত সংলাপে সহায় কৰে। গ্ৰাম্য জীৱনৰ অকপট মনৰ স্বীকাৰোক্তি প্ৰকাশত তেওঁৰ সৰল সংলাপবোৰে এক বিশেষ ভূমিকা লৈছে আৰু তাৰ জৰিয়তে চৰিত্ৰবোৰ সমুজ্জ্বল হৈছে।

কলা কুশলতাৰ দিশত ঔপন্যাসিক স্কটৰ উপন্যাসৰ সমকক্ষতা লাভ কৰিব নোৱাৰিলেও প্ৰকাশভঙ্গীৰ আন্তৰিকতা আৰু স্বদেশ প্ৰেম ভাৰতীয় আধ্যাত্মিক দৃষ্টিভঙ্গী প্ৰকাশেৰে সেইবোৰে তেওঁৰ নিজ আদৰ্শ আৰু প্ৰতিভাৰ পৰিচয় দাঙি ধৰিছে।

# আধুনিক ধাৰাৰ উপন্যাস

আধুনিক সভ্যতাৰ অগ্ৰগতি আৰু ইয়াৰ ফলতে মধ্যযুগীয় ধৰ্মীয় চেত াৰ পৰা মুক্তিয়ে সাহিত্য জগতত আধুনিকতাৰ সূত্ৰপাত কৰে। উপন্যাস এক আধুনিক যুগৰ সৃষ্টি। সেইফালৰ পৰা উপন্যাস মাত্ৰেই আধুনিক সাহিত্যৰূপে চিহ্নিত হোৱাৰ যোগ্য। কিন্তু আধুনিক উপন্যাস বুলিলে আমি এনে এবিধ উপন্যাসক বুজো যিয়ে আগৰ যুগৰ উপন্যাসতকৈ এক উন্নত কলাত্মক ৰীতি আৰু বিষয় উপস্থাপনাৰে নিজৰ স্বকীয়তা প্ৰতিপাদন কৰিছে। আগৰ উপন্যাসৰ কাহিনী সৰ্বস্বতা নাটকীয় কাৰ্য্য কল্পনা প্ৰৱণতা অলৌকিক তথা বৈচিত্ৰ্যপূৰ্ণ ঘটনাৰ সমাবেশৰ পৰিৱৰ্তে এই উপন্যাসবোৰত পোৱা যায় দৈনন্দিন জীৱনৰ সাধাৰণ ঘটনাৰ সত্যনিষ্ঠ বৰ্ণনা আৰু তাৰ লগতে ব্যক্তিৰ মনস্তাত্বিক দিশৰ ওপৰত আলোকপাত। এই নতুন মনস্তাত্বিক উদ্ভাৱনে উপন্যাসৰ আঙ্গিক প্ৰকৰণকো প্ৰভাৱিত কৰিছে প্ৰভুত পৰিমাণে। এই ধৰণৰ উপন্যাসবোৰহে আধুনিক উপন্যাস ৰূপে চিহ্নিত হোৱাৰ যোগ্য।

উপন্যাসৰ ভিত্তি হ ল বাস্তৱবাদ। ই বিভিন্ন পৰ্য্যায়ৰ মাজেৰে আহি প্ৰকৃতিবাদ আদিক সামৰি লৈ আধুনিকতাৰ ক্ষেত্ৰলৈ আগবাঢ়ে। আঙ্গিকৰ ক্ষেত্ৰতো ই নিটোল ৰূপ লৈ ওঠৰ শতিকা বা উনৈশ শতিকাৰ প্ৰথমাৰ্দ্ধৰ উপন্যাসতকৈ স্বকীয়াৰূপ প্ৰদৰ্শন কৰিছিল। উনেশ শতিকাৰ শেষৰ বাস্তৱবাদৰ পূৰ্ণ পৰিণতিৰ সুগঠিত ( well mad n v l ) উপন্যাস সমূহ প্ৰকাশ পালে। সমালোচক জে ডব্লিউ বীচে এই শ্ৰেণীৰ উপন্যাসৰ নামকৰণ কৰি কৈছিল—I call the well made novel—the novel that pr de ıtself upon ıts neatness of constru ction.

বিষয়বস্তুৰ ক্ষেত্ৰত এই উপন্যাসবোৰে বাস্তৱ জীৱন চেতনাকেই

---

1 Beach J W Th Tw tı th C ntury Novel P 121

মুখ্যভাৱে প্ৰকাশ কৰিছিল। এই ধৰণৰ উপন্যাসত ৰোমাঞ্চৰো সংমিশ্ৰণ ঘটিছিল যদিও অসাম্ভব্য ঘটনাকো যেনেকৈ প্ৰাত্যহিক জীৱন চিত্ৰৰ লগত যুক্ত কৰিব পাৰি তাৰ কৌশলো তেওঁলোকে আয়ত্ত কৰিছিল। আবেগ আতিশৰ্য্যযুক্ত প্ৰেম-প্ৰণয়ৰ ঘটনাবোৰ নৈতিকতাপূৰ্ণ দৃষ্টিভঙ্গীৰে এই উপন্যাসত তুলি ধৰা হৈছিল। প্ৰেম আছিল এক সংবেদনশীল অনুভৱ প্ৰজনন শক্তিৰ লগত থকা তাৰ সম্পৰ্কক চালি জাৰি চোৱা হোৱা নাছিল।

আঙ্গিকৰ ক্ষেত্ৰতো সুসঙ্গতি আৰু ঐক্যই ইয়াৰ মূল কথা ইয়াৰ বাবে ঘটনাৰ সুষম নিৰ্বাচন যুক্তিধৰ্মীতাৰে নাটকীয় মুহূৰ্তৰ উপস্থাপন পৰিণতিৰ পিনে পোনপটীয়াভাৱে অগ্ৰসৰণ চৰিত্ৰৰ দ্বাৰা কাৰ্য্যৰ গতি নিৰ্ধাৰণ আদি বৈশিষ্ট্য এই ধৰণৰ উপন্যাস বাবত প্ৰকাশি উঠিছে। এই প্ৰসঙ্গত সমালোচক বীচে কৈছে

With t l ttle plot t lusion f erything that did not bear d ectly n obviously on the theme and its old f shioned dealist d fination of ts th me it must h v seem d to th new man rath quaint and prime and stiff

The story ha ceased t i t for itself Eve ything was focussed on the characters conceived as problem of conduct Th P mary interest w in the character that determ ned th ction of the story

সময়ৰ অগ্ৰগতিত এই ধৰণৰ উপন্যাসবোৰ নতুন নতুন সম্পৰীক্ষণ বিশিষ্ট হৈ নৱৰূপ ধাৰণ কৰিলে। বৈজ্ঞানিক চিন্তা আৰু বিশ্লেষণৰ প্ৰভাৱত তাৰ বিষয়বস্তু আৰু আঙ্গিকৰ অভূতপূৰ্ব ৰূপান্তৰ ঘটিল। ইম্প্ৰেচ নিজিমৰ প্ৰভাৱ সম্ভূত হৈ প্ৰকাশ পালে কনৰাড লৰেঞ্চৰ উপন্যাসবোৰ। ইমেজিম প্ৰভাৱিত ৰিচাৰ্ডচনৰ পোষ্টইম্প্ৰেচানিজিম প্ৰভাৱিত জেমচ জয়েচৰ উপন্যাসসমূহ প্ৰকাশ পাবলৈ ধৰিলে। এই ঔপন্যাসিকবোৰৰ ভিতৰত

---

2. Ibid P 193

আটাইতকৈ প্ৰভাৱশালী ঔপন্যাসিক হল যেনেকৈ জয়েচ। কাৰণ এওঁৰ উপন্যাসতেই আত্মানুসন্ধানৰ মহৎ প্ৰচেষ্টা পৰিলক্ষিত হৈ উঠে। আজিৰ এই বাস্তৱবাদী যুগত উপন্যাসে কেৱল আত্মাৰ সন্ধানৰ পৰিবৰ্ত্তে দেহৰ মাজতেই ব্যস্ত থকা প্ৰৱণতাৰ মাজত নতুন আশাৰ বাণী লৈ জয়েচ আৱিভূত হল। জীৱনৰ সৈতে সাহিত্যিক সম্পৰ্ক কৰাব লগতে জয়েচে দিলে আধ্যাত্মিক উপলব্ধি। বস্তুবাদী এই জগতত জয়েচৰ সাহিত্যবীক্ষা সঁচাকৈয়ে অনুপম। ভাৰ্জিনিয়া উলফে তেওঁৰ প্ৰসঙ্গত কৈছে

In contr st with those whom we have called matereal1st, Mr Joyace 1s spr tual h 1 concerned at all cost to reveal the fl ckerings of that innermo t flame which flashes its message through the brain and in rder to pr serve it he disregards with com plete courage whateve seem to him adventious wh the t b p b b l ty o he n e r ny th r of these gnpost whi h f gen t ns have served to pport th mag n t n of e d wh n called upon to magine when he can ne th touch nor see The scene in the cemetery for instance, with its br llianc t so did ly t incoh rnce its sudden lightning flashes of significance does undoubtedly came so lo t th qui k f the m nd that on a first reading at any rate t difficult not to acclaim a master piece If we want life itself her surely we have it

মানুহৰ অন্তৰাত্মাক এই আধুনিক লিখকসকলে নতুন দৃষ্টিভঙ্গীৰ

3 W lf Virgin Mod fi tion English cr tical Essays P 394-95

বিশ্লেষণ কৰিবলৈ লগে। এই আত্মাক প্ৰকাশ কৰিবলৈ যে তেওঁলোকে আৱিষ্কাৰ কৰিলে নতুন ৰীতি। উপন্যাসৰ কথন ৰীতি সম্পূৰ্ণভাৱে বদলি গ'ল। ঐক্য সৰলতাৰ পৰিৱৰ্ত্তে বিচ্ছিন্নতা আৰু জটিলতাই ইয়াক প্ৰভাৱিত কৰিলে। ঘটনাৰ ধাৰাবাহিকতাৰ পৰিৱৰ্ত্তে অসংলগ্নতাই হ'ল ইয়াৰ মুখ্য আকৰ্ষণ। তথাপি তাৰ মাজতে পোৱা গ'ল এক ছন্দৰ স্পন্দন। কবিতাৰ ছন্দৰ পুনঃপুনঃ বিন্যাসৰ দৰে বিষয়বস্তুৰ পৌনঃপুনিক উপস্থাপনাই এই ছন্দময়তাক জীৱন্ত কৰি তুলিলে। জে ডব্লিউ বীচৰ ভাষাত —

"Want of continuity yet but n t of a so t of rhythm a sen e of mov ment a wav l k p og This hythm not metrical like that f ver e but is const tut d by repet tion by re r en e f them by a kind of ly ical ag tati n stream f consci usness

Stream f con i u ne শব্দটো প্ৰথম ব্যৱহাৰ কৰে উইলিয়াম জেমচে। ই হ'ল তেওঁৰ মতে জাগ্ৰত বা সজাগ মনৰ অবিচ্ছিন্ন চিন্তাৰ প্ৰৱাহ বা সচেতনতা ( C n nes th n d n t pp t tself h pp d up n b t S ch w d chain or train do not describe f tly t p s nt tself in its first in tan e It nothing jo ned it flow let u call it the tream of thought of consciousnes v ubj t ve lif

Stream of consciousness শব্দলানি উনবিংশ শতাব্দীৰ সন্ধিক্ষণত আৰু এই শতাব্দীৰ প্ৰথম দশকৰ আধুনিক কথা সাহিত্যৰ এক বিশেষ ৰীতিক বুজাবলৈ ব্যৱহাৰ কৰা হয়। প্ৰথম মহাযুদ্ধৰ পাছৰ পৰা কথা সাহিত্যত এই চেতনা প্ৰৱাহ ৰীতিত চৰিত্ৰৰ মানসিক প্ৰক্ৰিয়া আৰু

4 **Be ch, J W Th Tw nti th Century Novel P 335.**

প্ৰৱাহৰ ব্যাপক চিত্ৰ প্ৰকাশি উঠে। এই ব্যাপক চিত্ৰৰ মাজত সচেতন আৰু অৰ্ধচেতন চিন্তা প্ৰৱাহৰ লগত তীক্ষ্ণ আৰু সূক্ষ্ম ইন্দ্ৰিয়ানুভূতি স্মৃতি আৰু নানা বিশৃঙ্খল অনুষঙ্গৰ শৈল্পিক বিন্যাসে দেখা দিবলৈ আৰম্ভ কৰে।

কোনো কোনো সমালোচকে St e m of conscıousn s এই শব্দবোৰৰ বিকল্প হিচাপে ınt r o monol gue বা অন্তৰ্মুখী আত্মাক থন শব্দগুচ্ছ ব্যৱহাৰ কৰা দেখা যায়। কিন্তু চেতনা প্ৰৱাহ শব্দটোৱে আৰু অলপ ব্যাপক অৰ্থ বহন কৰে। আত্মকৰণৰ অন্তৰ্মুখীনতাত মানৱ চিন্তা ভাৱনাৰ ছন্দস্পণ্ড আৰু গতিধাৰাকেই ধৰা হয় কিন্তু চেতনা প্ৰৱাহ ৰীতি বুলিলে চেতনাধাৰাৰ প্ৰৱাহ প্ৰতিফলনৰ লগে লগে লেখকৰ নিয়ন্ত্ৰণ শক্তি আৰু চিন্তাৰ গতিবিধি প্ৰকাশত ব্যাকৰণৰ বিপৰ্য্যয় আৰু বৰ্ণনা বিন্যাসৰ যুক্তি শৃঙ্খলহীন ওলোটা পালটাকো বুজায়।

আগৰ কালৰ ঔপন্যাসিক জৰ্জ্জ এলিয়ট মেৰিডিথ আদিয়েও মনস্তাত্ত্বিক তাৎপৰ্য্যপূৰ্ণ উপন্যাস লিখিছিল কিন্তু অন্তৰ্মুখিনতাৰ এক আশ্চৰ্য্য উদাহৰণ লৈ প্ৰকাশিত হ ল ডৰ থি ৰিচাৰ্ডচন মাৰ্চেল প্ৰুষ্ট আৰু জেমচ জয়েচৰ চেতনাস্ৰোত ৰীতিৰ এই উপন্যাসসমূহ। অলৌকিকতা আৰু স্বপ্নময় মনোৰাজ্যক অপূৰ্ব দক্ষতাৰে প্ৰকাশ কৰি বাস্তৱবাদী উপন্যাসৰ বস্তু তান্ত্ৰিকতাৰ বিপৰীতে প্ৰতিষ্ঠা কৰিলে ব্যক্তিনিষ্ঠতাক। প্ৰকৃতিবাদী সকলৰ বস্তু তান্ত্ৰিকতাৰ প্ৰতি এই নতুন আন্দোলন এক প্ৰত্যাহ্বানস্বৰূপ। এওঁলোকে কলাত্মক ৰীতিৰে প্ৰকাশিত কৰিলে মানুহৰ অৱস্থিতিৰ অতি গূঢ় বাস্তৱতা। এওঁলোকৰ মতে চৰিত্ৰৰ চিন্তা ভাৱনাৰ মাজৰ পৰস্পৰ বিৰোধী অথচ সঁচা ৰূপটো কিছু অস্বাভাৱিকতাৰে প্ৰকাশ পালে সিয়ে চৰিত্ৰবোৰক আৰু বেচি বাস্তৱধৰ্মী কৰি তোলে। লেখকৰ কৰ্তৃত্বই তাক প্ৰকাশ কৰিব নোৱাৰে সেয়ে চৰিত্ৰবোৰে নিজস্ব মানসিকতাৰে প্ৰকাশ পোৱা উচিত। চৰিত্ৰবোৰে পাঠকৰ লগত প্ৰত্যক্ষভাৱে মুখামুখি হোৱাত তাৰ অন্তৰ্মুখী চিন্তা আৰু অনুভৱে উপন্যাসত প্ৰাধান্য বিস্তাৰ কৰিবলৈ লয়। লেখক ইয়াত চৰিত্ৰৰ সৈতে একাত্ম হৈ পৰে বাবেই লেখকৰ ব্যক্তি

স্বাতন্ত্র্য লোপ হৈ চৰিত্ৰবোৰ উজ্জ্বল হৈ পৰে। লেখকৰ বিবৃতিৰ পৰিৱৰ্তে ইয়াত থাকে চৰিত্ৰৰ নিভৃত চিন্তাৰ অন্তৰঙ্গ প্ৰকাশ। চৰিত্ৰৰ অন্তৰঙ্গ আত্মকথনত মনৰ গভীৰ প্ৰদেশৰ পৰিচয় ফুটি ওলায়। মনৰ মাজত কোনো যুক্তিসম্মত আকাৰ পোৱাৰ আগতেই চেতনাস্ৰোতক লেখকে ভাষালৈ ৰূপান্তৰিত কৰে। সেয়ে ইয়াৰ ভাষা শৈলী অত্যন্ত সহত অসংলগ্ন প্ৰত্যক্ষ পৰিচয়যুক্ত। কবিতাৰ ভাষাৰ লগতো এই ভাষাৰ কিছু সাদৃশ্য আছে।

চেতনা প্ৰৱাহ ৰীতিৰ উপন্যাসত গল্পকথক কোনো নাই। পাঠকে চৰিত্ৰৰ লগত একাত্ম হৈ তাক অনুসৰণ কৰিলে গল্পৰ এটা ক্ষীণসূত্ৰ পাব পাৰি। নায়কৰ নাম ধাম পূৰ্ব পুৰুষৰ কাহিনী সমাজৰ লগত তাৰ দৈনন্দিন সংস্ৰৱ এইবোৰৰ পৰিৱৰ্তে চেতনা প্ৰৱাহ ৰীতিত চৰিত্ৰৰ অন্তভাৱ নাই প্ৰধান হৈ উঠে। চৰিত্ৰৰ মানসিকতাৰ দ্বাৰাই জগত আৰু জীৱন প্ৰকাশি উঠে। কেতিয়াবা স্বপ্নৰ মাজতো নিজ ব্যক্তিত্বৰ অনুষঙ্গ প্ৰকাশি উঠে আৰু লগতে ঘটনাৰ ক্ষীণ যোগসূত্ৰৰ আভাস বিৰিঙি ওলায়। এই উপন্যাসত কালৰ গতিও পৰিহাৰ কৰা হয়। আলোচ্য মুহূৰ্তৰ মাজতে ই অতীত ভৱিষ্যত অন্তগত হৈ পৰে। পূৰ্ব স্মৃতি ( ৰেট্ৰোস্পেক্ট ) আৰু পূৰ্বজ্ঞান ( এন্টিচিপেচন ) দুই মিলি বৰ্তমান মুহূৰ্তৰ চেতনাস্ৰোতত মিলি যায়। জেমচ জয়েচৰ চেতনা প্ৰৱাহ ৰীতিত বতমানেই প্ৰধান। অতীত আৰু ভৱিষ্যৎ বৰ্তমানৰে বিস্তাৰ মাথোন।

জীৱনক এক বিশাল প্ৰেক্ষাপটত তুলি ধৰাই উপন্যাসৰ ধৰ্ম সেই কালৰ পৰা আধুনিক এই উপন্যাসে জীৱনক বিস্তৃত আৰু বৰ্ণাঢ্যৰূপত প্ৰকাশ কৰিবলৈ সমৰ্থ নহয় বুলি বহু সমালোচকে মন্তব্য কৰে। সমাজ পাৰিপাৰ্শ্বিকতা আদি এই উপন্যাসত উপেক্ষিত হয় চৰিত্ৰবোৰ অন্তবৃত্ত Introvert হৈ পৰে। এই উপন্যাসবোৰৰ জটিল শব্দ গ্ৰন্থনা নতুন ব্যাকৰণ সম্ভূত ৰচনা ৰীতি কেতিয়াও জীৱন নিষ্ঠ নহয়। সেয়ে জে বি প্ৰিষ্টলীৰ দৰে সমালোচকে কৈছে যে ইউলেচিচ আৰু ফিনাগনিচি-ওৱেক

আচলতে প্ৰতিভাৱান লিৰিক কবিৰ অভিনৱ সৃষ্টি আৰু ই তুলনাবিহীন কিন্তু ই উপন্যাসৰ বহিৰ্ভূত But they are both outside fiction

অসমীয়া সাহিত্যত ৰামধেনু যুগৰ পৰাই আধুনিকতাৰ সূত্ৰপাত হয় বুলি আধুনিক সাহিত্যৰ কৃতবিদ্য সমালোচক ড° গোবিন্দপ্ৰসাদ শৰ্মাই মন্তব্য কৰিছে যদিও এই দিশত বিশেষ সাফল্য দেখুওৱা ঔপন্যাসিকৰ স খ্যা নগণ্য। বেছি ভাগ উপন্যাসতে আধুনিক মানুহৰ জীৱন চেতনাৰ পৰিৱৰ্তে সমাজ চিন্তাকে মুখ্যভাৱে প্ৰকাশ পাইছে। ৰক্ষণশীল সমাজৰ লগত ব্যক্তিৰ দ্বন্দ্ব সাম্যবাদী আদৰ্শ ধনীৰ শোষণৰ নিৰ্মমতা আদি সামাজিক সমস্যাৰ আদৰ্শত ব্যক্তিৰ জীৱন চিত্ৰ সমুজ্জ্বল কৰি তোলা হৈছে। আধুনিক উপন্যাসৰ আঙ্গিক চেতনাস্ৰোত পদ্ধতিৰ সুষম প্ৰয়োগো অতি কম সংখ্যক ঔপন্যাসিকে কৰিব পাৰিছে।

ৰামধেনুৰ সম্পাদক ঔপন্যাসিক বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্যৰ উপন্যাসত প্ৰধানভাৱে সমাজবাদী চিন্তাৰ প্ৰসাৰ দেখিবলৈ পোৱা যায়। আধুনিক উপন্যাসৰ চেতনাস্ৰোত পদ্ধতিৰ অনুকৰণত ৰাজপথে ৰিঙিয়াই উপন্যাসৰ কাহিনী বিবৃত কৰা হৈছে। ইয়াৰ কাহিনী মাত্ৰ এটা দিনৰ মাজতে সীমাৱদ্ধ। ইয়াত নায়ক মোহনৰ সৰু সুৰা অভিজ্ঞতাৰ যোগেদি মনৰ চেতনাৰাশিক প্ৰকাশ কৰা হৈছে যদিও এই চেতনাৰ সোঁত বিচ্ছিন্ন নহয়। আনহাতে চেতনা স্ৰোতৰ প্ৰসঙ্গত উইলিয়াম জেমচে কৈছে

Consc ousnes then docs not appear to itself Ch pp d up n bit Such word a cha n or train do not d ribe f tly it presents is lf in it first n tan e It noth ng j inted t fl w Let us call t the tream f thought of onsciousn ss or of subjective life

আধুনিক উপন্যাসৰ নায়কৰ দৰে এই উপন্যাসৰ নায়ক সমাজৰ পৰা বিচ্ছিন্ন নহয় বৰং সমাজ চেতনা তাৰ মাজত প্ৰোজ্জ্বল। সেই কাৰণৰ পৰা এই উপন্যাসে আধুনিক উপন্যাসৰ লক্ষণ বহন কৰা নাই।

প্ৰফুল্লদত্ত গোস্বামীৰ কেঁচা পাতৰ কঁপনি উপন্যাসত আধুনিক উপন্যাসৰ লক্ষণ কিছু পৰিমাণে পৰিস্ফুট হৈ উঠিছে। পৰম্পৰাগতত থকাৰ দৰে ইয়াত এটা সুপৰিকল্পিত কাহিনী বা প্লট নাই। ইয়াৰ কাহিনীৰ প্ৰসঙ্গত ঔপন্যাসিকে নিজেই কৈছে

উৎপল আধুনিক শিক্ষিত মধ্যবিত্তৰ প্ৰতীক। এওঁৰ সাধাৰণ অৰ্থত নায়কতা গুণ সমূলি নাই। নায়ক কাৰণে এও কোনো চকুত লগা নাইবা মন উদ্বেগ কৰা কাৰ্য্যও নকৰে। এক হিচাপে এওঁৰ কাহিনীত আগ নাই গুৰিও নাই এওঁ চলিছে থাকে। এনে কিতাপত সাধাৰণ অৰ্থৰ প্লট ওলায় ক ৰ পৰা? কিতাপখনিৰ পটভূমিত যি এটা ঐক্য আছে সি ভাৱ চিন্তাৰ ঐক্য কাহিনীৰ সঙ্গতি নহয়।

উপন্যাসৰ নায়কৰ মাজত আধুনিক উপন্যাসৰ নায়কৰ বিচ্ছিন্নতাবোধৰ স্বাক্ষৰ ফুটি ওলাইছে। তাৰ নিজস্ব স লাপত লগৰ মাজত থাকি অকলে আনক সুবুজি নিজকো বুজাব নোৱাৰি মাথোন গৈ থাকো বাট বুলি।

এনেদৰে উপন্যাসৰ বিষয়বস্তু আদিক আঙ্গিকৰ মাজত আধুনিক উপন্যাসৰ লক্ষণ প্ৰকাশ পোৱা আন এখন উপন্যাস হ ল হোমেন বৰ গোহাঞিৰ তান্ত্ৰিক উপন্যাসখন। ইয়াত অস্তিত্ববাদে আধুনিকতাবাদী ধাৰাক প্ৰতিষ্ঠা দিছে। আধুনিকতাবাদৰ লগত জড়িত অতিবাস্তৱবাদী ধাৰাৰ উপন্যাসো যুদ্ধোত্তৰ যুগত ৰচিত হৈছে। দেবেন্দ্ৰনাথ আচাৰ্য্যৰ 'অন্য যুগ অন্য পুৰুষ মামনি ৰয়ছম গোস্বামীৰ নীলকণ্ঠ ব্ৰজ আদিত এই ধাৰাৰ সম্যক প্ৰকাশ ঘটিছে।

# মোপাচাঁৰ গল্প আৰু অসমীয়া গল্প সাহিত্য

ৰোমান্টিক আদৰ্শৰ পৰা মুক্ত মোপাচাঁই তেওঁৰ গল্পসমূহেৰে বাস্তৱবাদী তথা প্ৰকৃতিবাদী চেতনাক সমুজ্জ্বল কৰি তোলে। এক ৰাজনৈতিক তথা মানসিক দুৰ্গতিৰ মুহূৰ্তত মোপাচাঁই কলম হাতত তুলি লৈছিল আৰু সেই দ্বন্দ্ব-সংঘৰ্ষ জৰ্জৰ যুগৰ বাস্তৱচিত্ৰ, মানুহৰ মানসিক অভিব্যক্তি ভিন্ন ৰূপেৰে তেওঁৰ গল্পবোৰৰ মাজত মূৰ্ত্ত কৰি তুলিছে। সেইবোৰৰ মাজেদি বিষণ্ণতা মূৰ্ত্ত হৈ উঠিলেও সেইবোৰৰ মাজেদি প্ৰকাশিত হৈছে যুগৰ বাণী। সেয়ে মোপাচাঁৰ গল্পৰ ইমান আবেদন।

মোপাচাঁৰ গল্পৰ প্ৰেৰণা আছিল মূলত যৌনকেন্দ্ৰিক। দেহজ প্ৰেমৰ তীব্ৰতা আৰু আৰ্ত্তি তেওৰ গল্পৰ মুখ্য বিষয়। সেয়ে তেওঁৰ গল্পত নাৰীয়ে এক বিশেষ স্থান অধিকাৰ কৰি আছে। এই নাৰীসকল সাধাৰণতে সমাজৰ অৱহেলিতা পতিতা শ্ৰেণীৰ। সমাজৰ এই নিপীড়তা শ্ৰেণীৰ প্ৰতি গভীৰ সহানুভূতি তেওৰ গল্পত প্ৰকাশি উঠিছে। তেওৰ আগলৈ এনে বিষয়বোৰ মুখৰোচক হাস্য উপহাসৰ সামগ্ৰী আছিল কিন্তু এই বিষয়টোক অন্তৰেৰে উপলব্ধি কৰি তাক তেওঁ বাস্তৱধৰ্মী ৰূপত প্ৰকাশ কৰিলে। পতিতাসকলৰ লগত গভীৰভাৱে জড়িত হৈ পৰা এই লেখকৰ জীৱনটো পতিতাসকলৰ জীৱনৰ এক ৰূপকাত্মক প্ৰকাশ বুলি অভিহিত কৰি প্ৰখ্যাত গল্পকাৰ আৰু সমালোচক ফ্ৰাঙক ও কনৰে মেথিউ আনল্ডে কবিৰ বিষয় কৰা মহৎ বাণী We become what we sing-ৰ পুনৰাবৃত্তিৰ কৰি কৈছে His life itself may be considered n allegory for scarcly had he atta ned fame than he was destroyed by the disease that ravaged the whol submerged population he wrote about

এই প্ৰসঙ্গত তেওঁ মোপাচাঁৰ এটা প্ৰখ্যাত গল্প বেড নং ২৯-ৰ কথা উল্লেখ কৰিছে। এজন সুন্দৰ যুৱক সেনা বিষয়াই ইৰমা নামৰ এগৰাকী বেশ্যাৰ প্ৰেমত পৰিল। যুদ্ধই তেওঁলোকক বিচ্ছেদ কৰিলে। সেনা

বিষয়াজনে যুদ্ধত সাহসিকতা দেখুওৱাৰ কাৰণে পুৰস্কাৰ পালে আৰু তেওঁ আনন্দবিহ্বল হৈ প্ৰিয়তমাক বিচাৰি ফুৰিলে। তেওঁৰ প্ৰিয়তমা এজন জাৰ্মানৰ লগত মিলিত হোৱাৰ ফলত চিফিলিচ ৰোগাক্ৰান্ত হৈ এখন হস্পিতেলত মৃত্যুলৈ অপেক্ষা কৰি আছিল। কেপ্তেইনে তেওঁৰ প্ৰেমিকাৰ এই বাতৰি পাই ঘৃণাতে নাক কোচালে কিন্তু ইৰমাই তাই কৰা কাৰ্য্যৰ বাবে অকণো অনুশোচনা অনুভৱ নকৰিলে। বৰং তাই নিজকে জোৱান অব আৰ্ক বুলিহে অনুভৱ কৰিলে। কাৰণ তাইয়ো অজস্ৰ জাৰ্মানৰ দেহত এই বেমাৰৰ বীজাণু সুমুৱাই দি সিহঁতক মৃত্যু পথলৈ ঠেলি দি দেশপ্ৰেমৰ নিদৰ্শন দাঙি ধৰিছে।

এই গল্পটোত মোপাচাঁই ইৰমাৰ যোগেদি ধ্বংস আৰু সৃষ্টিৰ দুটি মানসিক অভিব্যক্তি প্ৰকাশ কৰিছে। ই যেন তেওঁৰে জীৱনৰ ৰূপকাত্মক প্ৰকাশ। তেওঁ এফালে জাৰ্মানসকলৰ ধ্ব স কামনা কৰিছিল আনফালে সৃষ্টিৰ উন্মাদনাত ভুগিছিল। এই গল্পটো মোপাচাঁৰ জীৱনৰে এক ৰূপকাত্মক প্ৰকাশ বুলি অভিহিত কৰি ক নাৰে কৈছে Th s is som th ng m than th f t f po r cr tu b k n wn by yphili This is the nd of th all gory the allegory of a m n who to writ the story of the ubmerged se al popul t on of his day lived its lif and died its death down to the terrible d ys in t e lunat ylum when the doct ecorded th t M de Maupassant is reverting to the animal

মোপাচাঁৰ প্ৰথম গল্প Bo l de Suif তে নিপীড়িত শ্ৰেণী হিচাপে এই পতিতাসকলক চিহ্নিত কৰে আৰু েওলোকৰ ওপৰত চলা শোষণৰ চিত্ৰই গল্পটোত সমুজ্জ্বল হৈ উঠে। এই গল্পটোত সমাজৰ বৃহত্তৰ স্বাৰ্থত নিজকে উৎসৰ্গ কৰিবলৈ অনুপ্ৰাণিত কৰা সমাজেই অৱশেষত নিৰ্মমভাৱে এজনী পতিতাক ঘৃণাৰে আঘাত কৰিছে। মোপাচাঁৰ গুৰু গুস্তভ ফ্লবেয়াৰে তেওঁৰ এই প্ৰথম গল্প Boule de Suif পাই অভিভূত হয় আৰু

ইয়াৰ বিষয়ে কৰা মন্তব্যৰ মাজত পৰৱৰ্ত্তী গল্পবোৰৰ বৈশিষ্ট্যও ওলাই পৰে। ফ্লবেয়াৰে এই গল্পৰ প্ৰসঙ্গত কৈছিল

I have been langing t t ll you that I consider B ule d Suif a mast p ee Y s y ungm n n th ng mo e or le s than ma t rp ee Th d a ı quite orıgınal magnıficantly worked out excellent ın style The tt ng and the character s are brought before n eye and p ychology ıs grand I am delıghted w th t ın hort and tw o thr tıme I loughted loud

এই নিষ্পেষিত পতিতাসকল পুৰুষৰ শোষণৰ কাৰণেই এই বৃত্তিৰ আশ্ৰয় লব লগা হয় যদিও তেওঁলোকৰ মানসিকতাৰ সৌন্দৰ্য্য সাহস আৰু দেশপ্ৰেম তথা মানৱ প্ৰেমৰ জ্যোতিৰে সমুজ্জল। Telle H use গল্পত পতিতাসকলৰ সুকুমাৰ বোধ সৌন্দৰ্য্য চেতনা আৰু সবল জীৱনৰ প্ৰতি আকুতি প্ৰকাশ পাইছে—এক ধৰ্মীয় উৎসৱত যোগ দিবলৈ এখন গাওঁলৈ গৈ। পুৰোহিতে ভাষণে দিয়া আৰু বিশ্বাসৰ পাত্ৰীৰূপে তেওঁলোকক প্ৰতিপন্ন কৰিছে কিন্তু অৱশেষত তেওঁলোক আকৌ উভতি আহিব লগা হৈছে নগৰৰ সেই কদৰ্য বেশ্যালয়লৈ। M d n S lle F f গল্পত ইহুদী বেশ্যা ৰাচেলে জাৰ্মান মৰ্ষকামী ধৰ্ষণকাৰীক হত্যা কৰি সৎ সাহস দেখুৱাইছে আৰু তাইৰ গুণত আকৃষ্ট হৈ এজন স্বদেশপ্ৰেমীয়ে তাইক গ্ৰহণ কৰিছে।

He fırst lo ed her for her noble deed then ome t cherısh h r for herself and he marrı d her and made a lady of her a lady s good as many others

এই পতিতাসকল আৰু লগতে তাইহঁতৰ জাৰজ সন্তানবোৰৰ প্ৰতিও মোপাচাঁই গভীৰ সহানুভূতি পোষণ কৰি মানৱতাবাদৰ পৰিচয় দাঙি ধৰিছে। La papa de Sımon গল্পত পিতৃ পৰিচয়হীন চিম লিসীকৰ

দ্বাৰা অপমানিত হৈছে আৰু সি আত্মহত্যাৰ সংকল্প লৈছে। কমাৰ ফিলিপে তাৰ প্ৰতি দয়া পৰবশ হৈ তাৰ পিতৃহে সকলো অপবাদৰ পৰা মুক্ত কৰিব খুজিছে কিন্তু তাতো চিম গৰিহণাৰ পৰা মুক্ত নোহোৱাত চিমৰ মাকক সি বিয়া কৰোবাৰ প্ৰস্তাৱ দি তাইৰ প্ৰতিষ্ঠাৰ পথ সুগম কৰি তুলিছে।

কিছুমান গল্পত নাৰী মনৰ সূক্ষ্ম অনুভূতি মানসিক অন্তৰ্দ্বন্দ্ব আদিৰ নিখুঁত চিত্ৰ ফুটাই তুলিছে। এনে কেইটামান গল্প In th wood Indıs retıon A unt y cu s on আদি। বিশেষকৈ In the wood গল্পত নাৰী মানসিকতাৰ এক ভিন্ন অভিব্যক্তি ফুটি ওলাইছে। এদিন হাবিলৈ ফুৰিলে যাওঁতে বন্ধুৱে জোৰ কৰি প্ৰেম নিবেদন কৰিব খোজাত জোৰ কৰি আতৰি আহিছে তেওঁৰ বান্ধৱী। কিন্তু তেওলোক বিয়া হোৱাৰ পাছত যেতিয়া বুঢা হৈছে আৰু জীৱন নীৰস হৈ পৰিছে স্ত্ৰীয়ে স্বামীক লৈ গৈছে সেই হাবিলৈ যত এদিন স্বামীয়ে জোৰকৈ প্ৰেম নিবেদন কৰিব খুজিছিল।

প্যাৰীৰ মধ্যবিত্ত সমাজৰ নাৰীৰ ৰূপৰ চিত্ৰও তেওঁ গল্পত অ কন কৰিছে। নেকলেচ এই শ্ৰেণীৰ এটা উল্লেখযোগ্য গল্প। এক শ্ৰেণী মানুহৰ বিলাস বিভ্ৰম আৰু তাৰ যোগেদি সৃষ্টি হোৱা দুখ আৰু আনন্দৰ চিত্ৰ ফলচ জেমচ ৰ দৰে গল্পত প্ৰকাশি উঠিছে। নিসঙ্গ জীৱনত প্ৰস্ফুটিত হৈ উঠা গোপন প্ৰণয় আৰু তাৰ আবেগ উচ্ছাস ৰিগ্ৰেট গল্পৰ বিষয়বস্তু।

মোপাচাৰ আনবয়সৰ ৰচনাবোৰত ফ্লবেয়াৰৰ প্ৰভাৱ পৰিলক্ষিত হয় তেওঁৰ বৰ্ণনাভঙ্গীত। বৰ্ণনাৰ পুঙ্খানুপুঙ্খতা তেওঁৰ এই সময়ৰ গল্পৰ প্ৰধান বৈশিষ্ট্য। কিন্তু ফ্লবেয়াৰৰ মৃত্যুৰ পাছত মোপাচাঁই বাতৰি কাকতত লিখিবলৈ লোৱাৰ ফলত তেওঁৰ বৰ্ণনাভঙ্গী হৈ পৰে চমু আৰু সংযত। তেও প্ৰকৃতাৰ্থত এক যথাৰ্থবাদী লিখক হৈ পৰে। শব্দৰ যথাযথ প্ৰয়োগ চৰিত্ৰ চিত্ৰণ পৰিৱেশ বৰ্ণনা আদিৰ ক্ষেত্ৰত মিতব্যয়িতা অৱলম্বন কৰি বাস্তৱবাদী দৃষ্টিভঙ্গী প্ৰকট কৰি তোলে। Nıtse আৰু

Dargam-এ তেওঁলোকৰ H st y f F ench Lıterat re-ত লিখিছে

As ts be t th tru tu f his work ıs m k d by tw th ng an n my wh h g ves nly th essen tıal el ment f character ıtuatıon and development nd n o tw d m v ment whıth comb nes logıc w th th m mum p blı ty Hence a dramatıc w ftnes wh h M upassant pec l gıft

। মোপাচাঁই গল্পৰ ষ্টাইলতকৈ কাহিনীৰ ওপৰত বেছি গুৰুত্ব দিয়ে। গল্পবোৰত সততে তেও c ানে পোনে কাহিনী কথকতালৈ আগবাঢে। সেয়ে মোপাচাঁৰ মাকে হেনো পুতেকৰ বিষয়ে অভিযোগ তুলি কৈছিল যে তেও কোনো ধৰণৰ প্ৰস্তুতি নোহোৱাকৈয়ে গল্প ক বলৈ ধৰে। উৎসুক্য বজাই ৰাখি কাহিনী কোৱাৰ প্ৰতি তেও সততে যত্নশীল আৰু এডগাৰ এলেন পাৰ দৰে গল্পৰ শেষলৈ এই উৎসুক্য বোজাই ৰাখিব খোজে।

অসমীয়া সাহিত্যত মোপাচাঁৰ প্ৰভাৱত গল্প ৰচিত হ বলৈ ধৰে আৱাহন যুগৰ পৰাহে। বেজবৰুৱাৰ যুগত বেজবৰুৱা নাইবা তেওঁৰ সম সাময়িক আৰু পৰৱৰ্ত্তী গল্পকাৰসকলে মোপাচাৰ ভঙ্গীৰে গল্প লিখা চকুত নপৰে। আৱাহন যুগত মোপাচাঁৰ গল্পৰ বিষয়বস্তুতকৈ তেওঁৰ গল্পৰ ষ্টাইলেহে লিখকসকলক অনুপ্ৰাণিত কৰা দেখা যায়। হলিৰাম ডেকাৰ গল্পত মোপাচাঁৰ গল্পৰ বৰ্ণনাভঙ্গী উৎসুক্য সৃষ্টিৰ প্ৰতি প্ৰয়াস আদি লক্ষ্য কৰিব পাৰি। ৰাধিকামোহন গোস্বামীৰ গল্পত মোপাচাঁৰ প্ৰকৃতিবাদী ধাৰণাৰ লগতে বেশ্যা পতিতা আদিৰ প্ৰতিও সহানুভূতি প্ৰকাশি উঠিছে। নাৰী মনস্তত্ত্বৰ সুন্দৰ প্ৰকাশ লক্ষ্মীধৰ শৰ্মাৰ গল্পত মোপাচাঁ সুলভ ৰীতিৰে প্ৰকাশি উঠিছে। মোপাচাঁৰ দৰে বেশ্যা আৰু পতিতাসকলক সামাজিক প্ৰতিষ্ঠা দিয়াৰ প্ৰয়াস তেওৰ গল্পত লক্ষ্য কৰিব পাৰি।

আৱাহন যুগৰ লিখক ত্ৰৈলোক্যনাথ গোস্বামীৰ গল্পত মোপাচাঁৰ প্ৰভাৱ বিশেষভাৱে লক্ষণীয়। মোপাচাঁৰ দৰে তেৱো সমাজত নিৰ্মমভাৱে

নীপিড়িত শ্ৰেণী হিচাপে চিহ্নিত কৰিছিল পতিতাসকলক। এই নাৰী বোৰৰ ওপৰত সমাজে কৰা নিষ্ঠুৰ ব্যৱহাৰৰ চিত্ৰ তেওঁৰ কেইবাটাও গল্পত ফুটাই তুলিছে। মোপাচাঁই পতিতাসকলৰ লগতে তেওঁলোকৰ জাৰজ সন্তানবোৰক সহানুভূতি প্ৰদৰ্শন কৰাৰ দৰে গোস্বামীয়েও তেওঁৰ গল্পত জাৰজসকলৰ প্ৰতি চকু দিছে আৰু মৰ্য্যাদাৰে তেওঁলোকক প্ৰতিষ্ঠা কৰিবলৈ পিতৃয়ে নিজ পৰিচয় দাঙি ধৰিছে।

মোপাচাঁৰ গল্পৰ মূল প্ৰেৰণা যৌন চেতনাক এই যুগৰ গল্পকাৰসকলে আবেদনময় ৰূপত প্ৰকাশ কৰিব পৰা নাই। অৱশ্যে সেই দশাৰ প্ৰতি তেওঁলোক সচেষ্ট হোৱা দেখা নেযায় কিন্তু তেওঁৰ আঙ্গিকগত প্ৰভাৱ আৱাহন যুগৰ পৰা বৰ্তমান কাললৈও স ক্ৰমিত হোৱা দেখা যায়।

---